# কলাৰত্ন

# ডঃ ভূপেন হাজৰিকা

শ্ৰীৰতি মোহন নাথ




ভূঞা ব্ৰাদাৰ্ছ
ষ্টেডিয়াম মাৰ্কেট
নগাঁও— ৭৮২০০১ (অসম)

Kalaratna Dr. Bhupen Hazarika— a Critical Estimate of his Life and Works By Rati Mohan Nath and Published By Bhuyan Brothers' : Nagaon 782001 ( Assam ).

Price— Rs. 30·00 only.

---

★ প্ৰকাশক—

শ্ৰীলম্বোদৰ ভূঞা

ভূঞা ব্ৰাদাৰ্ছ : ষ্টেডিয়াম মাৰ্কেট

নগাঁও : ৭৮২০০১ ( অসম )

★ প্ৰথম প্ৰকাশ—

শৰৎ পূৰ্ণিমা

২৮ কাতি ১৯০৮ শক

( ইং ১৫ নবেম্বৰ ১৯৮৬ চন )

★ আবৰণিৰ পৰিকল্পনা—

শ্ৰীমতী প্ৰতিভা দেৱী

★ মুদ্ৰক—

শ্ৰীদীনেশ বৰা

বনি প্ৰিণ্টাৰ্চ

ওপাতিৰাম বৰুৱা পথ,

নগাঁও— ৭৮২০০১ : ( অসম )

৩০·০০ ( ত্ৰিশ ) টকা মাত্ৰ ।

# উচৰ্গা



পৰমাৰাধ্য পিতৃদেৱতা
স্বৰ্গীয় উদয় নাথৰ সোঁৱৰণত
এই কিতাপখনি
সাহিত্য-সংস্কৃতিৰ পবিত্ৰ বেদীত
উচৰ্গা কৰা হ'ল।

—লেখক

# অনুক্ৰমণিকা

# উলগ

যোৱা ভেবকুৰি বছৰবো অধিক কাল ধৰি ড° ভূপেন হাজৰিকাৰ সঙ্গীতে অসমৰ শ্ৰোতাক মন্ত্ৰমুগ্ধ কৰি ৰাখিছে। তেওঁৰ গান শুনি থাকিও হেপাহ নপলায়। সাম্যবাদী ভাৱধাৰাৰ বাহক, থলুৱা ৰচন ভঙ্গী আৰু লয়-ছন্দক সামৰি লোৱা ড° ভূপেন হাজৰিকাৰ সঙ্গীতে যে অসমীয়া বাইজৰ অভ্যৰ্থনা লাভ কৰিব— ই একো বিচিত্ৰ নহয়। ড° হাজৰিকাৰ অসামান্য কণ্ঠস্বৰত পৰিবেশন কৰা এই গীত সমূহৰ জনপ্ৰিয়তা ইমানেই বেচি যে সেই সম্পৰ্কে আলোচনা কৰা একপ্ৰকাৰ অসম্ভৱ।

সঙ্গীতৰ বিজ্ঞান আৰু প্ৰয়োগ সম্পৰ্কে মোৰ নিজৰ জ্ঞান নাই বুলি কলেহে ঠিক হব। সঙ্গীতৰ সাধাৰণ শ্ৰোতা আৰু সাহিত্যৰ নিঃকিন ছাত্ৰ হিচাবে ইয়াকে কব পাৰোঁ যে— সাহিত্য বা কাব্যৰ গুণ নেথাকিলেও অনেক সময়ত গায়কৰ গুণতেই গীতে মানুহক আকৰ্ষণ কৰে— যেনেকৈ—

"সদায় কাণেৰে শুনা সৰু কথাটিও
গীত হ'লে প্ৰাণ টানি ধৰে।"

সেইদৰে কুঁহিয়াৰৰ শুকান ভাবৰিও গুড়ৰ থালীত সিজি সু-স্বাদ- যুক্ত ভাবৰি মিছাত পৰিণত হয়।

অবশ্যে ড° হাজৰিকাৰ ৰচিত কিছুমান গীত সময়ত গৈ হয়তো

বিশেষ তাৎপৰ্য নোহোৱা হব পাৰে, একো আচৰিত নহয়। কিন্তু আমাৰ বিশ্বাস- তাৰে এটা বুজন অংশ নিজৰ ৰাগ-বিভৱৰ কাৰণেই স্থায়ী হৈ থাকিব। সাময়িক ঘটনায়ো চিৰকলীয়া মূল্য লাভ কৰে— ৰসাত্মক বাক্যৰ গুণত। সহজ, সৰল আৰু হিয়া চুই যোৱা ভাষাই মানুহক আপোন কৰে। সুৰ আৰু লয় থাকিলে কথাই নাই।

শ্ৰীমান ৰতি মোহন নাথে লেখা এই কিতাপত সমসাময়িক সামাজিক আৰু ৰাজনৈতিক পটভূমিত ড° ভূপেন হাজৰিকাৰ গানৰ আৰু কৰ্মময় শিল্পী জীৱনৰ বিষয়ে এটি আলোচনা অতি সাহস আৰু শ্ৰদ্ধা সহকাৰে দাঙি ধৰিছে। বিশেষকৈ আধুনিক অসমৰ সামাজিক আৰু ৰাজনৈতিক জীৱনৰ আভাস ড° হাজৰিকাৰ শিল্পী জীৱনৰ লগত সাঙুৰ খাই এই গ্ৰন্থৰ পাতত সুন্দৰকৈ প্ৰকাশ পাইছে। শ্ৰীমান নাথৰ ভাষা আৰু বিষয়বস্তুৰ উপস্থাপন পদ্ধতি মনোগ্ৰাহী। উল্লেখযোগ্য যে, শ্ৰদ্ধা থাকিলেও শ্ৰীনাথে আবেগমুক্ত হৈ লেখা এই গ্ৰন্থই আমাৰ সঙ্গীত আৰু সাহিত্য ভাল পোৱা পাঠকৰো নিশ্চয় মৰম আৰু শ্ৰদ্ধা লাভ কৰিব। সমসাময়িক এজন প্ৰতিভাশালী লোকক জানিবলৈ কাৰনো আগ্ৰহ নহয়?

শ্ৰীমান নাথৰ সাহিত্যিক জীৱনৰ অগ্ৰগতি কামনা কৰোঁ। ইতি—

শ্ৰীযজ্ঞেশ্বৰ শৰ্মা
প্ৰাক্তন সভাপতি,
অসম সাহিত্য সভা।

বোধন ষষ্ঠী
২২শ আহিন, ১৯০৮ শক।

# পাতনি

পুথিৰ পাতনি লিখা সহজ নহয়। মোৰ মানত ই যলে নোৱাৰা শিল স্বৰূপ। তথাপি এই পুথি খনৰ পাতনি লেখিবলৈ ওলাইছোঁ। ই মোৰ মৰসাহ বুলিব লাগিব। লিখাৰ কাৰণ দুটা। প্ৰথমতে উদীয়মান সাহিত্যিক শ্ৰীৰতি মোহন নাথ। শ্ৰীনাথৰে চিনাকি মোৰ খব বহুদিনীয়া নহয়। ১৯৮৫ চনৰ এখন সাহিত্য বিষয়ক সভাত তেওঁক লগ পাইছিলোঁ। সেইখিনি সময়তে শ্ৰীনাথৰ একাগ্ৰতা, সৰলতা আৰু বিশেষকৈ সাহিত্য চৰ্চ্চাৰ প্ৰতি তেওঁৰ অদমনীয় মনোভাৱে তেওঁৰ প্ৰতি মোৰ মন আকৃষ্ট কৰে। সেয়ে, দ্বিতীয়বাৰ লগ ধৰি এই কামকেৰা কৰিবলৈ অনুৰোধ কৰাত মই নিজৰ অযোগ্যতা জানিও কামটো কৰিবলৈ সন্মতি জনালোঁ। দ্বিতীয় কাৰণটো আৰু গধুৰ। পুথিখন লেখিছে— ড° ভূপেন হাজৰিকাৰ প্ৰতিভাৰ বিষয়ে। দৰদী শিল্পী ড° ভূপেন হাজৰিকা। নামেই যাৰ পৰিচয়। ভূপেনক সৰুৰে পৰাই লগ পাইছোঁ। তাহানি স্বৰ্গীয় লক্ষ্মীনাথ বেজবৰুৱাৰ আগত গীত গোৱা দিন ধৰি। ভূপেনৰ মৌ বৰষা গীত-মাত তাহানিৰে পৰা আজিৰ এই সময়লৈকে শুনিছোঁ। ফুলীয়া দিনৰে পৰা ভূপেনৰ লগত নাচ-বাগ কৰিছোঁ। তাহানি 'একলব্য' নাটৰ 'ব্যাধ-বালক' ৰূপে কণমানি ভূপেনে নাচি-বাগি গীত গোৱাৰ কথা আজিও সঘনে মনত পৰে। ভূপেনক ভাল পাওঁ, ভূপেনৰ গীত শুনি ভোল যাওঁ— কথা পাতি বিমল আনন্দ পাওঁ।

কিয়নো ড° ভূপেন হাজৰিকা এজন সু-গীতিকাৰ, সু-সুৰকাৰ বা সু-গায়কেই নহয়— এজন ৰুচিকৰ কথকো। দেখি ঠেকি নানান অভিজ্ঞতাৰে পুষ্ট এজন ব্যক্তি, স্বনামধন্য শিল্পী।

দ্বিতীয় দশকৰ শেষ ভাগৰ পৰা চতুৰ্থ দশকৰ মাজ ভাগলৈকে ভূপেনক বিভিন্ন বিচিত্ৰানুষ্ঠান, বিহুমেলা আৰু অভিনয়ত লগ পাইছিলো গোষ্ঠীৰ এজন স্বৰূপে। বিশেষকৈ সত্ৰিয়া সম্মিলনী আৰু কামৰূপ নাট্য সমিতিয়ে পতা বিভিন্ন অভিনয়ত স্ব-গোষ্ঠী স্বৰূপে ভূপেনক পাইছো। কথাছবিৰ ক্ষেত্ৰতো ভূপেনক পাইছিলোঁ। তাহানি ১৯৪৫-৪৬ চনতে। 'বদন বৰফুকন' কথাছবিত। পৰিচালনা কৰিছিল কমল নাৰায়ণ চৌধুৰীয়ে। সঙ্গীত পৰিচালক আছিল কলিকতাৰ গৌৰ গোস্বামী। মই সংলাপ ৰচনা কৰিছিলো আৰু এটি সৰু ভাও লৈছিলো। এই ছবিত ভূপেন হাজৰিকাই 'ব'ৰাগী' হৈ দুটা গীত গাইছিল। গীত ৰচনা কৰিছিল— নলিনী বালা দেৱী আৰু আনন্দিৰাম দাসে। তেতিয়া ভূপেন আছিল তেনেই ডেকা ল'ৰা। ধুনীয়া, মৰম লগা। তথাপি 'ব'ৰাগী' হৈ বৰ পাগুৰি মাৰি গীত গাইছিল। তেতিয়া প্লে-বেক ( Play Back ) ৰ ব্যৱস্থা নাছিল। পোনপটীয়া চিত্ৰ গ্ৰহণ আৰু শব্দ গ্ৰহণ কৰাৰ প্ৰথা আছিল। সেয়ে, সু-গায়ক, সুদৰ্শন ডেকা ভূপেনে বৰ পাগুৰি মাৰি 'ব'ৰাগী' সাজি গীত গাইছিল। তাৰ পিচত ভূপেনক মই কথা ছবিত নিজে পোৱা নাই। কিন্তু ভূপেন হাজৰিকাই এতিয়া বহুতো কথাছবিত সঙ্গীত পৰিচালক স্বৰূপে সুনাম অৰ্জন কৰিছে আৰু নিজেও একাধিক ছবি পৰিচালনা কৰিছে।

মঞ্চত ভূপেনৰে সৈতে কেতিয়া এৰা-এৰি হলোঁ— উভতি চাইছিলো। তাৰো পম খেদি পাইছিলো। লব্ধপ্ৰতিষ্ঠ নাট্যকাৰ প্ৰবীন ফুকনৰ মঞ্চসফল নাট "মনিৰাম দেৱান"ত ডঃ ভূপেন হাজৰিকাই এটি গীত লেখি নিজেই গাইছিল— "কোম্পানী আহিলে

মুখত হাঁহি নৈয়ে……… ।" সেই অভিনয়ৰ পিচত ভূপেনক মঞ্চত পোৱাৰ কথা মোৰ মনত নপৰে। ভূপেনে মঞ্চ-অভিনয় এৰিলে নে— এৰিবলগীয়া হ'ল— সেইটোও খুচৰি চোৱা নাই। তাৰো এটি কাৰণ মনলৈ আহিল। আগতে নাট মেলিলে গীত অভিনয়ৰ অবিচ্ছেদ্য অঙ্গ আছিল। কিন্তু স্বাধীনতাৰ পিচত মঞ্চৰ নাটে মোট সলালে। অভিনয়ৰ ৰূপো বদলি হ'ল। প্ৰায় নাটকতে কথাংশৰ পৰা গীতাংশ বাদ পৰিল। অভিনয়ত কণ্ঠ সঙ্গীতৰ ঠাইত যন্ত্ৰ সঙ্গীতে বাহ ললে।

ৰাজনীতিৰ ক্ষেত্ৰতো ভূপেনক পাইছিলো। ১৯৬৭–৭২ চনলৈ। শ্বিলঙত তেতিয়া ৰাজধানী। একেলগে আমি আছিলো। পাইন উড হোটেলত— বিৰোধী পক্ষৰ বিধায়ক হিচাপে।

এতিয়াও ভূপেনক লগ পাওঁ। সভাই সমিতিয়ে বা বাটে-পথে। তাৰে এটা উল্লেখযোগ্য সাক্ষাতৰ কথা কওঁ। ১৯৭৯ চন। ৩০ এপ্ৰিল, সোমবাৰ। বোম্বাইৰ পৰা কলিকতালৈ আহিছো। তেতিয়া মই মন্ত্ৰী। উৰা জাহাজত। বোম্বাই এৰোঁতে চাৰি ঘণ্টা পলম হৈছে। পাব লাগিছিল ৮ বজাত। পালোহি ৰাতি প্ৰায় ১২ বজাৰ পিচত। লঞ্জৰ ফালে আগবাঢ়িছোঁ। পা-বখীয়াই আগুৰি বাট দেখুৱাই আনিছে। দেখিলো বহুত মানুহৰ সমাবেশ হৈছে। কাৰোবাক আগুৰি আছে। প্ৰায়বোৰ যুবক-যুৱতী। মহিলা আদহীয়া লোকো আছে। ফালৰি কাটি আগবাঢ়িছো— V. I. P. কোঠলিৰ ফালে। এনেতে ভিতৰৰ পৰা চিঞৰা শুনিলোঁ— "লক্ষ্যদা ক'ৰ পৰা ?" ঘূৰি চাওঁ যে, ভূপেন হাজৰিকা। পলকতে মোৰ কাষ পালেহি। দুয়ো গৈ V. I. P. লঞ্জত উঠিলো। ৰখীয়াই দুৱাৰ বন্ধ কৰি দিলে। সুধিলো - "তুমি এই ৰাতি ইয়াত কিয় ? তেওঁলোক কোন ?"

"মই আমেৰিকালৈ যাম। এতিয়া অলপ পিচতে প্লেন এৰিব।

এওঁলোকে মোক আগবঢ়াবলৈ আহিছে। ক'তো শান্তি নাই বুইছে। এতিয়া তেওঁ অলপ শান্তি পাইছো।" যোৱাৰ কাৰণ সুধিলো—ক'লে গীত গাবলৈ মাতিছে। ইটো সিটো ভাল বেয়া কথা হ'লো। ভূপেনে টিপ্পনী কৰিলে— "দাদা, আপোনাক এই সাজত ভাল লগা নাই। 'তৰণী সেন'ৰ সাজত দেখা সেই সাজেৰে মন্ত্ৰী সাজিব নোৱাৰিনে ?" হাঁহিৰ খলকনি উঠিল। এনেতে কিন্তু উঠিবলগীয়া হ'ল। মোৰ কলিকতালৈ যোৱা গাড়ী সাজু হ'ল বুলি খবৰ আহিল। ভূপেনৰ সৈতে নামি আহিলো। খট-খটিৰে নামি অহাৰ লগে লগেই ভূপেনক ডেকা-গাভৰু সকলে "ভূপেনদা। ভূপেনদা" বুলি ফুলৰ তোৰা দিয়া দেখিলো। ভূপেন জুমৰ মাজত হেৰাই গ'ল। মই মটৰেৰে কলিকতাৰ "অসম ল'জ" ওলালোহি।

পিচদিনা ৯ বজাত নিৰোদ ৰয় আহিল। বিখ্যাত ফটোগ্ৰাফাৰ। পূৰ্বতে গুৱাহাটীৰ ডেনিজ ৰ'ডৰ বাসিন্দা। আমাৰ স্কুলীয়া দিনৰ বন্ধু। তেতিয়া কলিকতা নিবাসী। বিধান ৰায়ৰ দিনৰ চৰকাৰী ফটোগ্ৰাফাৰ। তেতিয়া অৱসৰ হৈছে। কথা প্ৰসঙ্গতে ৰাতি 'দম দম'ত ভূপেনক লগ পোৱা আৰু ভূপেনৰ গুণমুগ্ধ যুৱক-যুৱতী সকলৰ কথা কলোঁ।

নিৰোদ ৰয়ে কলে— "ভূপেন এতিয়া কলিকতাৰ অন্যতম আকৰ্ষণ। ভূপেনৰ গীত নেবাজাকৈ এতিয়া কোনো এটা বনভোজ (Pic-nic) হব নোৱাৰে। সকলো যুৱক-যুৱতী ভূপেন বলিয়া।"

ভূপেনক এনেদৰে নাপায়ো পাইছো। শুনিছো— নিজ চকুৰেই দেখিছো। ভূপেনৰ এই "জনপ্ৰিয়তা"— ভূপেনৰ এই আকৰ্ষণ—অবিশ্বাস্য— কিন্তু সঁচা।

এই পুথিত ডঃ ভূপেন হাজৰিকাৰ প্ৰতিভাৰ বিষয়ে এটি তথ্যপূৰ্ণ চিত্ৰ শ্ৰীনাথে নিপুণতাৰে অঙ্কণ কৰিছে। অৱশ্যে ভূপেন হাজৰিকাৰ জন্মৰ চন তাৰিখ লৈ. এনেো অলপ আলোচনা সমালোচনা

ক'ৰবাত হৈছে। শ্ৰীনাথে তাকে সুঁৱৰি লেখিছে— "বিশ্ববৰেণ্য এগৰাকী শিল্পীৰ জন্মৰ চন-তাৰিখ লৈ এনেদৰে খেলি মেলি কৰাটো অবাঞ্চনীয়।" পিচে শ্ৰীনাথৰ এই আক্ষেপ অমূলক। কিয়নো জন্ম আৰু মৃত্যু মানুহৰ জীৱনৰ নিৰ্ঘাত সত্য। কিন্তু মানুহে নিজৰ জন্মৰ দিন, তাৰিখ, ক্ষণ নিজে ভু নেপায়। আনে কৈ দিব লাগে। মৃত্যুৰ ক্ষেত্ৰত সিও নহয়। কোনোবাই কলেও শুনিবলৈ তেওঁ নেথাকে। মৃত্যু দিৱস পাতিলেও নিজে সমূলঞ্চে ভু নেপায়। আমি এই ক্ষেত্ৰত কোনো বাদ-প্ৰতিবাদ নোহোৱাকৈ কব পাৰোঁ— ভূপেন হাজৰিকা এজন ক্ষণজন্মা পুৰুষ। তাতকৈ শোভনীয় বা মোহনীয় একো নাই।

শ্ৰীনাথে প্ৰথম পৃষ্ঠাতে লেখিছে— "ড° ভূপেন হাজৰিকা, এটি নাম নহয়— বিশাল বিশ্বৰ বুকুত ক্ৰমবিকাশমুখী মানৱ সংস্কৃতিৰ মহামঞ্চত সঙ্গীতমুখৰ এটি বিচিত্ৰানুষ্ঠানহে। ............কিয়নো, কলা-সংস্কৃতিৰ মহাসাধক ড° ভূপেন হাজৰিকা যি দৰে ভুবন বিজয়ী এক সুৰৰ যাদুকৰ- সেইদৰে গীতি-সাহিত্যৰো এগৰাকী কৃতী সাহিত্যিক। মানৱ সাগৰত মুকুতা বিচাৰি জিৰণী বিহীন উৰণীয়া মৌৰ দৰে দিহিঙে দিপাঙে লৰৰি ফুৰা ধৰাৰ গন্ধৰ্ব স্বৰূপ লুইতপৰীয়া ভূপেন হাজৰিকা ঠিকনা বিহীন এক যাযাবৰ। .........সেয়ে, নামেই যাৰ পৰিচয় আৰু পৰিচয়েই যাৰ জীৱন দৰ্শনৰ অবিকল অভিব্যক্তি সেই গৰাকী সুন্দৰৰ পূজাৰী ড° ভূপেন হাজৰিকা কলা-সংস্কৃতিৰ ইতিহাসত এটি যুগ— উত্তৰ সাধক সকলৰ বাবে এক অন্তহীন জিজ্ঞাসা— সমন্বয়ৰ এটি মূৰ্ত্ত প্ৰতীক।" এইখিনি কথাতেই লেখক শ্ৰী নাথে ড° হাজৰিকা মানুহ জনৰ সম্পূৰ্ণ পৰিচয় সুন্দৰভাৱে থোৰতে দাঙি ধৰিছে। শ্ৰীনাথৰ এইখিনি কথাতেই ড° ভূপেন হাজৰিকাৰ সম্পূৰ্ণ ব্যক্তিত্ব দেখ্ দেখ্কৈ ওলাই পৰিছে। লেখক শ্ৰীনাথৰ লিখাৰ ধৰণ অনুপম। প্ৰতিভা বিশ্লেষণৰ নমুনাও সুন্দৰ আৰু সাৱলীল। শ্ৰীনাথৰ ভাষাও অতি প্ৰাঞ্জল, লগতে যুক্তি আৰু বৰ্ণনাও আউল নলগা।

কোনো কোনো ঠাইত শ্ৰীনাথে নিজেই প্ৰশ্ন কৰিছে— আকৌ নিজেই বা আনৰ লেখা উল্লেখ কৰি তাৰ উত্তৰো তেওঁ দাঙি ধৰিছে। এঠাইত শ্ৰীনাথে প্ৰশ্ন কৰিছে "আজি সহস্ৰ জনৰ মনত সেই একেটা কথাকেই কেন্দ্ৰ কৰি সহস্ৰ প্ৰশ্ন— ভূপেন হাজৰিকাই অসম এৰিলে কিয় ?" এই প্ৰশ্নৰ উত্তৰো তেওঁ নিদিয়া নহয়। দিছে। এই কথাখিনি পঢ়োঁতে সাউৎকৰে এটি ঘটনাৰ কথা মোৰ মনত পৰিল। ১৯৮৫ চন। ফেব্ৰুৱাৰী মাহৰ ৭ তাৰিখ। এফালে ওলাই গৈছোঁ। কৈকুৰিটোৰ মূৰত থকা মুকলি ঠাইখিনিত কেইজনমান ডেকাই চিলা উৰাইছে। কাষত কেইজনমান ল'ৰাই চাই খং ধেমালি কৰি আছে। এজন কণমানি ল'ৰাই মাটিত পৰি বৰকৈ কান্দিছে। এনেয়ে সুধিলো— "কি হ'ল হে এওঁৰ ?" চিলা উৰাই থকা ডেকাজনে উত্তৰ দিলে— "এইটো তেওঁৰ চিলা। উৰাবলৈ চেষ্টা কৰিছিল। নোৱাৰিলে। মই উৰালোঁ। এতিয়া তেওঁ ইমান ওপৰলৈ উৰা চিলাটো তেওঁৰ হাতৰ পৰা এৰা দি গ'ল বুলি কান্দিছে। নমাব বিচাৰিছোঁ— সহজতে নানামে। উপৰত বৰ বতাহ। ধপকৈ নমালে ছিঙি যাব পাৰে।" কথা শুনি ল'ৰাজনক কান্দিবলৈ হাক্ দি আঁতৰিলো। ঘটনাটো পাহৰিলো। বিশেষ মন কৰিবলগীয়াও একো নাই। কিন্তু সিদিনা শ্ৰীনাথৰ পুথিত এই প্ৰশ্নটো পঢ়াৰ লগে লগে সাউৎকৰে সেই কথাটো মনত পৰিল। সেই উৰি থকা চিলাটো ডঃ ভূপেন হাজৰিকা আৰু আমি বা আমাৰ দৰে লোক সকল সেই কান্দি থকা সৰু ল'ৰাটো যেন অনুভৱ হ'ল। হ'ল— কিয় হ'ল— কব নোৱাৰো।

আৰু এটা মজাৰ কথা। মনত পৰিছে। কথাটো পুৰণি। তাহানিৰ আমাৰ ডেকা কালত। আমাৰ লগৰে এজন অতি প্ৰখৰ বুদ্ধিৰ ল'ৰাই কটন কলেজৰ শিক্ষা সাং কৰি বিলাতলৈ গ'ল। পঢ়িবলৈ। তাৰ পৰা সুখ্যাতিৰে পঢ়া শেষ কৰি উভতি আহিছিল।

মাই চৈবেক পিচতে কিবা এটা ভাল কাম পাই কলিকতালৈ গ'ল। সকলোৱে বাঃ বাঃ দিলে। অতি মৰমৰ মাকে দুখ কৰি কলে—"বিলাত আমেৰিকা পাছ কৰি আহি সি কলিকতালৈ গৈহে কাম কৰিবলগীয়া হ'ল। আমাৰ ইয়াত ইমানবোৰ থানা কাছাৰি থকাতো তাৰ ভাগ্যত কাম এটা নোজালনে?" এই অনুভূতি মৰমৰ—চেনেহৰ আৰু আদৰৰ। শ্ৰীনাথৰ প্ৰশ্নৰ উত্তৰ ইও এটা।

পুথিখনত ড° হাজৰিকাৰ বিভিন্ন গীতৰ সঙ্গতি দাঙি ধৰা হৈছে। তদুপৰি ড° হাজৰিকাৰ জীৱন দৰ্শন, আৰু দেশ-বিদেশৰ বিভিন্ন সমস্যাত এই শিল্পী গৰাকীৰ নিজস্ব উক্তিও ঠায়ে ঠায়ে সন্নিবিষ্ট কৰি পুথিখনৰ সৌন্দৰ্য বঢ়াইছে। লগতে শিল্পীজনক সহজভাৱে বুজিবলৈ পাঠকক সুযোগ উলিয়াই দিছে। তদুপৰি ভাৰতৰ খ্যাতনামা গায়ক-গায়িকা সকলৰ উপৰিও বিশ্বৰ বৰেণ্য গীতিকাৰ, সুৰকাৰ আৰু গায়ক সকলে ড° হাজৰিকাৰ প্ৰতি থকা তেওঁলোকৰ মনোভাৱ আৰু শ্ৰদ্ধাৰ কথাও পুথিখনত সন্নিবিষ্ট কৰা হৈছে। ডঃ ভূপেন হাজৰিকাৰ প্ৰতিভাৰ কথাও বিশদভাৱে আলোচনা কৰিছে। অৱশ্যে এনে এজন কৃতী লোকৰ জীৱনৰ সকলো দিশ সামৰিব পৰাটো সহজ কথা নহয়। শ্ৰীনাথ এই ক্ষেত্ৰতো বহুখিনি সাৰ্থক হৈছে। অৱশ্যে এই পুথিত লেখাৰ উপৰিও ড° হাজৰিকাই আগবঢ়োৱা বহু দিশৰ বৰঙণি বা অৰিহণা হয়তো অজনাতে শ্ৰীনাথৰ চকুত ধৰা নপৰাকৈ ৰৈ গৈছে। সেয়েহে, এই পুথিতেই ড° হাজৰিকাৰ সকলো প্ৰতিভা সন্নিবিষ্ট হৈছে বুলি ধৰি লব নোৱাৰিলেও শ্ৰীনাথৰ এই পুথিখনৰ আঁত ধৰি উঠি অহা চাম উৎসুক লেখক-লেখিকাই ড° হাজৰিকাৰ বিষয়ে আৰু তথ্যপূৰ্ণ বিশদ পুথি ৰচনা কৰাত ই সহায় কৰিব।

পুথিখনে পঢ়ুৱৈ সমাজৰ মন আকৰ্ষণ কৰিব বুলি মোৰ দৃঢ় বিশ্বাস হৈছে। চেষ্টা নেৰিলে শ্ৰীনাথৰ পৰা এনে ধৰণৰ পুথিয়ে আমাৰ সাহিত্য ভঁৰালৰ এটা দিশ কিছু পৰিমাণে চহকী কৰিব বুলি আন্তৰিক আশা ৰাখিছোঁ।

আমবাৰী —লক্ষ্যধৰ চৌধুৰী
গুৱাহাটী-১ ৯/১১/৮৬

# আগচৰা

সাধাৰণতে সুদূৰপ্ৰসাৰী সত্ত অভিপ্ৰায় লৈ বিতৰ্ক বিবৰ্জিত সত্যতাৰ ভেটিতহে যি কোনো মহৎ ব্যক্তিৰ জীৱন কাহিনী ৰচিত হোৱাটো বাঞ্চনীয়। কিয়নো, বিশুদ্ধ দৃষ্টিভঙ্গীৰে বিশ্লেষিত নিৰ্ভুল তথ্যৰ সমাবেশতহে সাৰ্থক জীৱনী সাহিত্যৰ সৃষ্টি হয়। এনে এক লক্ষ্য সম্মুখত ৰাখিয়েই Johnson এ এটি নিৰ্দেশ দি কৈছে— "Those who live with a man can write with any genuine exactness and discriminations." কথাষাৰৰ যথাৰ্থতা যিমানেই নেথাওক লাগে— বাস্তৱ ক্ষেত্ৰত কিন্তু সেয়া সম্ভৱপৰ নহয় যেন লাগে। অৱশ্যে ক'ৰবাত কেতিয়াবা কাৰোবাৰ ক্ষেত্ৰত সেয়া সম্ভৱ হলেও ইমানতে এটা কথা উল্লেখযোগ্য যে মানৱ দৰদী যাযাবৰ শিল্পী ড° ভূপেন হাজৰিকাদেৱৰ সৈতে সমনে আৰু সুদীৰ্ঘ সময়ৰ বাবে সান্নিধ্য লাভ কৰাটো সম্ভৱ নহয়। কিন্তু তথাপিতো লোক-সংস্কৃতিৰ বিশ্ববৰেণ্য কলাকাৰ ড' ভূপেন হাজৰিকাদেৱৰ সংগ্ৰামী জীৱনাদৰ্শ আৰু সহমুখী প্ৰতিভাৰ বিষয়ে ইতিমধ্যে দেশ–বিদেশৰ বিভিন্নজনে বিভিন্ন কিতাপ, আলোচনী আৰু কাকত-পত্ৰৰ জৰিয়তে বিভিন্ন ধৰণৰ আলোচনা আগবঢ়াইছে। এনেকি কোনো কোনো আলোচনীয়ে ড° হাজৰিকাদেৱৰ নামত ইতি-মধ্যে একো একোটি বিশেষ সংখ্যাও প্ৰকাশ কৰিছে। কিন্তু সেই-বোৰ আলোচনাই ড° ভূপেন হাজৰিকাদেৱৰ বৈচিত্ৰ্যতাৰে পৰিপূৰ্ণ সংগ্ৰামী শিল্পী জীৱনৰ আটাইবোৰ দিশ সামৰি লোৱা নাই আৰু সেই বাবেই সেয়া হৈছে তেখেতৰ জীৱনৰ কোনো কোনো একোটা বিশেষ প্ৰসঙ্গক লৈ সংক্ষিপ্ত ৰূপত অংকণ কৰা একো একোখনি খণ্ডচিত্ৰহে। প্ৰকৃততে ঐকান্তিক সাধনা আৰু স্বকীয় মহি-মাৰে কলা-সংস্কৃতিৰ আকাশত প্ৰতিভাত হৈ উঠা উজ্জ্বল নক্ষত্ৰ স্বৰূপ ড° ভূপেন হাজৰিকাৰ বহুব্যাপ্ত শিল্পী জীৱনৰ আটাইবোৰ দিশ সামৰি লব পৰাকৈ এখনি পূৰ্ণাঙ্গ জীৱন বৃত্তান্তৰ প্ৰয়োজনীয়-তাৰ কথা নুই কৰিব নোৱাৰি। অৱশ্যে সুধী সমাজৰ কোনো কোনো সুযোগ্য সচেতন ব্যক্তিয়ে হয়তো এই বিষয়ে নভবাকৈও থকা

নাই। কিন্তু তথাপিতো যোগ্যতাৰ মাঁপকাঠিৰে নিজকে জুখি নোচোৱাকৈয়ে সীমিত জ্ঞান আৰু অপৈণত হাতেৰেই সমাজ সচেতন শিল্পী ড' ভূপেন হাজৰিকাদেৱৰ জন্মৰে পৰা এতিয়ালৈকে বয়সৰ সৈতে কৰ্মবৃত্তান্তৰ সঙ্গতি ৰক্ষা কৰি ধাৰাবাহিকভাৱেই তেখেতৰ সুৰময় জীৱনৰ ছন্দময় ইতিবৃত্তখিনি গদ্যময় কথাৰে সজাই তোলাৰ প্ৰয়াসেৰেই কেইবাটাও অধ্যায়ত এই কিতাপখনি যুগুত কৰা হৈছে। অৱশ্যে কোনো নিৰ্দ্দিষ্ট সংখ্যক বছৰৰ ভিত্তিত অধ্যায়বোৰৰ সীমা-ৰেখা নিৰূপণ কৰাৰ পৰিবৰ্তে আলোচ্য বিষয়ৰ বিস্তৃতিৰ প্ৰতিহে লক্ষ্য ৰখা হৈছে। এই ক্ষেত্ৰত উল্লেখযোগ্য যে— ড° ভূপেন হাজ-ৰিকাদেৱে তেখেতৰ সমগ্ৰ জীৱনত নিজে কোৱা কথা, কৰা কাম, গোৱা গান, লেখা গীত আৰু গদ্য সমূহৰ উপৰিও কাকত-পত্ৰ সমূহৰ বুকুত সিঁচৰিত হৈ থকা তথ্য আৰু মন্তব্য সমূহৰো সহায় লোৱা হৈছে। ইয়াৰ উপৰিও সুদীৰ্ঘ সময়ৰ বাবে নহ'লেও মাজে সময়ে ড° হাজৰিকাদেৱৰ সৈতে সান্নিধ্য লাভ কৰাৰ সৌভাগ্যই এই লেখকক আংশিকভাৱে হ'লেও মহান শিল্পী গৰাকীৰ এই অনন্য জীৱন আৰু অনন্য প্ৰতিভালৈ নিচেই ওচৰৰ পৰা জুমি চোৱাৰ কিঞ্চিত সুযোগ আনি দিয়াত কিতাপখন যুগুত কৰাৰ ক্ষেত্ৰতো যথেষ্ট অৰিহণা যোগাইছে।

অৱশ্যে, এই খিনিতে কৈ থোৱাই ভাল যে— যথেষ্ট সচেতনতা অৱলম্বন কৰা সত্ত্বেও অনিচ্ছাকৃতভাৱেই কোনো কোনো ক্ষেত্ৰত হয়তো ভুল তথ্য পৰিবেশন হোৱাৰ সম্ভাৱনাও নথকা নহয়। কিন্তু এই সন্দৰ্ভত এটা কথা কব পৰা যায় যে— ঠাই বিশেষে পূৰ্ব প্ৰকা-শিত কোনোবা ভুল তথ্যৰ পুনৰাবৃত্তিয়েই হয়তো ইয়াৰ এটি অন্যতম কাৰণ হ'ব পাৰে। তাৰোপৰি বিভিন্ন অধ্যায়ত ড° ভূপেন হাজ-ৰিকাদেৱৰ গীতৰ একো একোটা কলিয়ে হয়তো একাধিকবাৰ ভুমুকিও মাৰিছে— সেয়াও প্ৰকৃততে আলোচ্য বিষয়ৰ প্ৰাসঙ্গিকতাৰ বাবেহে এনে হবলৈ পাইছে। লগতে এইটোও স্বীকাৰ্য যে সীমিত সামৰ্থ্যৰ বাবেই হয়তো হাতে-ছুকি নোপোৱা বহুতো প্ৰয়োজনীয় বিষয় ইয়াত উল্লেখ কৰাটো সম্ভৱ নহ'ল। আনহাতে বহুব্যস্ততাৰ মাজেদি তিনি কুৰিৰ দেওনা পাৰ হৈ অহা আশাবাদী শিল্পী ড° ভূপেন হাজৰিকাৰ সন্মুখত অধিক সম্ভাৱনাময় এটি সুদীৰ্ঘ ভৱিষ্যতো পৰি আছে। সেই হেতুকেই, এয়া এগৰাকী বিশ্ববিশ্ৰুত অনিকেত শিল্পীৰ

অসমাপ্ত জীৱনৰ অসম্পূৰ্ণ জীৱনালেখা বুলিহে কব পৰা যায়। কিয়নো, লুইতৰ পাৰৰ আজন্ম শিল্পী ড০ ভূপেন হাজৰিকাদেৱে তেখেতৰ যাযাবৰী শিল্পী জীৱনত সংগীতকেই সাৰথি কৰি যি সুন্দৰৰ সকবৰ আলিয়েদি ঐকান্তিক সাধনাৰে আগুৱাই গৈ আজি কলা-সংস্কৃতিৰ জগতত যেন সুবিশাল এক সাগৰ হৈ পৰিছে — আৰু সেই হেতুকেই, এনে সাগৰ সদৃশ বিশাল ব্যক্তিত্বসম্পন্ন শিল্পী ড০ ভূপেন হাজৰিকাৰ সংগ্ৰামী জীৱন চৰ্যাৰ এয়া এখনি হুবহু দিনলিপিও নহয়— এয়া মাথোন খৰিকাৰে সাগৰ জোখাৰ এক নম্ৰ প্ৰয়াস বুলিয়েই কব লাগিব। সেই হেতুকেই, সাহিত্য আৰু সংস্কৃতি-প্ৰেমী পঢ়ুৱৈ সমাজে কিতাপখনত থকা ত্ৰুটী-বিচ্যুতিৰ বাবে কেৱল দায়-দোষ প্ৰতিপন্ন কৰাৰ পৰিবৰ্তে ক্ষমাৰ চকুৰে চাই অশুদ্ধখিনিক ভৱিষ্যতলৈ বিশুদ্ধ কৰি লব পৰাকৈ সজ পৰামৰ্শৰ দ্বাৰাহে কৃতাৰ্থ আৰু অনুপ্ৰাণিত কৰিব বুলি আশা থাকিল।

অৱশেষত বিদুৰৰ খুদ্ যেন এই কিতাপখনিয়ে সুধী সমাজৰ পৰা এধানিমান মৰম আদায় কৰিব পাৰিলে উদ্দেশ্য সফল হোৱা বুলি অনুভৱ কৰাৰ লগতে সেইকণ মৰমেই হ'ব ভৱিষ্যতৰ বাবে অধিক অনুপ্ৰেৰণাৰ এক অনন্য উৎস।

কৃতজ্ঞতা —

যথেষ্ট কষ্ট কৰি কিতাপখনৰ পাতনি দুখন লেখি দিয়াৰ বাবে অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শ্ৰীযুত যজ্ঞেশ্বৰ শৰ্মা ডাঙৰীয়া, আৰু বৰেণ্য নাট্যপ্ৰাণ শ্ৰীযুত লক্ষ্যধৰ চৌধুৰীদেৱৰ প্ৰতি হিয়াভৰা শ্ৰদ্ধাৰে সৈতে চিৰকৃতজ্ঞ হৈ থাকিবই লাগিব। লগতে যি সকলৰ লেখাৰ সহায় লোৱা হ'ল তেখেত সকললৈকো কৃতজ্ঞতা থাকিল। বিভিন্ন দিহা-পৰামৰ্শেৰে অনুপ্ৰাণিত কৰাৰ বাবে— জ্যেষ্ঠ ভাতৃপ্ৰতিম সৰ্বশ্ৰী বেৱ বৰা, বুদ্ধীন্দ্ৰ কুমাৰ বৰুৱা আৰু ডা: অচিন্ত্য কুমাৰ ফুকন ডাঙৰীয়া, অতি অন্তৰঙ্গ বন্ধু ইন্দ্ৰ মোহন মেধি, নাৰায়ণ কোঁচ, জীৱন শইকীয়া, জিতেন্দ্ৰনাথ হাজৰিকা, শেখৰজ্যোতি ভূঞা, শ্ৰীমতী প্ৰতিভা দেৱী আৰু কিশলয় সাংস্কৃতিক গোষ্ঠীৰ সদস্যসকলৰ লগতে প্ৰকাশক শ্ৰীজয়োদৱ ভূঞাদেৱৰ প্ৰতিও শ্ৰদ্ধাসিক্ত কৃতজ্ঞতা জ্ঞাপন কৰা হ'ল। সদৌ শেষত ছপাশালৰ মুদ্ৰক শ্ৰীদীনেশ বৰা আৰু কৰ্মচাৰী সকলৰ প্ৰতিও আন্তৰিক কৃতজ্ঞতা থাকিল।

—লেখক

# প্ৰথম অধ্যায়

## ১৯২৬ চনৰ পৰা ১৯৩৫ চনলৈ।

ড° ভূপেন হাজৰিকা!

— এটি মাথোঁ নাম নহয়— বিশাল বিশ্বৰ বুকুত ক্ৰমবিকাশমুখী মানৱ-সংস্কৃতিৰ মহামঞ্চত সংগীত মুখৰ এটি বিচিত্ৰানুষ্ঠানহে ………

— এটি মাথোঁ ব্যক্তি-সত্বাই নহয়— সৰ্বতোমুখী প্ৰতিভাৰে সমুজ্জ্বল এটি শিল্পী-সত্বাহে। কিয়নো, কলা-সংস্কৃতিৰ মহাসাধক ড° ভূপেন হাজৰিকা যিদৰে ভুৱন-বিজয়ী এক সুৰৰ যাদুকৰ— সেইদৰে গীতি-সাহিত্যৰো এগৰাকী কৃতি সাহিত্যিক। মানৱ-সাগৰত মুকুতা বিচাৰি জিৰণী বিহীন উৰণীয়া মৌৰ দৰে দিহিঙে দিপাঙে লৰি ফুৰা ধৰাৰ গন্ধৰ্ব স্বৰূপ লুইতপৰীয়া ভূপেন হাজৰিকা—ঠিকনা-বিহীন এক যাযাবৰ— যাৰ পৰিচয়ৰ পৰিধি আজি জনপ্ৰিয়তাৰ সীমাহীন দিগ্‌বলয়ৰ বুকুত হেৰাই গৈছে আৰু সেয়ে নামেই যাৰ পৰিচয় আৰু পৰিচয়েই যাৰ জীৱন দৰ্শনৰ অবিকল অভিব্যক্তি— সেই গৰাকী সুন্দৰৰ পূজাৰী ড° ভূপেন হাজৰিকা কলা আৰু সংস্কৃতি জগতৰ ইতিহাসত এটি যুগ— উত্তৰ সাধক সকলৰ বাবে এক অন্তহীন জিজ্ঞাসা — সমন্বয়ৰ এটি মূৰ্ত্ত প্ৰতীক। উল্লেখযোগ্য যে, গীতিকাৰ-শিল্পী ভূপেন হাজৰিকাৰ বৈচিত্ৰতাৰে ছন্দময় শিল্পী-জীৱনৰ মূল বৈশিষ্ট্যই হৈছে— সুন্দৰৰ সাধনাত ঐকান্তিকতা, নিভাজ স্বদেশ প্ৰেমৰ সুৰসিক্ত বক্তব্যৰ মাজত দূৰদৰ্শিতা, নতুনত্বৰ আহ্‌বানত পৌৰুষোদ্দীপ্ত সংগ্ৰামী চেতনা আৰু মানৱদৰদী কোমল হৃদয়ৰ বিশালতা। শিল্পগুৰু অৱনীন্দ্ৰ ঠাকুৰৰ ভাষাত কবলৈ হলে— "যোগীৰ তপস্যা চকু মুদি, শিল্পীৰ তপস্যা চকু মেলি। সুৰ সাধনাত ড° হাজৰিকা যোগী আৰু শিল্প সাধনাত ৰুচিবান শিল্পী— দুয়োটাৰে সমন্বয়ত ভূপেন

হাজৰিকা । আন এটা উল্লেখযোগ্য দিশ হৈছে— তেওঁৰ হৃদয়ৰ প্ৰসাৰতা — যাৰ মাজত ক্ষুদ্ৰতা লেশমানো নাই ।” মুঠতে কৰ্মযোগী ড° ভূপেন হাজৰিকা লোক-সংস্কৃতিৰ পথাৰত এজন সঁচা বনুৱা, কণ্ঠ-সংগীত আৰু শিল্প-কলা জগতত এটি উজ্জ্বল ৰত্ন আৰু সেয়েইতো কলা-সংস্কৃতিৰ মহাসাধক ড° ভূপেন হাজৰিকা— স্বনামধন্য কলাৰত্ন ।

১৯২৬ চন । ধাৰাষাৰ বৃষ্টিয়ে প্লাৱন সৃষ্টি কৰা বৰ্ষামুখৰ শৰৎকাল— ভাদমহীয়া মেঘে ঢকা আকাশৰ তলত অন্তঃসত্বা ধূলিৰ ধৰণীৰ বুকুত সৃষ্টিৰ উন্মাদনা । ভাৰতৰে পূৰ্ব দিশৰ সূৰ্য উঠা দেশ-অসম আৰু এই অসমৰেই পূৰ্ব দিশৰ সীমামূৰীয়া শদিয়া অঞ্চলৰ এখনি আদি গাঁৱত— অস্থায়ী ঘৰৰ কেঁচা মাটিতেই বৃষ্টিমুখৰ পুৱতি নিশাৰ কোনো এটি শুভলগণত মহীয়সী নাৰী শান্তিপ্ৰিয়া হাজৰিকাৰ গৰ্ভৰ পৰা সাংস্কৃতিক জগতৰ পূৰ্বাকাশ পোহৰাই উদিত হৈছিল এটি নতুন সূৰ্য— জনমধন্য নীলকান্ত হাজৰিকাৰ দাম্পত্য জীৱনৰ প্ৰথম স্বাক্ষৰ —হাজৰিকা বংশৰ মুকুটমণি –এনেকি অসম তথা সমগ্ৰ ভাৰতবৰ্ষৰেই গৌৰৱ স্বৰূপ সুৰ-কুমাৰ ভূপেন হাজৰিকা ।

পিতৃ নীলকান্ত হাজৰিকাৰ আচল ঘৰ নাজিৰাৰ আমোলা-পট্টিত । ৺বংশীধৰ হাজৰিকাৰ তৃতীয় পুত্ৰ নীলকান্ত হাজৰিকা তেতিয়াৰ দিনতেই বি, এ । বংশীধৰ হাজৰিকাৰ পৰিয়ালটোও তাহানি দিনৰ পৰাই এটি প্ৰতিথযশা পৰিয়াল আছিল । উল্লেখযোগ্য যে বংশীধৰ হাজৰিকাদেৱ বৰ্তমানৰ নাজিৰা উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ প্ৰতিষ্ঠাতা আৰু আজীৱন অবৈতনিক শিক্ষক আছিল । শিক্ষা সমাপ্ত কৰি পিতৃ নীলকান্ত হাজৰিকাই জীৱিকাৰ সন্ধানত চাকৰিত সোমায় শদিয়াৰ মধ্য ইংৰাজী বিদ্যালয়ৰ শিক্ষক স্বৰূপে । তেতিয়াৰ শদিয়া সীমান্ত অঞ্চলৰ অন্তৰ্ভুক্ত । বয়সৰ আহ্বানত ১৯২৪ চনতেই সামাজিক প্ৰথামতেই গুৱাহাটীৰ ভৰলুমুখৰ ৺ৰতিকান্ত দাসৰ কন্যা শান্তিপ্ৰিয়া দাসৰ লগত নীলকান্ত হাজৰিকা বিবাহ পাশত আবদ্ধ হয় । চাকৰিৰ দায়িত্ব পালন কৰিবলৈ নীলকান্ত হাজৰিকা শদিয়ালৈ

যাওঁতে লগত গৈছিল সহধৰ্মিণী শান্তিপ্ৰিয়া হাজৰিকাও। কেইবছৰমান তাত থাকি নীলকান্ত হাজৰিকা গুৱাহাটী কটন কলেজিয়েট হাইস্কুলৰ শিক্ষক হৈ আহে। শদিয়ালৈ যাওঁতে তেওঁলোক দুজনহে গৈছিল, কিন্তু গুৱাহাটীলৈ আহোঁতে কণমানি ভূপেনৰ সৈতে তেওঁলোক তিনিজন হৈ উভতিছিল। দেউতাকৰ লগে লগে থাকি ভূপেন হাজৰিকাই তেওঁৰ যাযাবৰী জীৱন আৰম্ভ কৰিছিল সেই শিশু অৱস্থাৰ পৰাই।

শিক্ষা আৰু সংগীতৰ ক্ষেত্ৰত মাতৃ পক্ষৰ পৰিয়ালটোও উন্নত আছিল। ভূপেনৰ ককাদেউতাক ৰতিৰাম দাসো গুৱাহাটীৰ সোণাৰাম হাইস্কুলৰ প্ৰতিষ্ঠাতা শিক্ষক আছিল। মাহীয়েক ভৱপ্ৰিয়া দাসেও মাছ-খোৱা ছোৱালী স্কুলত শিক্ষকতা কৰিছিল। মাতৃ শান্তিপ্ৰিয়া হাজৰিকাৰ শিক্ষাও বৰ কম নাছিল। আৰু মোমায়েক ? মোমায়েক কৰুণাসিন্ধু দাসো এজন সুশিক্ষিত আৰু তেতিয়াৰ দিনত অসমৰ এজন সু-গায়ক আছিল। মুঠতে গুৱাহাটীৰ ঘৰত শিক্ষা আৰু সংগীতমুখৰ পৰিবেশৰ মাজতেই সকলোৰে মৰমত অকণমানি ভূপেনে জীৱনৰ পাতনি মেলিছিল। ঘৰতে থকা শিক্ষক-শিক্ষয়িত্ৰী সকলে কণমানি ভূপেনক শিকাই বুজাই বহুত খিনি আগবঢ়াই দিছিল আৰু সেয়ে পাঠশালাৰ তলৰ কেইশ্ৰেণীমানৰ পঢ়াৰ কাম তেওঁ ঘৰতে সমাধা কৰিছিল।

সংগীতপ্ৰিয় মাক বাপেক মোমায়েক আৰু মাহীয়েকহঁতে নিচেই সৰুৰে পৰাই ভূপেনক সংগীতৰো অনুশীলন কৰাইছিল। অৱশ্যে সৰুতেই সংগীতৰ প্ৰতি থকা অকৃত্ৰিম আগ্ৰহ আৰু ঐকান্তিক প্ৰচেষ্টাৰ মাজতেই ভূপেন হাজৰিকাৰ সম্ভাৱনাময় এক উজ্বল ভৱিষ্যতৰ উমান পাইছিল পৰিয়ালৰ সকলোৱেই। অলপমান শিকাই দিলেই সহজতে সেয়া আয়ত্ব কৰি লব পৰা গুণ এটা তেতিয়াই প্ৰকাশ পাইছিল ভূপেন হাজৰিকাৰ ক্ষেত্ৰত। অৱশ্যে সংগীতৰ জগতত কিবা এক জন্মগত অধিকাৰ থকা যেন লাগে। সেয়ে হয়তো জীৱনৰ প্ৰথমেৰে পৰাই ভূপেন হাজৰিকাৰ দেহ মনৰ প্ৰতিটো ধমনিতে সংগীতৰ সুৰ প্ৰবাহিত হবলৈ ধৰিছিল।

পিতৃ নীলকান্ত হাজৰিকাও এগৰাকী গীতিকাৰ আছিল। তেখেতে নিজে গীত লিখি সেইবোৰ গীতত সুৰ দি গাবলৈ সন্তানকেইটিক সকলো পৰাই উদগনি দিছিল। মাতৃ শান্তিপ্ৰিয়া হাজৰিকাইও নিজে গীত গাইছিল আৰু ভূপেন হাজৰিকাকো গীত শিকাইছিল।

লাহে লাহে ভূপেন হাজৰিকাৰ বয়সে ৫ (পাঁচ) বছৰত ভৰি দিলেহি। ১৯৩০ চনৰ ৩০ অক্টোবৰ। সেইদিনা পিতৃ নীলকান্ত হাজৰিকাই ভূপেনক মুগাৰ ধুতি-পাঞ্জাৱী এযোৰ পিন্ধাই পুৰণা চাইকেলখনৰ ফ্ৰেমত বহুৱাই লৈ কটন কলেজিয়েট হাইস্কুললৈ লৈ গৈছিল। কটন কলেজিয়েট হাইস্কুলত ছাত্ৰসকলৰ দ্বাৰা আয়োজিত এখন ডাঙৰ জনসভা বহিছিল। সভাৰ মাজত অকণমানি ভূপেনক পিতৃ নীলকান্ত হাজৰিকাই এখন টেবুলৰ ওপৰত থিয় কৰাইদি ঘৰতে শিকাই নিয়া গীত এটিৰ প্ৰথম কলিটো মনত পেলাই দি গাবলৈ কলে। নিৰ্ভয়-নিঃসংকোচে পাঁচ বছৰীয়া শিশুটিয়ে গানটো গাই দিছিল সম্পূৰ্ণ শিল্পী সুলভ অঙ্গী-ভঙ্গীৰেই। সভা গৃহত উপস্থিত থকা ৰাইজ স্তম্ভিত হৈ পৰিছিল সৰু লৰাটিৰ গান শুনি। তাৰে এজন বয়োবৃদ্ধই মনৰ অদম্য হেপাহ সামৰিব নোৱাৰি পানী এগিলাছ অনাই তামোল খোৱা মুখখন ধুই লৈ কৈছিল 'অকণমান লৰাটিৰ পবিত্ৰতাখিনি ৰক্ষা কৰিবলৈহে মুখখন ধুই ললোঁ।' মৰম লগা অকণ মানি ভূপেনক ওচৰলৈ মাতি বৃদ্ধজনে মূৰে-গাই হাতফুৰাই গালত চুমা এটি আঁকি দি কলে— "বৰ ডাঙৰ শিল্পী হব এওঁ।" শুনিয়েহে পৰশ পাথৰ চিনি পায়। এনেদৰে হিয়া উবুৰিয়াই আশীৰ্বাদ কৰা বয়োবৃদ্ধজন আন কোনো নহয়, সভাপতিৰ আসন শুৱনি কৰি থকা সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাদেৱহে। সেই দিনাই ভূপেন হাজৰিকাৰ শিল্পী জীৱনৰ আৰম্ভনি হৈছিল। সেয়ে "ৰাইজৰ সৈতে সন্মুখীন হৈ ৰাইজৰ স্বীকৃতি পাই ৰাইজক মুগ্ধ কৰা প্ৰথম (Function) সংগীতানুষ্ঠান হল সেইখনেই" বুলি আজিও ভূপেন হাজৰিকাই সোঁৱৰে। নীলকান্ত হাজৰিকাৰ 'ডাঙৰ মইনা' তাৰ পিচ দিনাই বাতৰি কাকতত

ডাঙৰকৈয়ে বাতৰি হৈ পৰিছিল। আনকি লক্ষীনাথ বেজবৰুৱাদেৱে তেখেতৰ "মোৰ জীৱন সোঁৱৰণ" গ্ৰন্থৰো এঠাইত লিখিছে— "ছাত্ৰৰ সকলৰ সভাত এটি অতি কম বয়সৰ ল'ৰাই (শিশু বুলিলেই হয়) হাৰমনিয়ামৰ সহায়ত সুন্দৰকৈ এটি গান গাইছিল। মই মুগ্ধ হৈ আসনৰ পৰা উঠি গৈ সভাতে লৰাটিৰ গালত এটি চুমা খালোঁগৈ। তাহানিৰ কলিকতাত মাষ্টাৰ মদন বোলা তেনেকুৱা গান গোৱা লৰা এটিৰ গান শুনিছিলোঁ। আজি অসমীয়া মাষ্টাৰ মদনক দেখি বৰ সন্তোষ পালোঁ"। আশীৰ্বাদ ব্যৰ্থ নহল। মহৎলোকৰ অন্তৰৰ পৰা নিগৰি ওলাই অহা আন্তৰিকতাপূৰ্ণ শুভেচ্ছা বাণীতো দূৰদৰ্শিতা অন্তৰ্নিহিত হৈ থাকে। সিয়েই এদিন আপোনা-আপুনি বাস্তৱত পৰিণত হৈ মহৎলোকৰ মহত্বখিনিক অধিক উজ্বল কৰি তোলে। সেয়েহে ভূপেন হাজৰিকাই নিজৰ ল'ৰালি কালৰ বিষয়ে সদায়েই এই কথা স্বীকাৰ কৰি কয় "মই ক'ত জন্ম ললোঁ, কেতিয়া জন্ম ললোঁ সেয়া বিশেষ ডাঙৰ কথা নহয়। কিন্তু দৰ্কাৰী কথা হ'ল— মই জন্মৰে পৰা এনে এটা পৰিবেশ পালোঁ যি পৰিবেশে মোক এনেদৰে হবলৈ শিকালে। আমাৰ সংগীতমুখৰ ঘৰখনত দেউতা, মা আৰু মামা সাধনাৰ প্ৰধান উৎস আৰু প্ৰেৰণা আছিল।" সেয়ে পিতৃ মাতৃৰ ইচ্ছা আৰু সাধনা আজি সাৰ্থক হৈ উঠিছে এনে এজন আজন্ম শিল্পী সন্তানৰ মাজেদি।

ভূপেন হাজৰিকাৰ ছয় বছৰ মান বয়সতহে দেউতাক নীলকান্ত হাজৰিকাই গুৱাহাটীৰ ভৰলুমুখ প্ৰাথমিক বিদ্যালয়ৰ ক্লাছ থ্ৰি (III) ত নাম লিখাই দিলে। ঘৰত আটাইকেইজন মাষ্টৰ মাষ্টৰণী থকা বাবেই প্ৰাথমিক স্তৰৰ দুশ্ৰেণীমানৰ পঢ়াখিনি ঘৰতে শিকাই পেলাইছিল আৰু সেয়ে পোনে পোনে ক্লাছ থ্ৰিত নামভৰ্তি কৰাই দিয়া হৈছিল। কিন্তু ঘৰত মৌখিক, অংক শিকোৱা নাছিল বাবেই তেওঁ ছাত্ৰ জীৱনত অংকৰ ক্ষেত্ৰত সদায়েই পিচ পৰি আছিল। সেই বাবেই হেনো তেওঁৰ জীৱনতো কোনোদিনেই হিচাপ মিলাব নোৱাৰিলে। অৱশ্যে তেওঁৰ জন্মৰ চনটো যে ১৯২৬ আছিল, সেই বিষয়ে কোনো সন্দেহ নাই। কাৰণ ভূপেন

হাজৰিকাই নিজেই সেই বিষয়ে এনেদৰে কয় "মোৰ জন্ম ১৯২৬ চনত। মোৰ জন্ম তাৰিখটো লৈহে গণ্ডগোল হৈছে। মেট্ৰিক চাৰ্টিফিকেটত আছে ১-৩-২৬ অৰ্থাৎ মই ১৯২৬ চনৰ ১ মাৰ্চত জন্মিছোঁ বুলিয়েই দেউতাই তেজপুৰ গভৰ্ণমেণ্ট হাইস্কুলত দিছিলে। আহি মাক কৈছিলহি ইয়াৰ বয়স কম নহয়, কলিকতা বিশ্ববিদ্যালয়ত 'ইমান' বছৰ নহলে মেট্ৰিক পাছ কৰিবলৈ নিদিয়ে। গতিকে মই অলপ বঢ়াই থৈ গুছি আহিছোঁ। কেইমাহমান মোৰ জন্ম পত্ৰিকা খন আমাৰ গুৱাহাটীৰ খেৰৰ ঘৰ এটাত আছিল। খুউব পানী পৰে। মোৰ বহুত বস্তু ধ্বংস হৈ গ'ল। That does not mean মই সৰু হব নাই বিচৰা, ডাঙৰ হবও নাই বিচৰা। মই ১৯২৬ চনত যে জন্মিছো সেইটো ঠিক।" এই উক্তিৰ পৰাই ভূপেন হাজৰিকাৰ জন্ম চন সম্পৰ্কে নিশ্চিত হব পাৰিলেও জন্মৰ মাহ আৰু তাৰিখটোৰ ক্ষেত্ৰত কিছু আহুকালত পৰিবলগীয়া হয়। কিয়নো এই সন্দৰ্ভতে ড° দিলীপ কুমাৰ দত্তই লিখিছে— "১৯২৬ চনত তেখেতৰ জন্ম বুলি দুই এঠাইত উল্লেখ আছে। এইটো তেওঁৰ জন্ম বছৰ হয়নে নহয় সেই বিষয়ে মতভেদ আছে। কোনোৱে কয় যে এই বছৰটো গ্ৰহণ কৰিলে আমি আগেয়ে উল্লেখ কৰা লক্ষ্মীনাথ বেজবৰুৱাৰ জীৱন সোঁৱৰণৰ মতে তেওঁ চাৰি/পাঁচ বছৰ বয়সতেই হাৰমনিয়ামৰ সৈতে গান গাব পৰা হ'ব লাগিব। অৱশ্যে বেজবৰুৱাই "সোঁৱৰণত" দিয়া তাৰিখটোও ভুল হব পাৰে। তাতে হাজৰিকাই সেই সভাত হাৰ্‌মনিয়াম বজোৱা নাছিল। এইটোও সচাঁ যে হাজৰিকাৰ মাক দেউতাকৰ বিয়া হৈছিল ১৯২৪ চনত আৰু ভূপেন হাজৰিকা ভাদ মাহত জন্ম হোৱাটোও নিশ্চিত। গতিকে তেওঁৰ জন্ম ১৯২৫ বা ১৯২৬ চনৰ ভাদ মাহ বুলি কব পাৰি।" বিশ্ববৰেণ্য এগৰাকী শিল্পীৰ জন্মৰ চন তাৰিখ লৈ এনেদৰে খেলি মেলি কৰাটো অবাঞ্চনীয়। যিহেতু বেজবৰুৱাদেৱে নিজৰ "জীৱন সোঁৱৰণ" খনি জীয়াই থাকোতেই সুস্থ মস্তিস্ক লৈ লিখিছিল নিশ্চয় আৰু সেয়ে 'জীৱন সোঁৱৰণ'ত উল্লেখিত চন তাৰিখবোৰ ভুল হোৱা

বুলি কোৱাৰ থল নাই। দ্বিতীয়তে এইটোও ঠিক যে গায়কজনে নিজে হাৰ্মনিয়াম নবজালেও আনে বজাওঁতে তাৰেই সহায়ত গান গাব পৰা যায়। তাৰোপৰি ৬ বছৰমান বয়সত দেউতাকে প্ৰাথমিক বিদ্যালয়ৰ ক্লাছ থ্ৰিত নাম লগাই দিওঁতে কেইমাহমান বঢ়াই থৈ অহাৰ বাবে হয়তো মাৰ্চ মাহৰ সলনি ভাদ মাহ হোৱাটো স্বাভাৱিক। কিন্তু মেট্ৰিক চাৰ্টিফিকেটত উল্লেখ কৰা ধৰণে ১৯২৬ চনৰ ঠাইত ১৯২৫ বা ১৯২৬ চন বুলি উগুল-থুগুল কৰাৰ যুক্তি ক'ত? গতিকে ভূপেন হাজৰিকাই নিজে স্বীকাৰ কৰা ধৰণেই ১৯২৬ চনৰ ভাদ মাহটোকেই জন্মৰ মাহ আৰু বছৰ হিচাবে গণ্য কৰিব লাগিব। অৱশ্যে তাৰিখটোৰ ক্ষেত্ৰত কোনো স্পষ্ট তথ্য পোৱা নেযায়। ইমানবোৰ খেলিমেলিৰ মূলতে তাহানিৰ অসমীয়া সমাজত ল'ৰা-ছোৱালীৰ জন্ম পত্ৰিকা বা সোঁৱৰণী প্ৰস্তুত কৰি ৰখাৰ ক্ষেত্ৰত কোনো সচেতনতা নাছিল। সেই বাবেই বহুতেই নিজৰ বা সন্তানবোৰৰ বয়স বা জন্মৰ তাৰিখ থিৰাংকৈ কব নোৱাৰে। আজিও এনে খেলি মেলিৰ সংখ্যা অলেখ।

ভূপেন হাজৰিকা ল'ৰালি কালৰ ছাত্ৰাবস্থাত পঢ়া শুনাৰ ক্ষেত্ৰত বৰ উত্তম বিধৰ নহলেও একেবাৰে অধম বিধৰো নাছিল। মাহীয়েকৰ হাতৰ আঙুলিত ধৰি সদায়েই ভূপেন হাজৰিকা স্কুললৈ গৈছিল আৰু এনেদৰেই প্ৰাথমিক স্তৰৰ শিক্ষাখিনি ভূপেনে গুৱাহাটীতেই সমাপ্ত কৰিছিল। এইবোৰৰ লগে লগে ঘৰুৱা পৰিবেশতেই সংগীতৰ অনুশীলন কৰাৰ পৰাও বঞ্চিত হোৱা নাছিল। বৰং অধিক সুযোগ পাই সংগীতৰ প্ৰতি তেওঁৰ স্পৃহা বাঢ়িহে আহিছিল শিক্ষা আৰু বয়সৰ লগত সমান্তৰাল ভাবেই।

ভূপেন হাজৰিকাৰ জন্ম ভাৰতৰ অগ্নিযুগত। এই অগ্নিযুগৰ প্ৰথম পদক্ষেপ আৰম্ভ হয় ১৮৫৭ চনৰ চিপাহী বিদ্ৰোহৰ সময়ৰ পৰাই। ১৮৮৫ চনত বোম্বাইত জন্ম লাভ কৰা জাতীয় কংগ্ৰেছৰ লক্ষ্য আৰু উদ্দেশ্য আছিল ভাৰতৰ স্বাধীনতা। তুঁহ জুইৰ দৰে উমি

উমি জ্বলি থকা পৰাধীনতাৰ গ্লানিময় বেদনাৰ অনলশিখাই ক্ৰমানুয়ে ভাৰতবাসীৰ মনৰ জড়তাখিনি পুৰি এক অভূতপূৰ্ব গণচেতনা জগাই দিবলৈ ধৰিলে। ১৮৮৫ চনৰ পৰা পিচৰ ২০ বছৰ কাল ভাৰতবাসীয়ে স্বাধীনতা পাবৰ বাবে বৃটিছ চৰকাৰৰ ওচৰত অনুনয়-বিনয় প্ৰাৰ্থনা আদি কৰিয়েই কটাইছিল। পিছে ১৯০৫ চনত ভাৰতীয় জাতীয়তাবাদৰ জন্মস্থান বংগদেশক দুবল কৰিবৰ বাবেই বৃটিছ চৰকাৰে বিভাজন নীতিত পাৰ্গতালিৰ পৰিচয় দিলে বংগদেশক বিভক্ত কৰি। এনে কাৰ্যৰ প্ৰতিবাদ স্বৰূপে আৰম্ভ কৰা বংগ-ভংগ আন্দোলনতেই সূত্ৰপাত হয় সাম্ৰাজ্যবাদী বৃটিছ চৰকাৰৰ বিৰুদ্ধে প্ৰকাশ্য স্বদেশী আন্দোলন। ক্ৰমানুয়ে এই আন্দোলন সমগ্ৰ ভাৰতবৰ্ষতে বিয়পি পৰিবলৈ ধৰে। ইয়ানতে উল্লেখযোগ্য যে ১৯০৬ চনত স্বাধীনতাৰ নামত গঠিত মুছলীমলীগেই ভাৰত বিভাজনৰ অন্যতম প্ৰধান উৎস হৈ দেখা দিলে। এনেতে জাতীয় কংগ্ৰেছৰ মাজতো নৰমপন্থী ও চৰমপন্থী দুটা দলৰ সৃষ্টিয়ে কিছু খেলিমেলি কৰি পেলাইছিল। তাৰোপৰি ১৯২০ চনত পাঞ্জাবৰ জালিয়ানৱালাবাগৰ হত্যাকাণ্ড, ১৯২২ চনত গান্ধীজীক কাৰাৰুদ্ধ কৰা আদি বিভিন্ন পৰ্য্যায়ৰ অন্যায় অবিচাৰৰ লগতে সাম্প্ৰদায়িকতাৰ প্ৰশ্নত জিন্নাৰ অনমনীয় মনোভাৱৰ কাৰণে ১৯৩১ চনত অনুষ্ঠিত গোল টেবুল বৈঠকো ব্যৰ্থ হৈছিল আৰু সেয়ে ভাৰতত এক বিৰাট উশৃঙ্খলতাৰ সৃষ্টি হৈ গৈছিল। ইপিনে ১৯৩৯ চনতে ইউৰোপত দ্বিতীয় বিশ্বযুদ্ধত জাৰ্মান সিংহ এডলফ হিটলাৰ গৰজি উঠিছিল। এনেতে গান্ধীজীয়ে সময় আৰু সুযোগ বুজি ১৯৪২ চনতে অসহযোগ আন্দোলনৰ আহ্বান জনালে। ইতিমধ্যে ১৯৪৬ চনত গভৰ্ণৰ জেনেৰেল লৰ্ড ওৱাভেলে ভাৰতৰ কেন্দ্ৰ আৰু প্ৰদেশবোৰত নিৰ্বাচন অনুষ্ঠিত কৰাত মাত্ৰ উত্তৰ পশ্চিম সীমান্ত প্ৰদেশৰ বাহিৰে সকলোবোৰতেই মুছলীমলীগে মন্ত্ৰীসভা গঠন কৰাৰ সুযোগ পাইছিল। এনেতে বৃটিছ চৰকাৰে লৰ্ড ওৱাভেলক আতৰাই নি লৰ্ড মাউণ্টবেটেনক গভৰ্ণৰ জেনেৰেল

কৰি পঠিয়াইছিল। আৰু লৰ্ড মাউণ্ট বেটেনৰ নেতৃত্বত ১৯৪৭ চনৰ ১ জুলাই তাৰিখে বিলাতৰ পাৰ্লামেণ্টত ভাৰতৰ স্বাধীনতা আইন পাছ কৰা হৈছিল আৰু ১৮ জুলাইত এই আইনে সম্ৰাটৰ অনুমোদন লাভ কৰিছিল। সেয়েহে ভাৰতে ১৯৪৭ চনৰ ১৫ আগষ্টৰ মাজনিশা স্বাধীনতা লাভ কৰিবলৈ সক্ষম হয়।

এই স্বাধীনতা আন্দোলনটোৱে অসমকো বাককৈয়ে ধুই পেলাইছিল। অসমৰ বহুতো বীৰ-বীৰাঙ্গনাই বৃটিছ সৈন্যৰ অত্যাচাৰত প্ৰাণ আহুতি দি জননী জন্মভূমিৰ পবিত্ৰ পূজাৰ বেদী বুকুৰ তেজেৰে ৰাঙলী কৰিছিল। আজন্ম শিল্পী ভূপেন হাজৰিকাৰ জন্ম এই সংকট-ময় অগ্নিযুগত। ১৯২৬ চনৰ পৰা ১৯৪৭ চনলৈকে এই কুৰিটা বছৰ ভূপেন হাজৰিকাৰ জীৱনৰো এক বিশেষ উল্লেখযোগ্য অধ্যায়। কাৰণ এই কুৰিটা বছৰৰ ভিতৰতেই ভূপেন হাজৰিকাই নিজৰ জীৱনটোকো গঢ়ি ললে নিজ হাতেৰে- আপোন মনেৰে-সুন্দৰ সুঠাম ধৰণে।

OOOO

# দ্বিতীয় অধ্যায়

## ১৯৩৬ চনৰ পৰা ১৯৪০ চনলৈ।

১৯৩৬ চন। ভূপেন হাজৰিকাৰ বয়স তেতিয়া দহ বছৰ। দেউতাক নীলকান্ত হাজৰিকাই ইতিমধ্যে শিক্ষক আৰু ধুবুৰীত বিদ্যালয়ৰ উপ-পৰিদৰ্শক ( School S I. ) আদি চাকৰিৰ অভিজ্ঞতা লৈ এইবাৰ মাটি-হাকিম ( Grazing Supptt. ) হৈ তেজপুৰলৈ আহে। দেউতাকৰ লগত ভূপেন হাজৰিকাও তেজপুৰতে কেইবছৰমান থাকিব লগীয়া হয়। দেউতাক নীলকান্ত হাজৰিকাই ভূপেনক তেজপুৰ গভৰ্ণমেণ্ট হাইস্কুলৰ ৬ষ্ঠ মান শ্ৰেণীত নাম ভৰ্ত্তি কৰি দিছিল আৰু এই তেজপুৰেই ভূপেন হাজৰিকাক বহুতো কিবা দিলে – তথা বিশ্ব বিশ্ৰুত শিল্পী হোৱাৰ ক্ষেত্ৰত এটি শকত ভেটি তৈয়াৰ কৰি দিলে এই তেজপুৰতেই।

এই তেজপুৰ বাণ ৰজাৰ শোনিতপুৰ, এইখনি ৰূপকোঁৱৰ জ্যোতি প্ৰসাদৰ তেজপুৰ, কলাগুৰু বিষ্ণু ৰাভাৰ তেজপুৰ, নটসূৰ্য ফণী শৰ্মাৰ তেজপুৰ, সাহিত্যিক সমালোচক দণ্ডিনাথ কলিতাৰ তেজপুৰ। সেই সময়তে তেজপুৰৰ কোনোবা এখন সভাত, বোধ হয় শঙ্কৰদেৱৰ তিথিত মাহীয়েক আৰু মাকে শিকাই দিয়া বৰগীত এটি ৬ষ্ঠ মান শ্ৰেণীৰ ছাত্ৰ ভূপেনে গাই দিয়াত মানুহৰ মাজত তেতিয়াই অলপমান জনপ্ৰিয় হৈ গৈছিল আৰু সেয়ে কিছুমান দিনৰ পিচতেই তেওঁলোকৰ ঘৰত দুজন মানুহ আহি উপস্থিত হৈছিলহি। সেই দুজনৰেই এজন— জ্যোতি প্ৰসাদ আগৰৱালা আৰু আনজন বিষ্ণুপ্ৰসাদ ৰাভা। তেতিয়ালৈকে ভূপেন হাজৰিকাই মানুহ দুজনৰ নামহে শুনিছিল— বাণষ্টেজৰ নাম কৰা শিল্পী বুলি। তেজ

মণ্ডহৰ মানুহ দুজনক দেখা নাছিল। সৌভাগ্য বশতঃ তেওঁলোক দুয়োজনেই সেইদিনা ভূপেনক বিচাৰি আহি ঘৰতেই উপস্থিত। ভূপেন হাজৰিকাই মাকৰ পৰা জানিব পাৰিলে যে তেওঁলোকে ভূপেন হাজৰিকাক কলিকতালৈ লৈ যাবলৈ আহিছে ইন্দ্ৰমালতী, কাৰেঙৰ লিগিৰী, শোণিত কুঁৱৰী আদিৰ বাবে গ্ৰামোফোন ৰেকৰ্ডত গান গোৱাবলৈ। দুয়োজনে সেইদিনা ভূপেনক ওচৰলৈ মাতি নি মূৰত হাত ফুৰাই মৰম কৰিলে। বিষ্ণু-জ্যোতিপ্ৰসাদদ্বয়ৰ সৈতে ভূপেন হাজৰিকাৰ সান্নিধ্যৰ সেয়াই আছিল প্ৰথম পৰ্যায় মাথোন।

তাৰ পাচতেই আখৰা আৰম্ভ হ'ল। কেতিয়াবা জ্যোতি প্ৰসাদৰ ঘৰত, কেতিয়াবা বামুনী পাহাৰত থকা স্বৰ্গজ্যোতি বৰুৱাৰ ঘৰত। জ্যোতিপ্ৰসাদ ধনী মানুহ, ঘৰটোও বিৰাট ডাঙৰ। বিলাতী চেভৰ্লেট গাড়ী চলাই ঘূৰি ফুৰে। জৱাহৰলাল নেহেৰু, মহাত্মাগান্ধী তেজপুৰলৈ আহিলে জ্যোতি প্ৰসাদৰ ঘৰতে থাকে। বিষ্ণুৰাভাৰ ভৰি জনতাৰ বোকাত। তেওঁ কলা-সংস্কৃতিৰ সাধক। বিষ্ণুৰাভাই জ্যোতিপ্ৰসাদক ককাইদেউ বুলি মাতিছিল বাবেই ভূপেন হাজৰিকায়ো জ্যোতিককাইদেউ বুলি মাতিছিল। দিন বাগৰি যোৱাৰ লগে লগে বিষ্ণুপ্ৰসাদ আৰু জ্যোতি প্ৰসাদৰ লগত ভূপেন হাজৰিকাৰ সান্নিধ্যও নিবিড় হৈ আহিবলৈ ধৰিলে। আখৰা কৰোতে তেওঁলোক দুয়োজনে এটাৰ পিচত এটাকৈ ভূপেন হাজৰিকাক গীত শিকাই যাবলৈ ধৰিলে আৰু হাজৰিকাইও সেই গীতবোৰ আন্তৰিকতাৰে শিকি যাবলৈ চেষ্টাৰ ত্ৰুটী নকৰিলে। জ্যোতিপ্ৰসাদে নিজে পিয়ানো বজায়, স্বৰচিত কবিতাও মাজে মাজে আবৃত্তি কৰি শুনায়। ততালিকে সুৰ এটা দি কবিতাটোক গান কৰি পেলায়। আকৌ কিছু সময়ৰ পিচত সুৰটো সলাই দি কয়— "এই গীতৰ কথাখিনি খঙাল, সুৰটো কোমল হলে নচলিব।"

জ্যোতি প্ৰসাদে ভূপেন হাজৰিকাক এদিন কলে— "ভূপেন, তোমাৰ দেউতাৰাক কৈছিলো, আপোনাৰ ভূপেনক মোক দি দিয়ক। তেওঁ কি কলে জানা— 'ঠিক আছে আগৰৱালা অপুনি গান চান শিকাওক,

মই কিন্তু তাক পঢ়া শুনা কৰাম। সেই কথা ঠিক, ৰাখিব লাগিব। গতিকেই ভূপেন, তুমি প্ৰমাণ কৰিব লাগিব— গান গোৱা মানুহেও পঢ়া-শুনা কৰিব পাৰে।" তাৰ পাচত গীত ৰেকৰ্ডিং কৰিবলৈ যেতিয়া ভূপেন হাজৰিকা জ্যোতিপ্ৰসাদৰ লগত কলিকাতালৈ যায় তেতিয়া লেউতাকে পঢ়িবৰ কাৰণে ভূপেনৰ পাঠ্যপুথিবোৰ টোপোলা বান্ধি দি পঠায়। জ্যোতি প্ৰসাদে কলিকতাতে ভূপেনৰ ঘৰুৱা শিক্ষকৰ দৰে পাঠ পঢ়াই দিছিল। শিষ্যক গঢ় দিয়াত গুৰুৰ এনে আন্তৰিকতা আৰু ভাৰসাম্য ৰক্ষা কৰাৰ নীতি আদৰ্শনীয়।

কলিকতাৰ সংগীত কলাৰ লগত জড়িত বুদ্ধিজীৱী সকলে জ্যোতি প্ৰসাদৰ প্ৰতি যি আদৰ সন্মান দেখুৱাইছিল সেয়া দেখি ভূপেন হাজৰিকা স্তম্ভিত হৈছিল। সংগীত বাণীবদ্ধ কৰাৰ সময়ত যান্ত্ৰিকতাৰ জ্ঞানৰ আৱশ্যতাৰ বিষয়ে জ্যোতিপ্ৰসাদে ভূপেন হাজৰিকাক সুন্দৰকৈ বুজাই দিছিল। দমদমৰ HMV কোম্পানীলৈ নি কোন মাইক্ৰোফোনৰ কি কৰ্তব্য, ৰেকৰ্ড এখন কেনেকৈনো কৰা হয় তাৰ বৈজ্ঞানিক দিশবোৰকে আদি কৰি সকলোবোৰ কথা শিকাই দিছিল তেতিয়াই। তাৰোপৰি বঙালী বুদ্ধিজীৱী সকলৰ সন্মুখত শংকৰ দেৱৰ গীতৰ ব্যাখ্যাৰে জ্যোতিপ্ৰসাদে সকলোকে মুগ্ধ কৰাও ভূপেন হাজৰিকাই স্বচক্ষে দেখি আহিছে। এনে এক মহান আদৰ্শ-বাদীৰ সংস্পৰ্শত অৰ্থাৎ পৰশ পাথৰৰ পৰশত কেঁচা লোহাও সোণলৈ ৰূপান্তৰিত হোৱাৰ দৰে ভূপেন হাজৰিকাৰ কম বয়সীয়া কোমল মনটোও নতুন নতুন অভিজ্ঞতাৰে পৰিপূৰ্ণ হৈ উঠিবলৈ সুযোগ পাইছিল। ১৯৩৬ চনত তেজপুৰত অনুষ্ঠিত হোৱা অসম সাহিত্য সভাৰ বাৰ্ষিক অধিবেশনতেই জ্যোতিপ্ৰসাদৰ জৰিয়তে সাহিত্য সভাৰ লগতো প্ৰথম সান্নিধ্য ঘটে ভূপেন হাজৰিকাৰ। সেই তেজপুৰ অধিবেশনতে সংস্কৃতিৰ মাধ্যমত অসমীয়া সমাজলৈ নৱজাগৰণ আনিবলৈ অসমৰ নতুন পুৰুষৰ আহ্বান জনাইছিল জ্যোতিপ্ৰসাদ আগৰৱালাই সেয়ে নতুন পুৰুষৰ ধমনীত সেই জ্যোতিধাৰা হয়তো আজিও প্ৰবাহমান।

চাইকেল এখন লৈ টকৌ-টজৌকৈ ঘূৰি ফুৰা স্বভাৱ এটা ভূপেন হাজৰিকাৰ আছিল। চাইকেলখন লৈ তেওঁ প্ৰায়েই ওলাই যায়। অলপ মান গলেই জ্যোতিপ্ৰসাদৰ ঘৰ— তাত অবাধে ভূপেন সোমাই যায়। বিষ্ণুপ্ৰসাদ ৰাভালৈ মানুহে কিছু ভয় আৰু সমীহ কৰিছিল। কিন্তু ৰাভাৰ ঘৰতো ভূপেনৰ অবাধ গতিৰে প্ৰবেশ প্ৰস্থান চলি থাকে। কেতিয়াবা খুজি ভাতো খ'য়। বিষ্ণু ৰাভাই কোনোবা দিন আক' হাজৰিকাক কছাৰী গাঁৱলৈ লৈ যায়, গৈ বড়ো ভাষা শিকায় আৰু গাহৰি মাংস খাবলৈ দিয়ে হেনো। তেতিয়া ভূপেনে কয়— "এয়া আমাৰ মানুহে নেখায় নহয়।" বিষ্ণুৰাভাই আকৌ কয় "একো নহয়, খা-খাচোন। তেতিয়াহে জানিবি মানুহক, ইহঁতকো জানিবি।" আকৌ সিফালে ওলাই গলেই ভূপেনে দেখা পাইছিল— "ভাওনি কোঁৱৰ" আনন্দ আগৰৱালাই কিবা নহয় কিবা এটা ভাওনি কৰি অসমীয়া ঠাঁচত গঢ় দি আছে— অসমীয়া ভাষা সাহিত্যৰ ভঁৰাল টনকিয়াল কৰিবলৈ। তাতো তেওঁৰ অহা যোৱাত কোনো নীতি নিষেধ নাই। আকৌ অসম বন্তিৰ সম্পাদনাৰ কামত ব্যস্ত থকা পদ্মনাথ গোঁহাই বৰুৱাদেৱৰ ঘৰতো ভূপেনে সোমাই গৈ ইটো সিটো কথা সুধি আমনি নকৰাকৈ থকা নাছিল। সেই তেজপুৰত থকা কালতেই সাহিত্যিক পণ্ডিত দণ্ডিনাথ কলিতা আৰু ৰসৰাজ বেজবৰুৱাৰ মাজত হোৱা আমোদ লগা কাজিয়াখনৰো সোৱাদ লৈছিল ড° হাজৰিকাই। সেই কাজিয়া সাধাৰণ মানুহৰ কাজিয়া নহয় জ্ঞানী গুণীৰ গুৰু-গম্ভীৰ কাজিয়া। আকৌ শ্ৰেণীলৈ গলে সাহিত্যিক দণ্ডিনাথ কলিতাৰ পৰা অসমীয়া ভাষা সাহিত্যৰ জ্ঞান আহৰণ কৰিছিল। মুঠতে এই সকলোবোৰ মিলাই এক বিশেষ ধৰণৰ সৃষ্টিশীল ও প্ৰেৰণাদায়ক পৰিবেশৰ মাজতেই ভূপেন হাজৰিকাৰ শৈশৱকালৰ দিন কেইটাই সৌভাগ্যময় হৈ ধৰা দিছিল। তেতিয়াই পোৱা অভিজ্ঞতা, প্ৰেৰণা আৰু গৱেষণাৰ সম্বলখিনিকে আকোঁৱালি লৈ ভূপেন হাজৰিকা পূৰ্ণতাৰ পথত দ্ৰুতগতিৰে আগবাঢ়ি থাকিল

নিৰলস ভাবেই । সৌভাগ্যৰে ভৰা শৈশৱ কালটোৰ কথা কলাগুৰু ড° হাজৰিকাই আজিও এনেদৰে কয় "মোৰ জীৱনটোৰ শৈশৱতে মই স্থিৰ কৰিছোঁ-- মই কি কৰিম । সকৰে মই বুজি উঠিছো এই অসমৰ চাৰিওফালে সংগীতৰ সৃষ্টিয়ে ভৰি আছে । সেয়ে হয়তো কাছ ছিক্সতে মোৰ জীৱনৰ গীত লেখা আৰু গোৱা আৰম্ভ হৈছে ।" অৰ্থাৎ ৬ষ্ঠ মান শ্ৰেণীৰ ছাত্ৰ ১০ বছৰীয়া ভূপেন হাজৰিকাৰ জীৱনৰ প্ৰথম লেখা গীতটিয়েই হ'ল – "কুসুম্বৰ পুত্ৰ শংকৰ গুৰুৱে ।" উল্লেখযোগ্য যে 'কুসুম্বৰ পুত্ৰ' এই গীতটিত টোকাৰী গীতৰ সুৰ সঞ্চাৰ কৰি হাজৰিকাই নিজে তাক প্ৰাণবন্ত কৰি তুলিছিল সেই বয়সতে । পিতৃ নীলকান্ত হাজৰিকাই ভূপেনৰ উৰ্বৰা প্ৰাণত সংগীতৰ যি বীজ ৰোপন কৰিছিল সেইজোপা গছত সাৰ-পানীৰ যোগান ধৰিছিল গুৰু স্বৰূপ জ্যোতিপ্ৰসাদ আৰু বিষ্ণুপ্ৰসাদদেৱে । এই দুগৰাকী ব্যক্তিৰ সান্নিধ্য পোৱাৰ বাবেই হয়তো তেওঁৰ হৃদয়ত সুপ্ত হৈ থকা প্ৰতিভাৰাশি জাগ্ৰত হৈ আহিবলৈ ধৰিলে । ভূপেন হাজৰিকাৰ আজিৰ এই দিগন্ত প্ৰসাৰী সংগীত সাধনাৰ ক্ষেত্ৰত, জীৱনটো গঢ় দিয়াৰ ক্ষেত্ৰত জ্যোতিপ্ৰসাদ আৰু বিষ্ণুৰাভাৰ প্ৰভাৱ আৰু অৱদানেই সৰ্বাধিক বুলিব লাগিব ।

১৯৩৯ চন । জ্যোতিপ্ৰসাদে প্ৰথম ৰেকৰ্ডিং কৰিছে, ফিল্ম কৰিছে, গণ মাধ্যমক কৰ্ম্ম পথৰ পাথেয় কৰি আগবাঢ়িছে । ইফালে দ্বিতীয় বিশ্বযুদ্ধৰ বিভীষিকাও আৰম্ভ হৈছে । ভাৰততো চলিছে বৃটিছৰ শাসন আৰু শোষণৰ অকথ্য অত্যাচাৰ । স্বাধীনতা সংগ্ৰামী দেশ প্ৰেমিক সকলে ভাৰতবৰ্ষক ইংৰাজৰ শাসন মুক্ত কৰিবৰ বাবে হাঁহি মুখেৰে বুকুৰ তেজ দিবলৈ, প্ৰাণ দিবলৈ ওলাই আহিছে । ঠিক সেই খিনি সময়তে ( ১৯৩৯ চনত ) 'অগ্নিযুগৰ ফিৰিঙতি' স্বৰূপে নতুন ভাৰত গঢ়ি, সৰ্বহাৰাৰ সৰ্বস্ব ফিৰাই অনাৰ প্ৰতিশ্ৰুতিৰে আত্মপ্ৰকাশ কৰিলে ভূপেন হাজৰিকাই । যদিও দেশত চলিথকা বিভিন্ন ধৰণৰ অন্যায় অবিচাৰ আৰু দুৰ্নীতিয়ে ভূপেন হাজৰিকাৰ অন্তৰাত্মা জোকাৰি পেলাইছিল, মুক্তিৰ পথ বিচাৰি তেওঁক ভৰাই তুলিছিল– তথাপি গীতটিত

বৃটিছক বধিম বুলি পোনে পোনে নিলিখি অতি সচেতনভাৱে, বৃটিছ চৰকাৰৰ উপস্থিতিৰ কথা মনত ৰাখিয়েই হয়তো "নৰকঙ্কালৰ অস্ত্ৰ সাজি শোষণকাৰীক বধিম" বুলিহে লিখিছিল। সমাজৰ দুষ্কৃতিকাৰী বৃত্ৰাসুৰক বধ কৰিবৰ কাৰণে দধীচি মুনিয়ে দেহত্যাগ কৰি নিজৰ হাড়েৰে অস্ত্ৰ (বজ্ৰ) নিৰ্মাণ কৰিবলৈ দিয়াৰ দৰে জনহিতকৰ মহান আদৰ্শহে ড° হাজৰিকাৰ এই গীতটিৰ মাজেৰে প্ৰতিভাত হোৱা যেন লাগে। বাস্তৱিকতে পৰাধীনতা আৰু শোষণৰ অত্যাচাৰৰ পৰা অব্যাহতি পাবলৈ হলে অৰ্থাৎ নতুন অসম তথা ভাৰত গঢ়িবলৈ হলে ভাৰতবাসীৰ তেতিয়া প্ৰথম আৰু প্ৰধান কৰ্তব্য আছিল সাম্ৰাজ্যবাদী শাসকগোষ্ঠীক ভাৰতৰ পৰা বিদায় দিয়া। অন্যথাই নতুন ভাৰত গঢ়াৰ কথাটো অলীক কল্পনাৰ বাহিৰে অন্য একো নহয়। সেয়ে, গীতটিত ইঙ্গিতৰ সহায়তেই অতি সুচতুৰ বুদ্ধিমত্তাৰে সেই কথা প্ৰকাশ কৰিছিল ড° হাজৰিকাই। সংগ্ৰাম, জনতা আৰু কৃষ্টিৰ সম্পৰ্কৰ বিষয়েও ড° হাজৰিকাই পৰিষ্কাৰকৈয়ে বুজি উঠিব পাৰিছিল জ্যোতি-বিষ্ণু প্ৰসাদদ্বয়ৰ সান্নিধ্যত। উৰ্বৰ মস্তিষ্কই মহান ব্যক্তিৰ সংস্পৰ্শত উৎকৰ্ষ সাধনৰ উৎস বিচাৰি পায়, প্ৰেৰণা লাভ কৰে আৰু সংগ্ৰামী প্ৰাণত বিদ্ৰোহৰো সূচনা হয় এনেদৰেই।

সেইখিনি সময়তে বংগদেশৰ বিদ্ৰোহী গীতিকবি আৰু সুৰকাৰ নজৰুল ইচলামৰ 'অগ্নিবীণাই' পদ্মা আৰু মেঘনাৰ পাৰত বিপ্লৱী-সুৰৰ ঝংকাৰ তুলিছিল, লুইতৰ পাৰত জ্যোতিপ্ৰসাদৰ "লুইত পাৰৰ অগ্নিসুৰে" বিপ্লৱৰ জুই জ্বলাইছিল, বিষ্ণুৰাভাৰ মুক্তিদেউলে মুক্তি লাভৰ সপোনত হাবাথুৰি খাইছিল আৰু ৰবীন্দ্ৰনাথ ঠাকুৰেও বৃটিছ প্ৰদত্ত 'নাইট' উপাধি বৰ্জন কৰি ইংৰাজৰ বিৰুদ্ধে তথা স্বাধীনতাৰ সপক্ষে কলম আৰু কণ্ঠ সমানে চলাই যাবলৈ আৰম্ভ কৰিছিল। ইফালে জ্যোতিপ্ৰসাদৰ আৱিষ্কৃত সংগ্ৰামী সাধক ভূপেন হাজৰিকায়ো 'অগ্নিযুগৰ ফিৰিঙতি'ৰে দুষ্কৃতিৰ খাণ্ডৱদাহন কৰি নতুন অসম (ভাৰত) গঢ়াৰ প্ৰতিশ্ৰুতিৰে আত্মপ্ৰকাশ কৰিছিল।

অসমত বৰ্ত্তমান যি আধুনিক গীতৰ ধাৰা প্ৰবাহিত হৈ আছে, সুৰ আৰু সংগীতৰ এই নৱা ধাৰাৰ উৎসৰ সন্ধান দিছিল ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদে আৰু এই নতুন ধাৰাক বোৱাই অনা সুৰ গঙ্গাৰ ভগীৰথ হ'ল ভূপেন হাজৰিকা। ১৯৩৫ চনত জ্যোতিপ্ৰসাদে আপ্ৰাণ প্ৰচেষ্টাৰে যেতিয়া অসমীয়া সবাক বোলছবিৰ সৰ্বপ্ৰথম পাতনি মেলিছিল তেতিয়া-লৈকে অসমত ৰেডিঅ', ৰঙ্গমঞ্চ, মাইক্ৰোফোন আদি নাছিল। সংগীত আৰু কলা-সংস্কৃতিৰ পথাৰখনো বৰ ঠেক আছিল। ক'ৰবাত শংকৰদেৱৰ তিথি, বিহু সন্মিলন বা অকণমান হুচাৰিয়েই সংগীতৰ পথ বৰ সীমা আছিল। অৱশ্যে বনকোঁৱৰ আনন্দি দাসৰ ২/১ টা বনগীত আৰু পাৰ্বতী প্ৰসাদ বৰুৱাৰ গীতেও ৰাইজক কিছু আপ্যায়িত কৰিছিল তেতিয়া। সেয়ে, জ্যোতিপ্ৰসাদে অসমৰ সংস্কৃতিৰ পথাৰত সৃষ্টি কৰা নতুন ধাৰাটিক আগুৱাই নিয়াৰ ক্ষেত্ৰত ভূপেন হাজৰিকাক সম্বল হিচাবে ব্যৱহাৰ কৰাৰ লগতে যোগ্য উত্তৰাধিকাৰী স্বৰূপেও তেওঁৰ হাতে আগৰৱালাদেৱে তেখেতৰ কলা-কৌশলৰ সকলোখিনি যেন উইল কৰি দি থৈ যাব বিচাৰিছিল তেখেতৰ কৰ্ম্মময় জীৱনৰ মাজেদি। অসমীয়া সবাক চিত্ৰৰ জন্মদাতা জ্যোতিপ্ৰসাদৰ 'জয়মতী' চোৱাৰ আগলৈকে ভূপেন হাজৰিকাৰ বোলছবি সম্পৰ্কে বিশেষ কোনো ধাৰণাই নাছিল। 'জয়মতী' চোৱাৰ পাচৰে পৰা ভূপেন হাজৰিকাই নিজৰ মনত এক অবুজ শিহৰণ অনুভৱ কৰিছিল — ছবিৰ চৰিত্ৰ সমূহৰ মুখত ভাষা আৰু কণ্ঠত সুৰ দিবলৈ। ইতিমধ্যে ১৯৩৮ চনত All India Medical Conference অনুষ্ঠিত হৈছিল গুৱাহাটীত আৰু সেই অনুষ্ঠানত গীত গাবৰ কাৰণে ভূপেন হাজৰিকাই তেজপুৰৰ পৰা আহি যোগদান কৰিছিল। তেতিয়া তেওঁ সপ্তম মান শ্ৰেণীৰ ছাত্ৰ। উল্লেখযোগ্য যে, সেই বাৰেই ভূপেন হাজৰিকাই মাইক্ৰোফোনত সৰ্বপ্ৰথম গীত গাইছিল।

তেজপুৰত ছাত্ৰ হৈ থাকোঁতে ভূপেন হাজৰিকাই সমাজৰ অনাচাৰ, অনিয়ম, অন্ধবিশ্বাস আদিক ব্যঙ্গভাৱে উপহাস কৰাত

সিদ্ধহস্ত সাহিত্যিক সমালোচক শ্ৰীদণ্ডিনাথ কলিতাৰ পৰা অসমীয়া ভাষা-জ্ঞান আৰু অসমীয়া সমাজক সমালোচকৰ দৃষ্টিৰে চোৱাৰ শিক্ষা লাভ কৰিছিল। বিষ্ণুৰাভাৰ পৰা অনুন্নত মানুহৰ প্ৰতি সহানুভূতিৰে চাবলৈ শিকিছিল, মানৱীয় গুণাগুণৰ প্ৰতি সচেতন দৃষ্টি লাভ কৰিছিল জ্যোতিপ্ৰসাদৰ পৰা। মাৰ্ক্সবাদৰ লগতো ভূপেন হাজৰিকাৰ পৰিচয় ঘটিছিল বিষ্ণুপ্ৰসাদৰ জৰিয়তে, উদাৰ গান্ধীবাদৰ পৰিচয় পাইছিল জ্যোতিপ্ৰসাদৰ জৰিয়তে। বিষ্ণু ৰাভাই সংগ্ৰামী জীৱনত মূৰৰ পাগুৰিত বন্দুক বান্ধি লৈ পুলিচৰ ভয়ত নিশা পাগলাদিয়া নদীৰ কোবাল সোঁত অতিক্ৰম কৰি পাৰ হৈ যাওঁতে তেখেতৰ লগতে সাতুৰি পাৰ হোৱা কনকলতাৰ লগত ৰাভাৰ প্ৰেমৰ কথা ভূপেন হাজৰিকাৰ মুখত মাজে মাজে শুনা যায়। বিষ্ণু ৰাভাই কেৱল স্বাধীনতা বিচৰা নাছিল, সাম্যবাদ প্ৰতিষ্ঠাৰো সপোন দেখিছিল আৰু তেনে সংগ্ৰামী চিন্তাধাৰাৰ প্ৰভাৱ ভূপেন হাজৰিকাৰ জীৱনতো কিছু পৰিমাণে প্ৰতিফলিত নোহোৱাকৈ থকা নাই। আনহাতে জ্যোতিপ্ৰসাদে সুন্দৰৰ সাধনাৰ মাজেৰে সমাজখনক ন-কৈ গঢ় দিবলৈ কৰা প্ৰচেষ্টাৰ প্ৰভাৱো হাজৰিকাৰ জীৱনত প্ৰতিবিম্বিত হৈছে নিখুঁতভাৱেই। দুয়োৰে প্ৰভাৱত ভূপেনৰ জীৱনলৈ সংগ্ৰাম আৰু সৌন্দৰ্যবোধ দুয়োটাৰে সমান্তৰাল ভাৱে আগমন ঘটিল সফলভাৱেই।

সেয়ে শ্ৰীহিৰণ্য চন্দ্ৰ ভট্টাচাৰ্যৰ ভাষাৰে কবলৈ গলে .... ...

"জ্যোতিপ্ৰসাদে ভূপেনক "অগ্নিযুগৰ ফিৰিঙতি,, ৰূপে অসম মাতৃৰ বুকুত সজাই পৰাই এৰি দিছিল— অসমক জগাবলৈ, পুৰিবলৈ নহয়— উদ্ভাসিত কৰিবলৈ। তাৰ পাচত জোৱাৰ আহিল— আবিৰ্ভাৱ হ'ল বিষ্ণুৰাভা আৰু ফণী শৰ্মাৰ। অসমৰ সংস্কৃতিৰ জগতত বিপ্লৱ আহিল সেই বিপ্লৱৰ সন্তান ভূপেন হাজৰিকা।" মুঠতে জ্যোতিপ্ৰসাদ আৰু বিষ্ণুপ্ৰসাদে ড° হাজৰিকাৰ জীৱনৰ গতিপথ নিৰ্ণয় কৰি দিছে যদিও জন্মগতভাৱে লৈ অহা হাজৰিকাৰ কণ্ঠটোক ঘঁহি মাজি তাৰ উৎকৰ্ষ সাধনৰ নিত্যান্ত প্ৰয়োজন হৈছিল আৰু তাকে কৰিবলৈ প্ৰসাদদ্বয়ে ভূপেন

হাজৰিকাক মৰম মিহলি শাসনৰ সুৰত পৰামৰ্শ দিছিল। তেওঁ লোকে ভূপেন হাজৰিকাক এনেদৰে কৈছিল— "কণ্ঠ চৰ্চ্চাইহে ৰাখিব পাৰে। নহলে ঈশ্বৰে দিয়া বস্তুটো নোহোৱা হব।" এনে ধৰণৰ বহুতো দিশত দুয়োগৰাকী গুৰুৱে দিয়া পৰামৰ্শৰ আশীষ নিৰ্মালি শিৰত তুলি লৈ ড° হাজৰিকাই সংগীতৰ সাধনাত ব্ৰতী হবলৈ প্ৰেৰণা লাভ কৰিছিল। অৱশ্যে হাজৰিকাৰ কণ্ঠত থকা মৌলিকতা-খিনিৰ বাবেই নিশ্চয় জ্যোতিপ্ৰসাদ আৰু বিষ্ণুপ্ৰসাদে তেওঁক বুকুত সাবটি লৈছিল আৰু সেই দুয়োগৰাকী সচেতন শিল্পীৰ সান্নিধ্যত হাজৰিকাই সমাজক ভাল পোৱা, সমাজ পৰিবৰ্ত্তন কৰিব খোজা গীত লিখা পদ্ধতি আৰু গীতৰ ভাষা আদিৰ লগতে থলুৱা সুৰক সন্মান জনাই নতুনত্বৰ সৃষ্টি কৰা আৰু প্ৰয়োজনীয় ক্ষেত্ৰত পৃথিবীৰ বহল পথাৰ খনিৰ পৰাও আদৰণীয় মহান আদৰ্শ গ্ৰহণ কৰাৰ মানসিকতা আৰু উপাদান বিচাৰি পাইছিল তেতিয়াই।

১৯৩৯ চন। ভূপেন হাজৰিকাৰ বয়স তেতিয়া মাত্ৰ ১৪ বছৰ। অসমত তেতিয়ালৈকে অনাতাঁৰ কেন্দ্ৰ স্থাপিত হোৱা নাই। জ্যোতি-প্ৰসাদৰ সৌজন্যত সেই বছৰতে কলিকতা অনাতাঁৰ কেন্দ্ৰৰ পৰা ভূপেন হাজৰিকাই প্ৰথমবাৰৰ বাবে অসমীয়া গীত পৰিবেশন কৰাৰ সুযোগ পায়। সেই গীতটিৰ কথাখিনি আছিল পিতৃ নীলকান্ত হাজৰিকাৰ— "অ মইনা কেতিয়া আহিলি তই।" সেই গীতৰ সুৰ সংযোজনা কৰিছিল হাজৰিকাই নিজে। তেতিয়াৰ দিনত অসমীয়া গীত-মাত মাজে মাজে কলিকতা অনাতাঁৰ কেন্দ্ৰৰ পৰাই প্ৰচাৰ কৰা হৈছিল। উল্লেখযোগ্য যে ভূপেন হাজৰিকাই তেওঁৰ ১৪ বছৰ বয়সতে জ্যোতিপ্ৰসাদৰ 'ইন্দ্ৰমালতী' বোলছবিত গীতৰ কণ্ঠ দিছিল, অভিনেতাৰ বাবে হেনো তেওঁ অভিনয়ো কৰিছিল। 'ইন্দ্ৰমালতী' ছবিত থকা জ্যোতিপ্ৰসাদৰ "বিশ্ব-বিজয় ন-জোৱান" গীতটি গোৱাৰ লগে লগে সমগ্ৰ দেশত ভূপেন হাজৰিকা বৰ জনপ্ৰিয় হৈ পৰিছিল। বোলছবি জগতত হাজৰিকাদেৱৰ এয়েই প্ৰথম প্ৰৱেশ। এনেদৰে

বোলছবি জগতলৈ টানি আনি কলাৱন্ত ভূপেনক এটি উজ্জ্বল জ্যোতিষ্ক-ৰূপে উজ্জ্বলাই তোলাৰ ক্ষেত্ৰত জ্যোতিপ্ৰসাদৰ অৱদান অবিস্মৰণীয়। এনেতে এদিন জ্যোতিপ্ৰসাদে আয়না এখন হাতত লৈ আয়নাখনৰ সন্মুখত হাজৰিকাক গান গাবলৈ কৈছিল। কাৰণ গীতৰ প্ৰকাশ-ভঙ্গীত ভূপেন হাজৰিকাৰ কেইটামান মুদ্ৰাদোষ আছিল— গান গাওঁতে গানৰ কথা আৰু ভাব-তৰঙ্গৰ লগে লগে তেওঁৰ চকুৰ চেলাউৰি যোৰে নাচিছিল অৰ্থাৎ মাজে মাজে কঁপি উঠিছিল। জ্যোতিপ্ৰসাদে কৈছিল— "এইটো বন্ধ কৰা,— কথাৰ লগতে তোমাৰ মুখৰ ভাবাভিনয় হৈ যায়, এই অভিনয় বন্ধ কৰিব লাগে।" তেতিয়াৰ পৰাই হাজৰিকাই সচেতনভাৱে বহু যত্ন কৰি সেই মুদ্ৰাদোষবোৰ সংশোধন কৰি লৈছিল আন্তৰিকতাৰে। চকু মেলি কৰা শিল্পীৰ সাধনাৰ ক্ষেত্ৰত হাজৰিকাৰ এনে আন্তৰিক প্ৰচেষ্টা আদৰ্শনীয় নিশ্চয়।

সংগীতৰ ক্ষেত্ৰত এনে সাফল্য লাভ কৰাৰ মূলতে ভূপেন হাজৰিকাৰ সেয়া জন্মগত নে সাধনাৰ সুফল এই কথা আজি বহুতৰে প্ৰশ্নৰ বিষয়। এই সম্পৰ্কে হাজৰিকাৰ ভাষাত— "মোৰ কণ্ঠটো মোৰ জন্মৰ লগত অহা। তাৰ পাচত সংগীতৰ একো নিশিকাকৈয়ে যিখিনি মোৰ বয়স আছিল— সেই বয়সতে মই গীত গাইছিলো ভাঁটৌৰ নিচিনাকৈয়ে হওক— কাৰোবাৰ পৰা শুনিয়েই হওক— গাওঁতে মই পাঁচ বছৰমান বয়সৰ পৰাই মোক মানুহে যৰম কৰিছিল। সেইটো মোৰ জন্মগত নেকি মই কব নোৱাৰো— সেয়া মোৰ নিশিকাকৈয়ে হৈছে কিন্তু। তাৰ পাচত মই যেতিয়া কৈশোৰ পাৰ হৈ যৌবনত ভৰি দিছোঁ— তেতিয়া ভাবিলো— নহয় বহুতো আহৰণ কৰিব লগীয়া আছে— তেতিয়া সেইখিনি মই উৎকৰ্ষ সাধন কৰিব লাগিব। .... ... .... তাৰ কাৰণে যথেষ্ট কষ্ট আৰু শাৰিৰীক, মানসিক, আধ্যাত্মিক শ্ৰম কৰিব লাগিব। সেইখিনি আহৰণ কৰিব পাৰিলে সফল হব পাৰি বুলি মোৰ বিশ্বাস।"

অৱশ্যে সংগীত সাধনাৰ ক্ষেত্ৰত বিষ্ণুৰাভাদেৱেও হাজৰিকাক

যথেষ্ট সহায় কৰিছিল। সৰুতে ভূপেন হাজৰিকাক কেইটিমান খোল শিকাইছিল বিষ্ণুৰাভাই— সেয়া তেজপুৰত থাকোতেই। সংগীতৰ সাধনাত খোলৰ শিকাটো এটা অপৰিহাৰ্য অঙ্গ। ইয়াত গীতৰ ব্যাকৰণ থাকে— যেনেকৈ ব্যাকৰণ নেজানিলে কোনো এটা ভাষা শুদ্ধকৈ কব বা লিখিব নোৱাৰি। এইদৰে দুয়োগৰাকী গুৰুৱে ভূপেনক সংগীত কলাৰ সকলোবোৰ কৌশল হিয়া উবুৰিয়াই শিকাই দিবলৈ প্ৰাণপণে চেষ্টা কৰিছিল— কোনো এক অজানিত কাৰণতেই উভয়ে নিস্বাৰ্থভাবে এনেদৰে সহায় কৰিবলৈ প্ৰেৰণা পাইছিল। সেয়েই হয়তো তেওঁৰ শৈশৱ কালটোৰ বিষয়ে এনেদৰে কয়— 'মই ভাগ্যক বিশ্বাস নকৰোঁ যদিও ভাগ্যক বিশ্বাস কৰিবৰ মন যায়। চেমনীয়া বয়সত মই বৰ ভাগ্যবান আছিলো।" এইদৰে নিজকে সৌভাগ্যবান বুলি ভবাৰ মূলতেই তেখেতৰ তেজপুৰত থকা ল'ৰালি কালচোৱে পোৱা আদৰ্শবান কেইবাগৰাকী মহান ব্যক্তিৰ সান্নিধ্য। সেই সকল ব্যক্তিৰ মহানতাৰ কথা উল্লেখ কৰি হাজৰিকাই কয়— "জ্যোতি প্ৰসাদৰ আকাশচুম্বী মনোভাব সু-উচ্চ পাহাৰৰ দৰে। ভেটিটো তেওঁৰ মাটিত, জনতাই য'ত হাঁহে কান্দে। বিষ্ণু ককাইদেউৰ ভৰি সদায় জনতাৰ বোকাত আৰু তেওঁৰ উন্নত শিৰ আৰু বহল বুকুত কল্পনাৰ আকাশৰ ভাবৰে কোবায়। এই দুজন গুণ মনৰ গুৰুৰ হাত ধৰি দহ বছৰীয়া লৰা এজনে বহুতো কথা উপলব্ধি কৰিব পাৰিছিলোঁ। লাহে লাহে কৈশোৰৰ পৰা যৌবন পোৱাত, তেওঁলোকৰ সান্নিধ্যই মোক জনতামুখী কৰি তুলিলে। বিশ্বৰ গণ আন্দোলনবোৰ আৰু কত সংস্কৃতিয়ে সেই আন্দোলনবোৰৰ লগে লগে বা পিচে পিচে কিদৰে গৈছে বুজিবলৈ শিকিলোঁ। তেনেধৰণেই মোৰ ধাৰণাই গঢ় লৈছিল।" এইদৰেই হাজৰিকাই নিজৰ জীৱনৰ গতিপথ নিৰ্ণয় কৰিবলৈ দুয়োগৰাকী গুৰুৰ পৰা সকলোধৰণৰ ধ্যান ধাৰণাৰ উৎসৰ সন্ধান পাইছিল। মূঠতে "জ্যোতিপ্ৰসাদৰ পৰা Total personality ৰ Concept আৰু অতি মাৰ্জিত সৌন্দৰ্যবোধ, বিষ্ণুৰাভাৰ পৰা

লোক কৃষ্টিৰ পণ মাধ্যমৰ কথা শিকাৰ সাহসী Concept, ফণী শৰ্মাৰ পৰা Formal Education নোহোৱাকৈয়ে জনতা নামৰ" বিশ্ববিদ্যালয়ৰ পৰা নাটকীয় মুহূৰ্তক বিন্দু বিন্দুকৈ গ্ৰহণ কৰি, শিক্ষিত হৈ ৰাইজৰ মাজত তাকে প্ৰকাশ কৰিব পৰা Concept খিনি গ্ৰহণ কৰি" ভূপেন হাজৰিকাই লুইতৰ পাৰৰ পৰা সাগৰৰ বুকুলৈ ক্ষীপ্ৰ গতিৰে আগবাঢ়ি যাবলৈ প্ৰেৰণা পালে সেই তেজপুৰত থকা তেওঁৰ ল'ৰালি কালত। এনেতে ১৯40 চনত তেজপুৰ গভৰ্ণমেণ্ট হাইস্কুলৰ পৰা প্ৰবেশিকাৰ দেওনা পাৰ হৈ ওলাই যোৱা ভূপেন হাজৰিকাৰ এই বহুব্যাপ্ত জীৱনটোৰ ৰৰভেটিটো স্থাপিত হৈছিল সেই তেজপুৰতেই। সেই বাবেই ভূপেন হাজৰিকাই তেওঁৰ এনে যাযাবৰী জীৱনত ধৰাৰ দিহিংডে দিপাঙে লৰবি ফুৰোতেও তেজপুৰৰ কথা পাহৰিব নোৱাৰি আজিও কয়— "তেজপুৰৰ সেই এৰি অহা দিনবোৰলৈ মন ময়ূৰী এতিয়াও ভটিয়াই যায়। বামুনী পাহাৰ, অগ্নিগড়, গনেশঘাটৰ মনোমোহা স্মৃতি, জ্যোতি ককাইদেউ, বিষ্ণুদা, ৰলীনদাৰ (ফনী শৰ্মা) সান্নিধ্যৰ সুযোগ এতিয়াও মন আকাশত ফৰিংফুটা জোনাক হৈ আছে।"

০০০

# তৃতীয় অধ্যায়

## ১৯৪১ চনৰ পৰা ১৯৪৫ চনলৈ।

১৯৪১ চন। স্কুলীয়া শিক্ষা তেজপুৰতেই সমাপ্ত কৰি ভূপেন হাজৰিকাই কলেজীয়া শিক্ষা গ্ৰহণ কৰিবলৈ গুৱাহাটীলৈ আহিল। নাম ভৰ্তি কৰিলে কটন কলেজৰ আই, এ, মহলাত। তেজপুৰৰ সেই হাইস্কুলীয়া জীৱনতে সংগীতৰ ক্ষেত্ৰত বয়সৰ তুলনাত অধিক সুখ্যাতি অৰ্জন কৰা ভূপেন হাজৰিকাই গুৱাহাটীৰ সেই বহল পৰিসৰৰ ছাত্ৰ সমাজতো ইতিমধ্যে এখনি আদৰণীয় আসন অধিকাৰ কৰিলেহি। কটন কলেজৰ চুড়মাৰ্হন হলত আয়োজিত এখন সন্মিলিত সেই বছৰতে "লুইতৰ বুকুৰে ৰূপহী মাজুলী / মৰোঁ যেন লাগে তাত" বোলা গীতটি গাই দৰ্শক শ্ৰোতাৰ মনত এক অভূতপূৰ্ব শিহৰণ জগাইছিল ভূপেন হাজৰিকাই। গীতৰ কথা আৰু সুৰৰ অভিনৱত্বৰ মাধুৰ্যেৰে সকলোকে মোহিত কৰি পেলাইছিল।

উল্লেখযোগ্য যে, সেইখিনি সময়ত অৰ্থাৎ ১৯৩০-১৯৪০ৰ দশকত অসমৰ সংগীতৰ পথাৰখন ঠেক আছিল। তেতিয়াৰ দিনত ৰায়ন-খুলীয়াৰ দলত আদিৰাম সূত্ৰধাৰৰ গীত, যাত্ৰাপাৰ্টিত সনাতন মাষ্টৰ আৰু উদয় ভাগৱতীৰ বিবেকৰ গীত, ও নলবাৰী অঞ্চলৰ জমিৰুদ্দিন আহমেদৰ সুললিত কণ্ঠৰ কেইটামান গীতেই প্ৰধান আছিল। তাৰ পাচতেই কলৰ গানত আধুনিক গীতৰ পৰ্য্যায় আৰম্ভ হৈছিল। অসমীয়া গীতৰ এনে চালুকীয়া অৱস্থাতেই জ্যোতিপ্ৰসাদ, বিষ্ণুৰাভা আদি সুৰৰ শিল্পী-সেনাসকলে আৰম্ভ কৰিছিল আধুনিক গীতৰ নতুন ধাৰা আৰু তাকেই জনপ্ৰিয় কৰি তুলিবৰ কাৰণে সংগ্ৰামী প্ৰচেষ্টাৰে আধুনিক গীতৰ এই ধাৰাটোক নতুন পথেৰে আগুৱাই নিয়াৰ ক্ষেত্ৰত নিত্য নতুন উৎসাহ উদ্দীপনাৰে— নিতৌ ন-ন সুৰৰ

আৱিষ্কাৰেৰে দৃঢ় পদক্ষেপ আগবাঢ়ালে ৰূপকোঁৱৰদেৱৰ উত্তৰ সাধক কলাগুৰু ভূপেন হাজৰিকাই ।

ভাৰতৰ স্বাধীনতা সংগ্ৰাম তেতিয়া '৪২ ৰ অসহযোগৰ পৰ্যায়ত । সমগ্ৰ দেশত তোলপাৰ । স্বাধীনতা আন্দোলনে অসমকো তেতিয়া জোকাৰি পেলাইছে । ইতিমধ্যে ১৯৩৯ চনতে আৰম্ভ হোৱা দ্বিতীয় বিশ্বযুদ্ধয়ো সমগ্ৰ পৃথিবীৰ বুকুত তোলপাৰ লগাইছে । বিষ্ণুৰাভা জ্যোতিপ্ৰসাদ আদি সকলোৱেই স্বধীনতা সংগ্ৰামত জঁপিয়াই পৰিছে । তথাপি ভূপেন হজৰিকা নিজৰ কৰ্মক্ষেত্ৰত অবিচল । দেশৰ এনে এক অস্থিৰ অৱস্থাৰ মাজতো হাজৰিকাই তেওঁৰ ছাত্ৰ জীৱনৰ কৰ্তব্য নিষ্ঠাৰে পালন কৰি ১৯৪২ চনত কটন কলেজৰ পৰাই ইন্‌টাৰমেডিয়েট পৰীক্ষাত সফলতা অৰ্জন কৰিলে । উল্লেখনীয় যে, ভূপেন হাজৰিকাই কটন কলেজত পঢ়ি থকা সময়ত প্ৰায়েই ধুতি-পাঞ্জাবী এজোৰ পিন্ধি ডিঙিত গামোছা এখন মেৰিয়াই চাইকেলত উঠি ঘূৰি ফুৰিছিল আৰু তাকে দেখি তেতিয়াৰ ডেকা মহলৰ বহুতেই হাজৰিকাক অনুকৰণ কৰি ধুতি পাঞ্জাবী পিন্ধিবলৈ লৈছিল । ইয়াৰ দ্বাৰাই ভূপেন হাজৰিকাৰ জনপ্ৰিয়তা যে তেতিয়াও আছিল সেই কথাই প্ৰমাণীত হয় ।

১৯৪২ চনৰ আন্দোলনৰ সময়তে নিষ্প্ৰদীপ ( Black out ) ৰ অন্ধকাৰ ঠেলি ভূপেন হাজৰিকা অসম আৰু কলিকতা পাৰ হৈ বাৰানসীত উপস্থিত হয়গৈ জ্ঞান-বিজ্ঞানৰ পোহৰ বিচাৰি । অৱশ্যে পিতৃ নীলকান্ত হাজৰিকাই নিজে ভূপেন হাজৰিকাক বাৰানসী লৈ পঠাই দিয়া নাছিল । সেই সময়ত নগাঁও জিলাৰ তেতেলিসৰাৰ সন্তান শ্ৰীৰমা ভূঞা আছিল "বেনাৰচ মহেন্দ্ৰ পাটনা ইঞ্জিনিয়াৰিং কলেজৰ" ছাত্ৰ আৰু তাত তেওঁ শিক্ষা সমাপ্ত কৰি অসমলৈ উভতি আহি দক্ষতাৰে বহুবছৰ চাকৰি কৰি শেষত অসমৰ পথকাণ্ডানি বিভাগৰ মুখ্য অভিযন্তা ( Chief Engineer ) হিচাবে অৱসৰ গ্ৰহণ কৰে । উল্লেখযোগ্য সেই ৰমা ভূঞাদেৱেই ভূপেন হাজৰিকাক বাৰানসীলৈ লৈ গৈছিল । বাৰানসীও তেতিয়া স্বাধীনতা আন্দোলনৰ

এখনি বহল পথাৰ । ভূপেন হাজৰিকাই নাম ভৰ্ত্তি কৰিলে বেনাৰচ হিন্দু বিশ্ববিদ্যালয়ৰ স্নাতক ( B. A ) মহলাৰ ছাত্ৰ হিচাবে। ৰাজনীতি বিজ্ঞান আৰু দৰ্শন শাস্ত্ৰ তেওঁৰ অধ্যয়নৰ বিষয়বস্তু। বিশ্ববিখ্যাত ভাৰতীয় দাৰ্শনিক পণ্ডিত সৰ্বপল্লী ৰাধাকৃষ্ণনৰ দৰে মহান শিক্ষাবিদ্ গৰাকী :তেতিয়া বেনাৰচ হিন্দু বিশ্ববিদ্যালয়ৰ উপাচাৰ্য। পণ্ডিত মদন মোহন মালব্য আছিল প্ৰতিষ্ঠাতা অধ্যাপক । তেওঁলোকে পবিত্ৰমেৰে গঢ় দিয়া বেনাৰচ হিন্দু বিশ্ববিদ্যালয়ৰ বিষয়ে ৰাধাকৃষ্ণন আৰু মদন মোহন মালব্যই কৈছিল— " আমি আই, চি, এচ হবলৈ নিদিওঁ, বৃটিছৰ চাকৰ হবলৈ নিদিওঁ । আমি ভিক্ষা কৰি বিশ্ববিদ্যালয় খুলিছোঁ । আমি তাত ভাৰতৰ নেতাহে তৈয়াৰ কৰিম ।" ভূপেন হাজৰিকা সঁচাকৈয়ে সৌভাগ্যবান । কাৰণ তেওঁৰ ছাত্ৰজীৱনত প্ৰতিখন শিক্ষানুষ্ঠানতেই কোনোবা নহয় কোনোবা বিখ্যাত মনীষীৰ লগ পাইছে, প্ৰতিটো মুহূৰ্ত্ততে সেই সকলৰ পৰা মহান আদৰ্শ আৰু বাণী গ্ৰহণ কৰাৰ সুযোগ পাইছে আৰু সেই বাবেই হয়তো তেওঁৰ শিল্পীসুলভ জ্ঞান পিপাসু মনটো শকত কৰি লব পাৰিছে তেওঁৰ ছাত্ৰ জীৱনতেই ।

মাতৃভক্ত ভূপেন হাজৰিকা বাৰানসীত থাকোঁতে মাজে সময়ে সুযোগ বুজি অসমলৈ দৌৰ মাৰে— অসমৰ ল'ৰা অসমলৈ আহি আইৰ মুখখন চাই হেপাহ পলুৱায় । লক্ষ্মীনাথ বেজবৰুৱাই "চাই লওঁ এবাৰ মুখখনি তোমাৰ হেপাহ মোৰ পলোৱা নাই" বুলি কোৱাৰ দৰেই আইৰ মুখখন চাবলৈ ভূপেনবো বৰ হেপাহ । অসমলৈ আহিলে হাজৰিকাই যিকোনো প্ৰকাৰে জ্যোতিপ্ৰসাদ আৰু বিষ্ণুপ্ৰসাদক এবাৰ দেখা কৰি যায় । তেওঁলোক দুয়োজনেই তেতিয়া সংগ্ৰামী । জ্যোতিপ্ৰসাদ যে এজন নিৰ্ভীক সংগ্ৰামী পুৰুষ সেই কথা "বিশ্ববিজয় ন-জোৱান" গীতটি পাওঁতেই তাৰ প্ৰতিটো শব্দ শুনাতেই হাজৰিকাই কাহানিবাই উপলব্ধি কৰি থৈছে । স্বাধীনতা সংগ্ৰামত জ্যোতিপ্ৰসাদে হেনো অশ্বাৰোহী সেনা বাহিনীৰো নেতৃত্ব

কৰিছিল। তাৰোপৰি জ্যোতিপ্ৰসাদে সমাজক জগাই তোলাৰ ক্ষেত্ৰত তেখেতৰ অগ্নিবৰ্ষী ৰূপ, কবিতা, প্ৰবন্ধ, নাট আদিকে প্ৰকৃত আহিলা হিচাবে ব্যৱহাৰ কৰিছিল জীৱনৰ শেষ বয়সলৈকে। বিষ্ণুপ্ৰসাদেও সেই সংগ্ৰামত বন্দুক হাতত তুলি লৈছিল। জ্যোতি-প্ৰসাদে তেওঁৰ কৰ্মময় জীৱনত বিদেশ ভ্ৰমণ কৰাৰ কথা ড° হাজৰিকাৰ লগত প্ৰায়েই আলোচনা কৰিছিল। ভূপেন হাজৰিকাক এদিন আগৰৱালাদেৱে কৈছিল—"বিলাতত যি বিচাৰি গৈছিলোঁ ঘূৰি আহি সেয়া ঘৰতে পালোঁ" অৰ্থাৎ বেজবৰুৱাদেৱে "প্ৰকৃত ধৰম বিচাৰি খোচাৰি / বিদেশে বগালোঁ দুখে / নিজৰ দেশৰ নিৰ্ম্মল ধৰম / নাম-ঘৰৰ দুৱাৰ মুখে।" বুলি কোৱাৰ দৰেই। সেয়ে, হাজৰিকাৰ মনত গভীৰ চিন্তাৰ খোৰাক যোগাইছিল জ্যোতিপ্ৰসাদৰ সঘন সান্নিধ্য আৰু প্ৰাচ্য-পাশ্চাত্যৰ বিষয়ে তুলনামূলক বিভিন্ন সাৰগৰ্ভ আলোচনাই। বিশ্বক প্ৰেম কৰিও, মহাভাৰতীয় হৈয়ো ভাল অসমীয়া যে হব পাৰি সেইবোৰ কথাও হাজৰিকাই আগৰৱালাদেৱৰ সান্নিধ্যতেই উপলব্ধি কৰিবলৈ শিকিছিল। সেয়েইতো ড° হাজৰিকাই কয়— "আমি অসমীয়া ভাৰতীয়। গোটেই ভাৰতৰ ভাল খিনি লৈহে সৰ্বভাৰতীয়। অসম জানো ভাৰতৰে নহয়? গতিকে ভাল অসমীয়া হলেহে ভাল ভাৰতীয় হব পাৰি।" সেই বাবেই হাজৰিকাদেৱে তেখেতৰ গীতত এনেদৰেই লিখিলে—

"প্ৰতি অসমীয়া আমি ভাল ভাৰতীয়
আৰু দূৰণিৰ পৰা আহি
লুইতৰ পাৰৰে মাটিক
মাতৃ বোলা প্ৰতি ভাৰতীয় হ'ল
নতুন ৰূপৰ অসমীয়া"

১৯৪৩ চন। সেই বছৰতে বিষ্ণুপ্ৰসাদ ৰাভাই লেখা দুটি গীত ভূপেন হাজৰিকাই নিজে দিয়া সুৰ আৰু কণ্ঠেৰে জীৱনত প্ৰথমবাৰৰ বাবে চেনোলা ৰেকৰ্ডিং কোম্পানী (Senola Recording Company) ত

ৰেকৰ্ডিং কৰে। গীত দুটিৰ প্ৰথম কলি হ'ল—"কাৰতে কলচী লৈ যায় অই ৰচকী বাই" আৰু "উলাহতে নাচি বাগি হলি বিয়াকুল"। এই সকলোবোৰৰ মাজতে হাজৰিকাদেৱে তেখেতৰ বি, এ, মহলাৰ অধ্যয়নৰ কামো সমান্তৰাল ভাবে চলাই যোৱাৰ ক্ষেত্ৰত কোনো ত্ৰুটী নকৰিলে। ইয়াৰোপৰি বিষ্ণুৰাভাদেৱৰ তত্বাৱধানত ভনীয়েক শ্ৰীমতী কুইন হাজৰিকাৰ (সুদক্ষিণা) লগত পিতৃ নীলকান্ত হাজৰিকাই ১৯৩৪ চনতে লিখা "অ মইনা কেতিয়া আহিলি তই" গীতটিও চেনোলা কোম্পানীত ৰেকৰ্ডিং কৰিলে ১৯৪৩ চনত। সেই একে বছৰতে "অ' হৰি ইথন সৃজিলা কিনো শান্তি নিকেতন' বুলি এটি ভাবগধুৰ লোকগীত ৰচনা কৰিলে হাজৰিকাই। এইদৰেই সুন্দৰৰ সঙ্গ বৰ আলিয়েদি ভূপেন হাজৰিকা নিতে নতুন দিগন্তলৈ আগবাঢ়িবলৈ প্ৰয়াস কৰিলে অতি সন্তৰ্পণে, নীৰৱ সাধনাত ব্ৰতী হ'ল ঐকান্তিকতাৰে।

১৯৪৪ চনত ভূপেন হাজৰিকাই বি, এ পাছ কৰি বেনাৰচ হিন্দু বিশ্ব বিদ্যালয়তে এম, এ, মহলাত ৰাজনীতি বিজ্ঞানৰ ছাত্ৰ হিচাবে অধ্যয়ন আৰম্ভ কৰিলে। বিশ্ববিদ্যালয়ৰ গুৰুগম্ভীৰ পৰিৱেশত ভূপেন হাজৰিকাই শিক্ষা গ্ৰহণ কৰি থাকোতে এই চাৰিটা বছৰৰ ভিতৰত বহুতো উচ্চ আৰু গভীৰ চিন্তা-চৰ্চ্চাৰ খোৰাক বিচাৰি পাইছিল। বিশ্ব বিদ্যালয়ত সমগ্ৰ ভাৰতৰে বহা বহা ছাত্ৰৰ সমাবেশত যি পৰিবেশ আছিল—সেয়া আছিল সঁচা অৰ্থত এখনি বিশ্ববিদ্যালয়ৰ বিশ্বমুখী শিক্ষাৰ এক অনুপম বহল পৰিবেশ— য'ত ড° সৰ্বপল্লী ৰাধাকৃষ্ণনৰ দৰে মহামনীষীয়েও দৰ্শনৰ শিক্ষা দান কৰিছিল। তেনে এগৰাকী মহান চিন্তানায়কৰ ছাত্ৰ হবলৈ পাই নিজকে গৌৰৱান্বিত অনুভৱ কৰিছিল ভূপেন হাজৰিকাই। ড° ৰাধাকৃষ্ণনৰ প্ৰতি শ্ৰদ্ধাশীল ভূপেন হাজৰিকাই দৰ্শন শাস্ত্ৰত সন্মান (অনাৰ্চ) লৈ অধ্যয়ন কৰোঁতে গোটেই ভাৰতৰ মৌলিক চিন্তাধাৰাৰ মহান আদৰ্শ সমূহেই তেওঁৰ অধ্যয়নৰ বিষয় বস্তু হৈ পৰিছিল আৰু সেয়ে ক্ৰমাগতভাবে তেওঁৰ চিন্তা-চৰ্চ্চাৰ পৰিসৰো বহল হৈ অহাৰ লগে লগে দাৰ্শনিক ভাবধাৰাৰে

পৰিপুষ্ট দূৰদৰ্শী দৃষ্টিভঙ্গীও প্ৰখৰ হৈ পৰিল ।

ইপিনে সংগীতপ্ৰিয় সুৰকোঁৱৰ ভূপেন হাজৰিকাৰ মনত সংগীতৰ হাবিয়াসেও উকমুকাই থাকে । অৱশ্যে তেওঁৰ সেই উকমুকৰ পোৱালী স্বৰূপে সংগীতৰ এটি পৰিবেশৰ সন্ধানো পালে । বিশ্ববিদ্যালয়ৰ চৌহদতে এটি সংগীত ভৱন আছিল । তাত এজন অভিজ্ঞ সংগীতজ্ঞই বিশ্ববিদ্যালয়ৰ ইচ্ছুক ছাত্ৰ সকলক সংগীতৰ শিক্ষা দিছিল । ভূপেনৰ দৰে সংগীতপ্ৰিয় সকলে সন্ধিয়া পৰত সেই সংগীত ভৱনলৈ গৈ সদায়েই সংগীত চৰ্চ্চা কৰিছিল । সেই সুযোগতে হাজৰিকাদেৱে ভাৰতীয় শাস্ত্ৰীয় সংগীতৰ অলপ ব্যাকৰণ ( খেয়াল ) শিকিছিল, কিছু কিছু ৰাগ ৰাগিনী, কিছু কিছু ছন্দজ্ঞান আৰু কিছু পৰিবেশন ৰীতিয়ো আহৰণ কৰিব পাৰিছিল । বাৰানসীত ছাত্ৰ হৈ থাকোঁতেই ভূপেন হাজৰিকাই Ukil School of Arts ত বনদা উকীল নামৰ এজন চিত্ৰশিল্পীৰ ওচৰত ছবি আঁকিবলৈও শিকিছিল । ভূপেন হাজৰিকাৰ এটা গুণ আছে যেতিয়াই যিটো কৰে অতি আন্তৰিকতা আৰু মনোযোগেৰে কৰে আৰু কোনোবাই কিবা কলে সেয়াও বৰ আন্তৰিকাৰে শুনে । এয়া হাজৰিকাৰ স্বভাবসুলভ বৈশিষ্ট্য । হাজৰিকাই নিজেই এনে সংগীতৰ ব্যাকৰণ শিকি লোৱাৰ ক্ষেত্ৰত কয়— "মই যদি কবিতা লিখিব লাগে— ব্যাকৰণতো অলপ জানিব লাগিব । মই আধুনিক গীত বা সুগম সংগীত যদি সৃষ্টি কৰিবলৈ বিচাৰো শূন্যৰ ওপৰততো একো কৰিব নোৱাৰিম । পাণিণি হব নেলাগে কালিদাস হবলৈ, কিন্তু কালিদাস হবলৈ কিছু পাণিণি হব লাগিব ।" বাৰানসীত তেতিয়া হেনো কথাই কথাই মাজে সময়ে সংগীত সন্মিলন হৈ যায়, বৈঠকী বহে । তেনে এক মধুময় প্ৰাণবন্ত পৰিবেশৰ কথা ভূপেন হাজৰিকাই কাহানিও পাহৰিব নোৱাৰে । হাজৰিকাৰ এনে বিনম্ৰ সাধনা দেখি কাশীত থাকোতে এদিন ৺মদন মোহন মালব্যাই তেওঁক আশীৰ্বাদ দি কৈছিল— "ভূপেন, তুমি য'লৈকে যোৱা, গোলাপ ফুলৰ দৰে সৌৰভ বিলাই যোৱা ।" ( ভূপেন, তুম যহাঁ যাও, বহাঁ মহকতে

যাৱ, যেয়সে শুনাবকো ফুল )

দিন বাগৰি যায়। বাৰানসীত প্ৰথম দুটা বছৰ কেনি পাৰ হ'ল কব নোৱাৰিলে ভূপেন হাজৰিকাই। সেইদৰে শেষৰ এম, এ পঢ়া দুটা বছৰো তেনে দৰেই শেষৰ ফালে আগবাঢ়িল। তেওঁৰ বয়স তেতিয়া ১৮/১৯ বছৰ। ভৰ যৌৱনে দেহ মনক ৰোমাঞ্চিত কৰা বয়স। ছোৱালীবোৰে হেনো তেতিয়াই জোকাই জোকাই তেওঁক নায়ক ( Hero ) কৰি পেলাইছিল। হাজৰিকাও অৱশ্যে নাৰীৰ কোমল হিয়াৰ আলসুৱা মৰম পিয়াসী এজন যুৱক। সেয়ে হলেও যৌৱনোদীপ্ত ভূপেন হাজৰিকা কিন্তু নিজৰ পৌৰুষোদ্দীপ্ত ব্যক্তিত্বৰ প্ৰতি সদায় সচেতন। শৈশৱতে নিজৰ ভৱিষ্যৎ জীৱনৰ লক্ষ্য স্থিৰ কৰি লৈ আগবাঢ়ি থকা ভূপেন হাজৰিকাই বিভিন্ন সময়ত বিভিন্ন স্তৰৰ মানুহৰ মাজলৈ প্ৰৱেশ কৰিছে— যাযাবৰী জীৱনত বিভিন্ন ধৰণৰ মানুহক লগ পাইছে। ইয়াৰ মূলতেই হ'ল— "ভূপেন হাজৰিকাই ৰাভাৰ মাটিৰ মানুহৰ ধূলি মাকতিবোৰ আৰু জ্যোতি-প্ৰসাদৰ ৰঙীন ৰামধনুৰ মাজত থিয় হৈ তেওঁলোক দুয়োজনে সমাপ্ত কৰিব নোৱাৰা গীত বিলাকক গাবলৈ যেন আৱিৰ্ভাৱ হ'ল।" বোলাৰ দৰেই হাজৰিকাই নিজৰ লক্ষ্য আৰু সাধনাৰ পৰা কেতিয়াও কক্ষচ্যুত হোৱা নাই— বিভিন্ন স্তৰৰ মানুহৰ মাজত প্ৰৱেশ কৰিছে— মানুহক জানিবলৈ— সংস্কৃতিক জানিবলৈ, সংগীতৰ ৰস পান কৰিবলৈ।

ভৰ যৌৱন লৈ ভূপেন হাজৰিকা বাৰানসীত থাকোঁতে বেশ্যা-লয়লৈকো গৈছিল— কিন্তু যৌৱনে ভৰপক দিয়া কেঁচা মঙহৰ লোভত পৰি নহয়— সংগীতৰ প্ৰেমত পৰিহে। প্ৰকৃততে যিবিলাক বেশ্যাই পেটৰ দায়ত দেহা বেচে, যি বেশ্যাই অতিকামিতাক দমাব নোৱাৰি অসংখ্য পুৰুষৰ হাতত নিজৰ দেহক তুলি দিয়ে, তেনে ধৰণৰ বেশ্যাৰ ঘৰলৈ ভূপেন হাজৰিকা যোৱা নাছিল— তেওঁ গৈছিল -- যিবিলাক বেশ্যাই দেহা নেবেচে, যি বেশ্যাই ভাৰতীয় সংগীত আৰু নৃত্য কলাৰ

মূল ধাৰাটোক আজিও জীয়াই ৰাখিছে— তেনে স্বৰৰ নৰ্তকী বেশ্যাৰ ঘৰলৈহে ; যেনে— সিদ্ধেশ্বৰী বাঈ। ডালমুন্‌দি গলিৰ সিদ্ধেশ্বৰী বাঈৰ ঘৰলৈ যাওঁতে ২৫ টকা খৰছ কৰিব লাগে। বেনাৰচ হিন্দু বিশ্ববিদ্যালয়ৰ পৰা ডালমুনদি গলিলৈ যাওঁতে লাগে আঠ অনা। এই গলি সাহিত্যৰ ফালৰ পৰাও জয়শংকৰ প্ৰসাদৰ উপন্যাস সাহিত্যৰ এটি প্ৰধান উপকৰণ। তাত ডাঙৰ ডাঙৰ বাঈজী আছে। এহেজাৰ টকীয়া শাৰী পিন্ধে। প্ৰথমে ভূপেন হাজৰিকাই লাজ পাব লগাও হৈছিল তাত। কাৰণ তালৈ ডাঙৰ ডাঙৰ বয়সীয়াল মানুহহে যায়। য'ত পণ্ডিত ওঙ্কাৰনাথ ঠাকুৰ আহে, কণ্ঠে মহাৰাজে তবলা বজায়। আনোখীলালো আহে, সিদ্ধেশ্বৰী দেৱীয়ে কাজৰী আৰু গজল গায়, ফৈজ খাঁ চাহাবো আহে, লগতে হীৰা বৰোদকাৰো। সেই সকলৰ মাজত ভূপেন হাজৰিকাই আটাইতকৈ কম বয়সীয়া যুৱক। তেওঁক তাত 'দেউৰ' বুলিহে মাতে, ৰগৰো কৰে। যিয়েই নহওক কিন্তু তেওঁৰ উদ্দেশ্য সফল নকৰাকৈ তাৰ পৰা উভতিও নাহে। উদ্দেশ্য তেওঁৰ আন নহয়— কাজৰী আৰু গজলৰ সোৱাদ লোৱা।

১৯৪৪ চনতে বিষ্ণুৰাভাই পৰিচালনা কৰা 'চিৰাজ' কথা ছবিত গীত গাবৰ বাবে ভূপেন হাজৰিকা বাৰানসীৰ পৰা অসমলৈ আহিব লগা হয়। এই ছবিখনিত হাজৰিকাই দুটা গীত গায়। তাৰে এটি গীত "নতুন অসম গঢ়িম।" উল্লেখযোগ্য যে "অগ্নিযুগৰ ফিৰিঙতি মই" গীতটো ৰচনা কৰোঁতে "নতুন ভাৰত গঢ়িম" বুলি লেখিছিল যদিও কথাছবিৰ লগত সামঞ্জস্য ৰক্ষা কৰিবৰ বাবে "ভাৰত"ৰ ঠাইত "অসম" বুলি ব্যৱহাৰ কৰিব লগা হৈছিল। শিৱভট্ট আৰু বিষ্ণু প্ৰসাদেও সেই একেখনি ছবিত গীত গাইছিল। একেখন বোলছবিত তিনিওজনে সংগীত পৰিচালনা কৰা এয়েই অসম তথা ভাৰতত প্ৰথম ছবি। ১৯৪৮ চনত মুক্তি লাভ কৰা ছবিখনত ক্ষন্তেকৰ কাৰণে ভূপেন হাজৰিকাই অভিনয়ো

কৰিছিল ।

১৯৪৫ / ৪৬ চনৰ সময়চোৱাত নৱ বৰুৱা আৰু অন্যান্য নতুন কবি সকলে যেতিয়া কবিতা লেখিবলৈ আৰম্ভ কৰিছে, যোগেশ দাসদেৱে যেতিয়া গল্প লেখিবলৈ আৰম্ভ কৰিছে তেতিয়া ভূপেন হাজৰিকাই গীতৰ সম্ভাৰ হেজাৰ শ্ৰোতাৰ মাজলৈ প্ৰৱেশ কৰিছে । মন কৰিব লগীয়া যে ইতিমধ্যে তেখেতৰ গীতবোৰে পৰণিৰ গণ্ডীভেদ কৰি পুৰণি অনুশাসন ভঙ্গ কৰি সামাজিক ও সাংগীতিক দিশত মুক্ত হবলৈ সংগ্ৰাম আৰম্ভ কৰিছে । তেতিয়াৰ দিনত অসমৰ প্ৰায়বোৰ গীতেই বড়ো মিশ্ৰিত সুৰৰ, ৰাগ ভিত্তিক বংগীয় গীতৰ সমগোত্ৰীয় আছিল । গোৱালপাৰা অঞ্চলৰ গাঁৱত গোৱা বৈঠকী গীত আৰু বৰপেটা অঞ্চলৰ গীতবোৰ এই ধৰণৰ আছিল । কিন্তু হাজৰিকাৰ ক্ষেত্ৰত ইতিহাসবোধৰ পৰিচয় সুস্পষ্ট আৰু তেখেতৰ সৃষ্টি সমূহেও সেই-দৰে গণ চেতনাবোধক সামাজিক অভিব্যক্তিৰে সংগীতৰ জগতত নতুনত্বৰ সম্ভাৰ বহন কৰি অনা দেখা যায় । সেয়ে অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি পণ্ডিত প্ৰবৰ শ্ৰীযজ্ঞেশ্বৰ শৰ্মাদেৱে কৈছে— "জ্যোতিপ্ৰসাদ আগৰৱালাৰ শিষ্য আৰু বন্ধু ভূপেন হাজৰিকাই অসমৰ আইনাম, বিয়ানাম, বিহুগীত আদি বেলেগ বেলেগ সুৰ লৈ তাত অলপ নতুনত্ব সংযোগ কৰি আজি প্ৰায় ডেৰকুৰি বছৰ ধৰি অসংখ্য গীত ৰচনা কৰিছে আৰু এই গীতবোৰ সকলোৰে জনপ্ৰিয় হৈ পৰিছে । ভূপেন হাজৰিকাৰ অসমীয়া গীতি সাহিত্যলৈ এয়া এক অমূল্য অৱদান । অসমীয়া গীতি সাহিত্যৰ বুৰঞ্জীত তেখেতে সদায় এখন বিশিষ্ট আসন অধিকাৰ কৰি থাকিব ।" সচাঁকৈয়ে হাজৰিকাই গোৱালপাৰাৰ মৈষাল বা কাতি পূজাৰ গীত, উজনিৰ ঝুমুৰ, ঐনিতম, বিহুগীত, সত্ৰৰ বৰগীত, নাম, ভাটিয়লী আৰু বংগীয় সংগীতৰ সুৰ আদি সকলোবোৰ আয়ত্ব কৰি লৈ অসমীয়া সাঁচত গঢ় দিবলৈ চেষ্টা কৰি সংগীত কলাৰ জগতত এক অভি-নৱত্বৰ সৃষ্টি কৰাটো তেওঁৰ প্ৰধান বৈশিষ্ট্য বুলিয়েই কব পাৰি ।

এই ক্ষেত্ৰত নীতিশাস্ত্ৰৰ এটা কথা উল্লেখনীয়— "পুৰণি নীতিয়ে নতুনক বাট এৰি দিব লাগে। সেয়ে নহলে নৈতিকতা সমাজৰ বন্ধনহে হ'বগৈ। নৈতিকতাই মানুহক পশুৰ পৰা প্ৰকৃত মানুহ কৰে সঁচা; কিন্তু সমাজৰ বন্ধন হ'ব নেলাগিব। ই জীৱনৰ গতি আৰু সহায়কহে হ'ব লাগে।"

বাৰানসীত যেতিয়া ভূপেন হাজৰিকা এম, এ, ক্লাছৰ ছাত্ৰ তেতিয়া পিতৃ নীলকান্ত হাজৰিকা এচ, ডি, চি, মঙ্গলদৈত। বিষ্ণু-ৰাভা তেতিয়া স্বাধীনতা সংগ্ৰামৰ ৰণুৱা। পুলিচৰ ভয়ত পলাই ফুৰে। বিষ্ণুৰাভাই এদিন কোড নম্বৰৰ এখন চিঠিৰে হাজৰিকাক মাতি পঠিয়ালে— কামাখ্যা পাহাৰৰ নামনিত থকা কালিপুৰ আশ্ৰমত লগ দিবৰ কাৰণে। সেই ঠাইলৈ তেতিয়া গোবিন্দ কলিতা, নন্দেশ্বৰ তালুকদাৰ, ছত্ৰসিং টেৰণ, আদিয়ে আত্মগোপন কৰিবলৈ যায়। গোপন বৈঠক বহে। ভূপেন হাজৰিকাই ৰাভাৰ নিৰ্দেশ মতেই সেই ঠাইলৈ গৈছিল ছদ্মবেশ ধাৰণ কৰি থকা বিষ্ণু ৰাভাক লগ পাবলৈ। লগ পাই কথা-বতৰা পাতি ঘৰলৈ উভতি আহোঁতে পলম হোৱা দেখি দেউতাকৰ খং উঠি আছিল। ভূপেন হাজৰিকা যদিও এম, এ, পঢ়ি থকা বিশ বছৰীয়া যুৱক তথাপি দেউতাকৰ ওচৰত 'ডাঙৰ মইনা।' তেতিয়া তেওঁলোক গুৱাহাটীৰ ভৰলুমুখৰ ঘৰত থাকে। হাজৰিকাই ৰাভাৰ পৰা বিদায় লৈ চাইকেলেৰে আহি ঘৰৰ বন্ধ দুৱাৰত টোকৰ মাৰিলে আৰু লগে লগে দৰজাও মেলখালে। কিন্তু ভূপেন হাজৰিকাই ভিতৰ সোমাবলৈ ভৰিখন আগবঢ়াওঁ-তেই ডাঙৰ মইনাৰ গালত চেটেপকৈ পৰিল অদৃশ্য হাতৰ এটা চৰ— যেন কোনো অশৰীৰী আত্মাৰ এয়া এক অদ্ভুত কাণ্ডহে। চাই দেখে দৰজা মেলি দিয়া দেউতাকৰ হাত এখন গালৰ পৰা তললৈ নামি গৈছে। কোনেও আৰু একো নেমাতিলে। নিমাতে দুয়ো দুফালে আঁতৰি গ'ল। কিন্তু হঠাৎ গভীৰ নিশাৰ মৌন নিৰৱতা ভঙ্গ কৰি উচ্চাৰিত হ'ল কেইটামান শব্দ — "মই এতিয়া এচ, ডি, চি,

তই এইবিলাক দিগদাৰী কৰি নুফুৰিবি ।” ইমানেই । দেউতাকে মাত্ৰ ইমানকেই কলে তেওঁৰ মৰমৰ ডাঙৰ মইনা ওৰফে ভূপেন হাজৰিকাক । কথাৰ সুৰত পিতৃত্বৰ দাবী আৰু মৰম মিহলি শাসকীয় গুৰুগম্ভীৰ ভাব । অবাঞ্চিত হলেও তদানীন্তন বঙ্গাঘৰীয়াৰ বিষয়বাব গ্ৰহণ কৰি জীৱিকাৰ পথ মুকলি কৰা পিতৃৰ সংগ্ৰামী পুত্ৰই যাতে ৰাজদৰবাৰত পিতৃ-মৰ্যাদা নষ্ট নকৰে তাকেই চমুকৈ বুজাই দিলে নীলকান্ত হাজৰিকাই । চৰখাই পেট নভৰা ডাঙৰ মইনাই চাইকেলখন ভিতৰ সুমুৱাই ভাত এমুঠিও খালে আৰু মনে মনেই নীৰৱে বিচনাত শুই পৰিল । স্বাধীনতাৰ এই আন্দোলনৰ সময়ত বহুতেই এইদৰে বাটে ঘাটে পুলিচ আৰু সেনাবাহিনীৰ হাতৰ চৰ, ভৰিৰ লাথি, বন্দুকৰ কোব খাইছে । ভূপেন হাজৰিকাইও পুলিচৰ খেদা খাই ভৰিৰ জোতা, চেণ্ডেল এৰি দৌৰিছে বাৰানসীত, অসমত । টিকেট নকৰাকৈয়ে মাত্ৰ ১৮ টা টকা সম্বল কৰি লৈ ৰেলেৰে গুৱাহাটীলৈ আহিব লগা হৈছে সেই সময়ত ।

ইতিপূৰ্বে ভূপেনৰ দেউতাক নীলকান্ত হাজৰিকা চৰকাৰী বিষয়ববীয়া ( ট্ৰেজাৰী অফিচাৰ ) হিচাবে ধুবুৰীলৈকে গৈছিল । দেউতাকৰ লগত যোৱা ভূপেনে তাতেই হেনো বঙালী ভাষাৰ জ্ঞান যথেষ্ট আহৰণ কৰিছিল । কাৰণ তেওঁৰ মাকে বঙলা ভাষা বৰ সুন্দৰকৈ জানিছিল আৰু সেয়ে জ্ঞান পিপাসু পুতেককো বঙলা ভাষাৰ শিক্ষা দিয়াৰ লগতে উচ্চাৰণৰ জ্ঞানো দিছিল । গোৱালপৰীয়া লোক সংস্কৃতিৰ লগতো তেওঁৰ ঘনিষ্ঠতা গঢ়ি উঠে তেতিয়াৰ পৰাই । অনুসন্ধিৎসু সকলে বিভিন্ন ঠাইৰ পৰা এইদৰেই অভিজ্ঞতা বুতলি ফুৰে—সেয়া তেওঁলোকৰ স্বভাৱ । নীলকান্ত হাজৰিকাই তেওঁৰ কৰ্মময় সংগ্ৰামী জীৱনৰ সঞ্চিত অভিজ্ঞতাৰেই সকলো সময়তে সন্তানসকলৰ ভৱিষ্যত গঢ় দিয়াৰ ক্ষেত্ৰত আন্তৰিকতাৰে সৈতে চেষ্টা কৰিছিল । তেওঁৰ লক্ষ্য আছিল সুদূৰ প্ৰসাৰী—আকাশ চুম্বী উচ্চ আকাংখা আৰু স্বপ্নময় ৰঙীণ ভৱিষ্যৎ । কিন্তু চাকৰিৰ বয়স

পূৰ্ণতাৰ কালে আগবাঢ়ি অহাত অৱসৰ গ্ৰহণৰ ৰঙা সংকেত দেখা পাই কিছু হতাশ হৈ পৰিছিল। কাৰণ তেওঁৰ সংসাৰখনো তেতিয়া সৰু হৈ থকা নাই— ৯/১০ জন সন্তানেৰে পৰিপূৰ্ণ। সংসাৰ চলাবলৈ চাকৰিৰ অবিহনে অন্য উপায় নাছিল তেওঁলোকৰ। ভুপেনৰ পিচতো একাদিক্ৰমে অমৰ, প্ৰবীন, নৃপেন, বলেন, জয়ন্ত আৰু সমৰ হাজৰিকাৰ লগতে কুইন, কবিতা, ৰাবী আদি আটাই-কেইজনৰ পঢ়া শুনাৰ খৰচো অপৰিহাৰ্য্য। চাকৰি অবিহনে এনে ব্যয় বহুল সংসাৰখনৰ সম্ভাব্য সংকটৰ কথাকেই ভাবি নীল হাজৰিকাই নিজে নিজেই কিছু বিব্ৰত অনুভৱ কৰিছিল যদিও কল্পনাবোৰ কিন্তু পৰিকল্পিতভাবেই বাস্তবায়িত কৰাৰ ক্ষেত্ৰত সন্তান সকলৰ ওপৰত আশাবাদী আছিল।

OOOO

# চতুৰ্থ অধ্যায়

## ১৯৪৬ চনৰ পৰা ১৯৪৮ চনলৈ।

১৯৪৬ চন। ভাৰতবৰ্ষই ইমান দিনে সংগ্ৰাম কৰি স্বাধীনতা লাভ কৰাৰ শুভলগ্ন সমাগত প্ৰায়। বহুতৰে বুকুৰ তেজ আৰু অসংখ্য দেশ প্ৰেমিকৰ প্ৰাণৰ বিনিময়ত ভাৰতবৰ্ষই নিজৰ ভৰিত নিজে থিয় দি দেশৰ জাতীয় সাৰ্বভৌমত্বক গৌৰৱান্বিত কৰাৰ সেয়া আছিল পূৰ্ব প্ৰস্তুতিৰ সময়।

অসমী আইৰ সুযোগ্য সন্তান ভূপেন হাজৰিকাইও ১৯৪৬ চনত বেনাৰচ হিন্দু বিশ্ববিদ্যালয়ৰ পৰা এম, এ, পৰীক্ষা সমাধা কৰি মনত বহুতো ৰঙীন সপোন লৈ ২০ (বিশ) বছৰ বয়সত ঘৰলৈ উভতিছে। ৰাজনীতি বিজ্ঞানত এম, এ, পাছ কৰি লৈ চাকৰি কৰাৰ সংকল্প তেওঁৰ নাছিল নাছিল লেতেৰা ৰাজনীতি কৰি ভণ্ড নেতা হোৱাৰ হেপাহ। ৰাজনীতি হেনো নীচ মানুহৰ শেষ আশ্ৰয়স্থল। সেয়ে, তেওঁৰ কুৰি বছৰীয়া আশাবাদী মনটোত অৱশ্যে সাংবাদিকতা কৰাৰ হেপাহ আছিল-- হেপাহ আছিল লেখা মেলা কৰি ভাষা সাহিত্যৰ সেৱা কৰাৰ। আৰু গান? গানতো তেওঁৰ জীৱনৰ চিৰসংগৰীয়া বৰি লোৱাটো একপ্ৰকাৰ স্বভাৱসুলভ প্ৰবৃত্তি বুলিয়েই ভাবি লৈছিল। মনে প্ৰাণে। অৱশ্যে ওকালতি কৰাৰ কথাও নভবাকৈ থকা নাছিল। লেখা মেলা আৰু সাংবাদিকতাৰ ক্ষেত্ৰত ওকালতিয়েই কিছু সহায়ক হব বুলি ভাবি হাজৰিকাদেৱে আইনটোও (Law) পঢ়াৰ ইচ্ছা কৰিছিল আৰু সেই বাবেই তেখেতে হাৰ্ডিং ইউনিভাৰচিটিৰ Law class ত নাম ভৰ্তি কৰিছিল।

আনকি গুৱাহাটীৰ আৰ্ল ল' কলেজ আৰু কলিকতাতো ল' কলেজত নাম ভৰ্তি কৰি আইন পঢ়াৰ যো-জা কৰিছিল। সেইখিনি সময়তে নতুন অসমীয়া চলি আছে, Assam Tribune ওলাইছে। এইবোৰ বাতৰি কাকতৰ জৰিয়তে সংবাদ আৰু সাহিত্য সেৱা কৰাৰ হেপাহ, গান গোৱাৰ হেপাহ— মুঠতে যি ভাল লাগে তাকে কৰি আত্মতুষ্টি লাভ কৰাৰ মুকলিমূৰীয়া ইচ্ছা আৰু স্বাধীনচিতীয়া হেপাহবোৰে হাজৰিকাৰ মনত ঠাঁই খাই আছিল। উল্লেখযোগ্য যে, হাজৰিকাই তেওঁৰ ছাত্ৰ জীৱনত কেতিয়াও অকৃতকাৰ্য হোৱা নাই আৰু সেয়ে তেওঁৰ ছন্দময় কৰ্ম জীৱনৰ প্ৰতিক্ষেত্ৰতেই সাফল্য লাভ কৰাৰ দৃঢ় মানসিকতাই গঢ় লৈছিল।

কিন্তু কি হব। মানুহৰ আশা আৰু মনে ভবা কথা ভাগ্যৰ চাকনৈয়াত পৰি পাকঘূৰণি খায়। হাজৰিকাৰ ক্ষেত্ৰতো সেয়ে। পিতৃ নীলকান্ত হাজৰিকাই প্ৰথমেই শদিয়া আৰু গুৱাহাটীত শিক্ষকতা, ধুবুৰীত স্কুল সমূহৰ উপ-পৰিদৰ্শক, তেজপুৰত গ্ৰেজিং চুপাৰইন্‌টেণ্ডেণ্ট, বালিপাৰাত গ্ৰামোন্নয়ন বিষয়া, মঙ্গলদৈত উপ-প্ৰতি সমাহৰ্তা (S,D,C) আৰু গুৱাহাটীত দণ্ডাধিকাৰী আদি বিচিত্ৰ ধৰণৰ চাকৰিৰ অভিজ্ঞতা সঞ্চয় কৰি বয়সৰ আহ্বানত ইতিমধ্যে চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰিলে। মাহে ১৪৫.০০ টকাকৈ পেঞ্চন পায়। ইফালে তেখেতৰ পৰিয়ালো তেতিয়া আৰু সৰু হৈ থকা নাই, দহ জন পুত্ৰ-কন্যাৰে পৰিপূৰ্ণ এটি দুৰ্বহ ব্যয়বহুল পৰিয়াল। গুৱাহাটী মহানগৰীৰ বুকুত তেওঁলোকৰ অৰ্থ সংকট হোৱাটো স্বাভাৱিক। কিয়নো নিজৰ লৰা-ছোৱালীক প্ৰকৃত মানুহ কৰি] তুলিবৰ বাবে উপযুক্ত শিক্ষা-দীক্ষা দিয়াৰ ক্ষেত্ৰত এককভাৱে উপাৰ্জনশীল নীলকান্ত হাজৰিকাই যথেষ্ট ধন খৰছ কৰিব লগীয়া হোৱাত তেখেতৰ হাতত কোনো সঞ্চিত ধন নাছিল। সেয়েহে চাকৰিৰ পৰা অৱসৰ লোৱাৰ লগে লগেই হাজৰিকা পৰিয়ালক অৰ্থ সংকটে একপ্ৰকাৰ গ্ৰাস কৰি পেলাইছিল। এনে এক পৰিস্থিতিৰ বাবেই ভূপেন হাজৰিকাৰ

সন্মুখত যেন যোগমৰা এন্ধাৰে ঠাঁইখাই তেওঁৰ গতিশীল জীৱনৰ বাটত আগভেটা দি ধৰিছিল। ভাৰতীয় সংগীত, বিশ্বদৰ্শন, কলা-সংস্কৃতি, সাংবাদিকতা, সাহিত্য সেৱা আদি আটাইবোৰ মিলাই তেওঁৰ অভীপ্সিত সুন্দৰৰ সাধনাত অভাৱনীয় ভাবে সেই অৰ্থাভাৱৰ প্ৰভাৱ নপৰাকৈ থকা নাছিল। অভাৱেই অথন্তৰৰ মূল। ভূপেন হাজৰিকা তেতিয়া সম্পূৰ্ণ কৰ্ম-সংস্থানহীন নিবনুৱা যুৱক— অথচ তেওঁৰেই ঘৰৰ ডাঙৰ ল'ৰা— সকলোৰে আশা-ভৰষাৰ স্থল। গতিকেই বৃদ্ধ পিতা-মাতা আৰু ন জন ভাই ভনীৰে সম্পূৰ্ণ পৰিয়ালটোৰ প্ৰতি তেওঁৰ গধুৰ দায়িত্ব আৰু সৰ্বাধিক কৰ্তব্য আছিল। হাজৰিকাৰ জীৱনত সেয়া আছিল। এক বিৰাট সংকটকাল।

ইফালে সেইখিনি সময়তে যুদ্ধ আৰু সংগ্ৰামৰ বিভীষিকাই নিত্য ব্যৱহাৰ্য দ্ৰব্য সমূহৰো মূল্য জুই ছুঁই কৰি পেলাইছে। চাউলৰ প্ৰতি সেৰে তেতিয়াই ৫ ( পাঁচ ) টকা। দেশখনো উদ্ৱাৱল-সাম্প্ৰদায়িক সংঘৰ্ষ আৰু ৰাজনীতিৰ দুৰভিসন্ধিৰ চক্ৰবেহুত ভাৰতীয় জাতি জৰ্জৰিত। গোপীনাথ বৰদলৈ তেতিয়াও মন্ত্ৰী হোৱা নাই। দুখীয়া মানুহ তেওঁ। হাজৰিকাৰ দেউতাকৰ দৰেই গোপীনাথ বৰদলৈও হেনো ক্ষুধাৰ্ত বাঘৰ দৰে ভীষণ খঙাল মানুহ। ভূপেন হাজৰিকাৰ ভাষাত— "এজনেই পলিটিছিয়ান ওলাইছে আমাৰ অসমত এতিয়ালৈকে, সেই মানুহজন আৰু দেউতাই খাবলৈ নেপায়, দেউতাই এসেৰ চাউল কিনে, আধাসেৰ চাউল গোপী বৰদলৈক দি থৈ আহে। তেনেকুৱা পৰিয়াল এটালৈ মই এম, এ, পাছ কৰি আহিছিলোঁ"। ইফালে অমৰ হজৰিকাক পুনাত পঢ়িব লাগে— ৰেডিঅ' ইঞ্জিনিয়াৰিং। উদ্দেশ্য উভতি আহি পানবজাৰতে দোকান খোলাৰ। তাৰ বাহিৰেও বাকী কেইজনৰ পঢ়া শুনাৰ খৰছ। আনফালে বিবাহযোগ্যা গাভৰু ভনীয়েক শ্ৰীমতী কুইন হাজৰিকাৰ ( সুদক্ষিণাৰ ) বিয়াৰ বয়সো পূৰ্ণ পৰ্যায়ত। মঙলদৈত জন্মগ্ৰহণ কৰা জয়ন্ত হাজৰিকাৰ

পিচতেই সময় হাজৰিকাই গুৱাহাটীত জন্মলৈ দহজনীয়া সন্তানৰ তালিকা যেতিয়া পূৰ্ণ কৰিলে তেতিয়া পৰিয়ালটিৰ সম্ভাব্য সমস্যাৰ কথা দেউতাকক সোঁৱৰাই দিবলৈ ইচ্ছা কৰিছিল। সীমিত সৰু পৰিয়াল যে সুখৰ আবাস ভূমি সেই কথা অবিবাহিত হলেও ভূপেন হাজৰিকাই তেতিয়াই বুজি পাইছিল। কিন্তু স্নাতকোত্তৰ মহলাৰ ছাত্ৰ ভূপেন হাজৰিকাই শিক্ষিত পিতৃৰ ওচৰত জন্ম-নিয়ন্ত্ৰণৰ ( Family planning ) কথা কয় কেনেকৈ ? এদিন গা ধুই থাকোতে বাথৰুমৰ পৰাই Shakespeare ৰ ভাষাৰে চিঞৰি দিছিল " Thus far and no further " বুলি। প্ৰকৃততে কেৱল সংসাৰ বৃদ্ধি কৰিলেই নহয়, সন্তানৰ ভৱিষ্যতৰ কথালৈও লক্ষ্য ৰাখিব লাগে। সীমিত পৰিয়ালত যে সুখ আৰু উজ্বল ভৱিষ্যৎ অৱশ্যম্ভাৱী সেই কথা পুৰণি কলীয়া মানুহে বৰকৈ চিন্তা কৰা নাছিল। ঈশ্বৰৰ ইচ্ছাতেই যেন সকলো হয় এনেকৈয়ে ধাৰণা কৰি সংযম আৰু সংযত আঁচনি মূলক ভৱিষ্যতৰ কোনো কথাই ভবা নাছিল। তেনে বহুতো সন্তানৰ পিতৃ-মাতৃ কেতিয়াও সুখী হব নোৱাৰি ভাগ্যকেই দোষাৰোপ কৰা দেখা যায়। ৰামায়ণ মহাকাব্যত বিভীষণে প্ৰতিশ্ৰুতি ভংগৰ অপৰাধ কৰিলে কলিযুগত বহু সন্তানৰ পিতৃ হব বুলি শ্ৰীৰামচন্দ্ৰৰ ওচৰত প্ৰতিজ্ঞা গ্ৰহণৰ মূলতেই হৈছে অশান্তিময় এক অভিশপ্ত জীৱন যাপন কৰা— সেয়া আশীৰ্বাদ নহয়।

এম, এ মহলাৰ শেষ পৰীক্ষাৰ সময়ৰ কথা। সেইবাৰ সম্পূৰ্ণ বছৰটোৰ বাবে অনাদায় হৈ থকা সৰ্বমুঠ মাচুল ২৬০'০০ টকা একে লগে আদায় কৰিব লগীয়া হৈছিল। কিন্তু তেওঁলোকৰ হাতত সেই ২৬০'০০ টকাও নাছিল। উপায় এটা উলিয়ালে অমৰ হাজৰিকাই। গুৱাহাটীৰ প্ৰভুদয়াল হিম্মৎসিংকাৰ পৰা ৩ দিনৰ কাৰণে ট্ৰাক এখন ভাড়ালৈ আনি ভূপেন হাজৰিকাক ২৬০'০০ টকা উলিয়াই দিয়াৰ আশ্বাস দিলে।

শুক্লেশ্বৰ ঘাটৰ ওচৰত তেতিয়াৰ দিনত সৰু এটা আৰ্য নাট্য

মন্দিৰ আছিল। বিদেশী সৈন্য বিলাকে সেই আৰ্য-নাট্য মন্দিৰত ইংৰাজী চিনেমা প্ৰদৰ্শনৰ ব্যৱস্থা কৰিছিল। দ্বিতীয় দৰ্শনৰো ব্যৱস্থা আছিল। সন্ধিয়া ৬ বজাৰ পিচত্তেই সমগ্ৰ গুৱাহাটী নিষ্প্ৰদীপৰ (Black out) অন্ধকাৰত ডুব যায়। দ্বিতীয় দৰ্শন (Second Show) চাই সেই সৈন্য সকলৰ কিছুমানে মাৰ্চ কৰি গুচি যায়। তাৰে কিছুমানে ট্ৰাকত উঠি যায়। সৈন্য বিলাকৰ কেম্প আছিল ভৰলুমুখৰ সোণাৰাম হাইস্কুলত আৰু পাণ্ডুত। অমৰ হাজৰিকাই ভাড়ালৈ অনা ট্ৰাকখনেৰেই সেই সৈন্যবোৰক কেম্পলৈ কঢ়িয়াই নি ধন ঘটাৰ সুবিধা ললে। ট্ৰাকখন চলাইছিল অমৰ হাজৰিকাই নিজে। কাৰণ তেজপুৰত থাকোঁতে দেউতাকে পুৰণি ফ'ৰ্ড গাড়ী এখন ৪৫০'০০ টকাত কিনিছিল। সেই গাড়ীখন লৈয়েই অমৰ হাজৰিকাই গাড়ী চলাবলৈ শিকি লৈছিল। তেতিয়ালৈকে ভূপেন হাজৰিকাই গাড়ী চলাবলৈ জনা নাছিল। যিয়েই নহওক অমৰ হাজৰিকাই সেইদৰেই হিম্মৎসিংকাৰ ট্ৰাক খনেৰে সৈন্যবোৰক কঢ়িয়াই নি ২৬০'০০ টকা সংগ্ৰহ কৰি ভূপেন হাজৰিকাৰ হাতত তুলি দিছিল।

ছাত্ৰ জীৱনত ভূপেন হাজৰিকা বাৰ মাহ পঢ়াৰ টেবুলত বহি কিতাপৰ বুকুত মূৰ গুজি থকা বিধৰ ছাত্ৰ নাছিল। বিভিন্ন স্তৰৰ মানুহৰ মাজত বিভিন্ন বিষয় লৈ ঘূৰা ফিৰা কৰিছিল যদিও বিশেষকৈ সুৰ আৰু সংগীতৰ সন্ধানত অধিক সময় কটাইছিল। তেওঁ পৰীক্ষাৰ আগে আগে এমাহমান সময় পঢ়া-শুনা কৰি পৰীক্ষাত সফলতা অৰ্জন কৰা বিধৰহে ছাত্ৰ আছিল। সেই বুলি পৰীক্ষাত অকৃতকাৰ্য নহলেও কোনোদিনেই হাজৰিকাই লেখত লবলগীয়াকৈ বৰ ভাল ফলাফলো কৰিব পৰা নাছিল। অৱশ্যে ছাত্ৰ জীৱনত তেওঁ কেতিয়াও তৃতীয় বিভাগতো ( Third Division ) উত্তীৰ্ণ হোৱা নাছিল। এটা কথা ঠিক যে পৰীক্ষাৰ ফলাফলৰ ওপৰতে নিৰ্ভৰ কৰি ছাত্ৰৰ অধ্যয়ন প্ৰসূত জ্ঞানৰ পৰিসৰ জুখিব নোৱাৰি। হাজৰিকাৰ ভাষাত — "ঠিক বিশ বছৰ বয়সত বেনাৰচ হিন্দু বিশ্ববিদ্যালয়ৰ মই

কনিষ্ঠতম এম, এ পাছ কৰা ল'ৰা বুলি মোক উপাচাৰ্য ড০ সৰ্বপল্লী ৰাধাকৃষ্ণনে কৈছিল— "you are the youngest it seems. মই Yes. Sir বুলি কৈছিলোঁ।"

উপাচাৰ্য ড° ৰাধাকৃষ্ণনৰ ওচৰত ( বিশ্ববিদ্যালয়ত ) আটাইতকৈ সৰু ল'ৰা ভূপেন হাজৰিকা কিন্তু নীলকান্ত হাজৰিকাৰ পৰিয়ালত আটাইতকৈ ডাঙৰ ল'ৰা আৰু সেই বাবেই 'ডাঙৰ মইনা' ভূপেন হাজৰিকাই ব'ঠা বিহীন নাৱৰীয়াৰ দৰেই ঘৰখনৰ আটাইৰে সম্পূৰ্ণ দায়-দায়িত্ব বহন কৰিব লগীয়াত পৰিছিল। নিৰনুৱা হাজৰিকাই সেই সময়ত আৰ্থিক অনাটনত নিজকে কিছু অসহায় যেন অনুভৱ কৰিলেও হতাশ হোৱা নাছিল। কিন্তু চাকৰিও বিচৰা নাছিল। এই বিষয়ে তেখেতে নিজেই কৈছে– "মই ভাবিলোঁ ভাৰতবৰ্ষ স্বাধীন নোহোৱালৈকে চাকৰি নকৰোঁ। আৰু নকৰিলোঁৱেই।"

উল্লেখযোগ্য যে ১৯৪৭ চনত ভাৰতবৰ্ষ স্বাধীন হোৱাৰ পাচতহে গুৱাহাটীৰ বি, বৰুৱা কলেজত অধ্যাপনাৰেই ভূপেন হাজৰিকাই কৰ্মজীৱনৰ পাতনি মেলিছিল। তাৰা চান্দ ত্ৰিপাঠী সেই সময়ত অধ্যক্ষ আছিল। তেতিয়া হাজৰিকাৰ দৰমহা আছিল মাত্ৰ ১২৫·০০ টকাহে। কিন্তু বৰ বেচিদিন তেওঁ সেই কলেজত অধ্যাপনা নকৰিলে।

১৯৪৬ চন। দেশৰ দুদিনৰ সময়। ভূপেন হাজৰিকাৰ প্ৰাণত দেশ প্ৰেমৰ জোৱাৰ। সেয়ে সেই বছৰতে অসমী আইৰ প্ৰাচীণ গৌৰৱৰ কথা উল্লেখ কৰি আৰু সেই গৌৰৱ ম্লান হোৱাত আক্ষেপ কৰি 'অ' মোৰ তৈয়াই অ' মোৰ ভণ্টি" বুলি দুটি গীত ৰচনা কৰিছিল। এনে নিভাঁজ দেশপ্ৰেমৰ আদৰ্শ আৰু অনুৰাগ জ্যোতিপ্ৰসাদ আৰু বিষ্ণুপ্ৰসাদৰ সান্নিধ্যৰ পৰাই অংকুৰিত হৈছিল ভূপেন হাজৰিকাৰ উৰ্বৰা হৃদয়ত।

১৯৪৭ চন। ভাৰতবৰ্ষৰ ইতিহাসত এটি গৌৰৱময় অধ্যায়। জাতিৰ পিতা মহাত্মা গান্ধীৰ মহান অহিংস আদৰ্শত ভূপেন হাজৰিকা অনুপ্ৰাণিত। গান্ধীজীৰ আদৰ্শক তেওঁ সন্মান কৰিছিল

অন্তৰত। বৃটিছ চৰকাৰৰ দ্বাৰা দলিত আৰু শোষিত ভাৰতবাসীয়ে স্বাধীনতা লাভ কৰাৰ মূলতে গান্ধীজীৰ ভূমিকা যে প্ৰণিধানযোগ্য সেই কথা মৰ্মে মৰ্মে উপলব্ধি কৰিছিল হাজৰিকাদেৱে আৰু সেয়ে গান্ধীজীৰ মহান আদৰ্শৰ কথাকে উল্লেখ কৰি সেই বছৰতে "দলিত ভাৰতৰ আশাৰ প্ৰতীক বুলি" এটি সুন্দৰ গীত লিখিলে ভূপেন হাজৰিকাই। অৱশ্যে কোনো কোনোৱে হয়তো ৰাজনৈতিক বা সামাজিক আদি বিভিন্ন কাৰণত গান্ধীজীক প্ৰশংসা কৰাৰ কথাত হাজৰিকাৰ লগত একমত নহবও পাৰে। সেই বুলি মহাত্মাৰ মহানতাখিনিক উলাই কৰিবও নোৱাৰি।

১৯৪৮ চন। স্বাধীন ভাৰতৰ বুকুত চলিছে হৰ্ষ-বিষাদৰ প্ৰতিযোগিতা। ভাৰতবৰ্ষই স্বাধীনতা লাভ কৰাৰ আনন্দত আত্মহাৰা হৈ স্বাধীনচিতীয়া ভূপেন হাজৰিকাই সেই বছৰতে লিখিলে "ভাৰতী স্বাধীনা হ'ল" বোলা গীতটি। ইফালে অসমবাসী ৰাইজৰো আনন্দৰ শেষ নাই—গৌৰৱৰো সীমা নাই। আটাইতকৈ অধিক আনন্দিত আৰু গৌৰৱান্বিত হ'ল ভূপেন হাজৰিকা। কাৰণ ভূপেন হাজৰিকাৰ পিতৃ নীলকান্ত হাজৰিকাৰ বন্ধু গোপীনাথ বৰদলৈ ইতিমধ্যে অসমৰ মুখ্যমন্ত্ৰী হ'ল। লোকপ্ৰিয় বৰদলৈ ডাঙৰীয়া দুখীয়া মানুহ যদিও তেখেতৰ নিৰ্ভাজ দেশপ্ৰেমৰ বাবেই দেশৰ সৰ্বসাধাৰণ ৰাইজে আগ্ৰহেৰেই অসমৰ মুখ্যমন্ত্ৰীৰ পদত অধিষ্ঠিত কৰিলে আৰু যোগ্য ব্যক্তিক এনে এক মহান দায়িত্বভাৰ অৰ্পণ কৰিবলৈ পাই ৰাইজেও অতিশয় গৌৰৱ অনুভৱ কৰিলে। ১৯৪৭ চনৰ পৰা ১৯৫০ চনলৈকে অসমৰ মুখ্যমন্ত্ৰী হৈ থকা বৰদলৈ ডাঙৰীয়াৰ দিনতেই অসমত কেইবাটাও মহামূল্যবান তথা চিৰযুগমীয়া অনুষ্ঠান স্থাপন কৰা হৈছিল। সেইবোৰৰ ভিতৰত বিশেষ ভাবে উল্লেখযোগ্য হ'ল— গুৱাহাটী বিশ্ববিদ্যালয়, অসমৰ উচ্চ ন্যায়ালয়, গুৱাহাটী অনাতাঁৰ কেন্দ্ৰ, ডিব্ৰুগড়ত অসম মেডিকেল কলেজ, যোৰহাটত কৃষি বিশ্ববিদ্যালয়, ইঞ্জিনিয়াৰিং স্কুল, পশু চিকিৎসা মহাবিদ্যালয় আৰু আয়ুৰ্বেদিক

কলেজ আদিয়েই প্ৰধান। তাৰোপৰি জনকল্যাণমূলক বহুতো কাম কৰি বৰদলৈদেৱে তেখেতৰ কৰ্তব্যনিষ্ঠা আৰু যোগ্যতাৰ প্ৰমাণ কৰিলে।

এনেতে ভাৰতবৰ্ষৰ বুকুত অভাৱনীয়ভাৱেই ঘটিছিল এক নাৰকীয় বীভৎস কাণ্ড— যাৰ বাবে সমগ্ৰ ভাৰতবাসী বিশ্ববাসীৰ ওচৰত লজ্জিত হ'ব লগা হ'ল, মৰ্মাহত হ'ল বিশ্ববাসীও। ১৯৪৮ চনৰ কলংকময় ৩০ জানুৱাৰী তাৰিখে নাথুৰাম গডছে জাতিৰ পিতা মহাত্মা গান্ধীক হত্যা কৰাৰ শোকাবহ বাতৰিয়ে সমগ্ৰ দেশত স্বাধীনতা লাভৰ আনন্দ উচ্ছ্বাসকো ম্লান কৰি পেলাইছিল। সমগ্ৰ দেশবাসীৰ লগতে অশান্ত মৰ্মাহত হ'ল ভূপেন হাজৰিকাও। এনে মৰ্মান্তিক আঘাতত শোকাবেগ সামৰিব নোৱাৰি হাজৰিকাদেৱে লগে লগেই লেখিলে—

"চৈধ্যশ চৌৱন্নৰ মাঘৰে মাহতে
সোণৰে বিয়লি বেলা
পৃথিৱীৰ শিৰতে বজ্ৰপাত পৰিলে
বাপুজী ক'লৈনো গ'লা।" বোলা গীতটি।

বাপুজীৰ প্ৰতি শেষ শ্ৰদ্ধা জ্ঞাপনৰ বাবে তেখেতৰ চিতাভষ্ম খিনি সমগ্ৰ দেশতেই বিতৰিত কৰা হৈছিল। সেইদৰে ১৯৪৮ চনৰ ১২ ফেব্ৰুৱাৰী তাৰিখে মহাত্মা গান্ধীৰ পূতাস্থি অলপমান গুৱাহাটীৰ শুক্লেশ্বৰ ঘাটলৈকো অনা হৈছিল। সেইদিনা অসমৰ বহুতো নেতা-মহানেতা আৰু সৰ্বসাধাৰণ ৰাইজৰ এক বিৰাট সমাবেশ ঘটিছিল সেই শুক্লেশ্বৰ ঘাটত। সেই সমাবেশ উপলক্ষে ব্ৰহ্মপুত্ৰৰ বালিত সজা এক বিশেষ মঞ্চত থিয় হৈ ভূপেন হাজৰিকা আৰু ভনীয়েক কুইন হাজৰিকাই দ্বৈত কণ্ঠেৰে কৰুণ সুৰত সেই গীতটি গাইছিল। সমবেত হোৱা অগণন জনতাই সেই গীত শুনি শোকাবেগত তন্ময় হৈ গৈছিল আৰু শ্ৰোতা জনতাৰ চকুৰ লোতক লুইতৰ বালিত টোপ টোপকৈ নিগৰি পৰিছিল। গুৰুগম্ভীৰ সেই পৰিবেশটোও এনেকুৱা হৈ পৰিছিল যে সঁচাকৈয়ে কোনো আত্মীয় ব্যক্তিৰ মৃত্যুতহে যেন

শিল্পী কণ্ঠত করুণ সুৰৰ বিননিহে নিগৰি ওলাইছিল হৃদয় বিদাৰি। অনুষ্ঠানৰ শেষত মুখ্যমন্ত্ৰী বৰদলৈ ডাঙৰীয়া আৰু চাৰ ছাদুল্লা চাহাবে গীত লিখা কাগজখন নিবলৈ টনা আজোৰা কৰাত ফালি গৈছিল। অকল ইমানেই নহয়, হাজৰিকাদেৱে মহাত্মা গান্ধীৰ মানৱতাবাদী সাম্যভাব আৰু ধৰ্মীয় সম্প্ৰীতিৰ আদৰ্শৰ বিষয়ে ব্যাখ্যা কৰি লিখিছিল আন এটি মূল্যবান গীত— "মহাত্মাই হাঁসি বোলে / ৰাম অ' ৰহিম"। এইদৰে সমসাময়িক প্ৰসঙ্গৰ ওপৰত ভিত্তি কৰি ভূপেন হাজৰিকাই লেখিছে বহুতো গীত— আবেগ মধুৰ ভাব আৰু সজীৱ ভাষাৰে।

১৯৪৮ চনৰ এই বছৰটোতে হাজৰিকাদেৱে সুনীল গঙ্গোপাধ্যায়ৰ পৰিচালিত বঙালী কথাছবি "সতী বেউলা"ত সংগীত পৰিচালনা কৰাৰ বাহিৰেও "মহাত্মাৰ মহাপ্ৰয়াণ" জোনালী দীপান্বিতা" "সুৰ নগৰীৰ সুন্দৰ কুমাৰ" আদি কেইবাটাও গীত ৰেকৰ্ডিং কৰে।

উল্লেখযোগ্য যে, ১৯৪৮ চনত গুৱাহাটীত আকাশবাণীৰ কেন্দ্ৰটো স্থাপিত হোৱাৰ লগে লগে ভূপেন হাজৰিকাৰ জীৱনলৈ এক নতুন প্ৰতিশ্ৰুতিয়ে দেখা দিলে। হাজৰিকাদেৱে তেতিয়াই আকাশবাণী গুৱাহাটী কেন্দ্ৰত চাকৰিত সোমায়। "আলফুলীয়া ফুলমলীয়া চেনেহৰ অকণি বীৰ" গীতটিৰে আকাশবাণী কেন্দ্ৰত "অকণিৰ মেল"ৰ আৰম্ভণি কৰা ভূপেন হাজৰিকাই আকাশবাণী কেন্দ্ৰত অলপমান দিনহে চাকৰি কৰিলে। সেইখিনি সময়তে আকাশবাণী কেন্দ্ৰৰ বিভিন্ন কাৰ্যসূচীত অংশ গ্ৰহণ কৰাৰ ওপৰিও তেখেতে স্বৰচিত গীত কিছুমানো নিজেই সুৰ দি প্ৰচাৰ কৰাৰ সুবিধা লাভ কৰাৰ লগতে অসমৰ শ্ৰোতা সমাজৰ মাজত এনেদৰেই এক সুৰৰ মায়াজাল ৰচি জনপ্ৰিয় শিল্পী হিচাবে হাজৰিকাদেৱে জনাজাত হৈ পৰাৰ এক সোনালী সুযোগ পাইছিল। কিন্তু আকাশবাণী কেন্দ্ৰত চাকৰি কৰা কৰ্মচাৰী সকলে নীতি-নিয়ম ধৰাকৈয়ে মানি চলিব লাগে— বিশেষকৈ সময়ানুবৰ্তিতা— সেয়ে

হাজৰিকাদেৱে সেয়া মানি চলিবলৈ কিছু টান পাইছিল আৰু কিছুমান দিনৰ পাচতেই বাকচ বাকচ লগা আকাশ বাণী কেন্দ্ৰৰ পৰা চাকৰি এৰি বিদায় লৈছিল।

অৱশ্যে ইয়াৰ অন্তৰালত আন এটি বিশেষ কাৰণো আছে। লুইতৰ পাৰৰ ভূপেন হাজৰিকা তেতিয়া চফল ডেকা— চকুৰ জ্যোতিত আশাৰ ৰেঙণি, উচ্চাকাংখী মনৰ মাজত প্ৰবল জ্ঞানপিপাসা আৰু কৰ্তব্যৰ ক্ষেত্ৰত তেখেত কৰ্মযোগী। সেয়েই হয়তো সৌভাগ্যক্ৰমে উচ্চ শিক্ষা গ্ৰহণৰ বাবে জ্ঞানাকাংখী হাজৰিকাদেৱক বিদেশৰ এখনি খ্যাতনামা বিশ্ববিদ্যালয়ে হাত বাউলি আহ্বান জনাইছিল আৰু অভীপ্সিত সেই কৰ্তব্যৰ আহ্বানত তেখেতে আকাশবাণী কেন্দ্ৰৰ পৰা আঁতৰি যাব লগীয়া হৈছিল। ইয়াততে আন এটা কথাও বিশেষভাবে উল্লেখযোগ্য যে তেৰ-চৈধ্য বছৰমান বয়সৰ পৰাই ভূপেন হাজৰিকা আছিল এক "প্ৰেমিক অশ্বাৰোহী"। সেইবুলি কিন্তু হাজৰিকাদেৱ দুৰ্বলচিতীয়া পলায়নবাদী প্ৰেমিক নহয়— পৌৰুষো-দ্দীপ্ত ব্যক্তিত্বৰ প্ৰতি সদাসচেতন হাজৰিকাদেৱ এক আত্মনিষ্ঠ ৰসময় প্ৰেমিক। কাৰণ প্ৰেমৰ ক্ষেত্ৰত হাজৰিকাদেৱক কেতিয়াও পৰাজিত নাইবা বিৰহ কাতৰ হোৱা দেখা নাযায়। প্ৰকৃততে প্ৰেমৰ ক্ষেত্ৰত কেতিয়াবা অবাঞ্ছিতভাবে দেখা দিয়া বিভ্ৰাট বা বিচ্ছেদৰ বিনিময়ত ভূপেন হাজৰিকাই কৰ্মময় জীৱনত নতুন নতুন কৰ্মপ্ৰেৰণাহে বিচাৰি পায়। অৱশ্যে নাৰী-প্ৰেমৰ বিনিময়ত প্ৰেয়সীৰ এখনি সমমৰ্মী হৃদয়ৰ পৰা এধানি মিঠা কোমল আকুলতাৰ বাবে যদিও তেখেত প্ৰয়াসী তথাপি সঁচা অৰ্থত হাজৰিকাদেৱ এগৰাকী আশাবাদী প্ৰেমিকহে। গীতি কবি ভূপেন হাজৰিকাই প্ৰেমৰ তন্ময়তাৰ মাজতো সচেতনতাৰে ৰচনা কৰা গীত কবিতাবোৰৰ মাজতো পূৰ্বসূৰী কবি সকলৰ দৰে বিৰহ-বেদনাত হা-হুতস্নিৰে চাটি-ফুটি কৰা নাই, ব্যৰ্থতাৰ গ্লানিৰে আত্মবিলাপ কৰা পেন-পেনীয়া ৰোমাণ্টিচিজমো নাই— আছে আশাবাদী উদ্দীপনাৰে ভৰা সুন্দৰ

সমাজ গঢ়াৰ ৰঙীন সপোন, আৰু জীৱনত জয়ী হোৱাৰ দৃঢ় প্ৰতিশ্ৰুতি। কাৰণ সকলে সবাই নানান ধৰণৰ সমস্যা আৰু পাৰিবাৰিক জীৱনত দেখা দিয়া আৰ্থিক অভাৱ-অনাটনৰ লগত তুমুল সংগ্ৰাম কৰি কৰি তেখেতৰ মন-প্ৰাণ এনেধৰণে গঢ় লৈ উঠিছে যে নতুন কোনো সংঘাতে হাজৰিকাদেৱৰ অন্তৰাত্মাত বিশেষ-ভাবে কোনো আঘাত হানিব নোৱাৰে। জীৱন সংগ্ৰামী ভূপেন হাজৰিকা সেয়েহেতো প্ৰেমৰ ক্ষেত্ৰতো দুৰ্বাৰ।

ইমানতে উল্লেখযোগ্য যে প্ৰায় একৈশ বছৰমান বয়সতে ভূপেন হাজৰিকা এগৰাকী অতি ৰূপহী গাভৰুৰ প্ৰেমত পৰিছিল। কিন্তু প্ৰেয়সী গৰাকীৰ জাত-পাত আছিল বেলেগ। ৰূপসী গৰাকী আছিল শ্বিলঙত আৰু হাজৰিকা আছিল গুৱাহাটীত। প্ৰেয়সী গৰাকীও কম নাছিল-প্ৰিয়তমক উদ্দেশ্য কৰি তেওঁ কেনো মাজে মাজে গীত গাই প্ৰিয়জনলৈ মৰম যাচিছিল। আৰু হাজৰিকাই? তেখেতেও তাবেই প্ৰত্যুত্তৰ স্বৰূপে গীত ৰচনা কৰি গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ পৰা সেই গীতবোৰ মাজে মাজে প্ৰচাৰ কৰিছিল। ১৯৪৮-৪৯ চনৰ ভিতৰত লিখা এনেধৰণৰ গীত সমূহৰ ভিতৰত "কঁপি উঠে কিয় তাজমহল," "সুৰ নগৰীৰ সুৰৰ কুমাৰ," "মোৰ মৰমে মৰম বিচাৰি যায়," "সোৱৰণী কুৱলীয়ে," "অলীয়া বলিয়া মন মোৰ" ইত্যাদিয়েই বিশেষভাবে উল্লেখযোগ্য। শেষত প্ৰেয়সীক প্ৰিয়তমে জীৱনৰ চিৰলগৰীয়া কৰি লোৱাৰ কথাও ভাবিছিল।

কিন্তু দুখৰ বিষয় — ভূপেন হাজৰিকাই ভাল পোৱা ৰূপহী গৰাকীৰ মাক-বাপেকে জাত পাত নিমিলাৰ বাবেই হওক বা অন্য কোনো কাৰণেই হওক তেওঁলোকৰ ছোৱালীক হাজৰিকাদেৱৰ লগত বিয়া দিবলৈ অমান্তি হ'ল। অৱশ্যে উচ্চজনোচিত ভাবেই হাজ-ৰিকাৰ পিতৃ-মাতৃয়ে ছোৱালীৰ অভিভাৱকৰ ওচৰলৈ গৈ যথা নীতিমতে বিয়াৰ প্ৰস্তাৱো আগবঢ়াইছিল; কিন্তু তেওঁলোকে সেই ক্ষেত্ৰত কোনো সহাঁৰি নেপালে। ভূপেন হাজৰিকাৰ দৰে এজন সুপুৰুষক তেওঁলোকে

অৱজ্ঞা কৰিলে। অৱশ্যে হাজৰিকা- পৰিয়ালৰ লগত বৈবাহিক সম্বন্ধ স্থাপনৰ ক্ষেত্ৰত অমান্তি হোৱাৰ মূলতেই হয়তো জাতি ভেদৰ অভিমানটোহে প্ৰধান আছিল। কিয়নো হাজৰিকা- পৰিয়ালটো ভাৰতীয় সমাজ ব্যৱস্থাৰে নিৰ্নীত সেই তথাকথিত অনুসূচীত কৈৱৰ্ত সম্প্ৰদায়ৰ। এলাধুক্লীয়া এনে সমাজ ব্যৱস্থাই জাতি ধৰ্ম ভাষা বৰ্ণ আদিৰ জৰিয়তে মানুহৰ মাজত বিভাজনমুখী উচ্চাত্মিকা আৰু নীচাত্মিকা মনোভাবৰ সৃষ্টি কৰিছে— যাৰ বাবে অকল অসমীয়াই কিয় সমগ্ৰ ভাৰতীয়ই আজি সৰ্বনাশী বহুবিভাজনৰ চক্ৰবেহুৰ কবলত। কিন্তু উচ্চ শিক্ষিত শিল্পীপ্ৰাণ ভূপেন হাজৰিকাৰ সাধনাময় ধ্যান-ধাৰণা ও কৰ্মমুখী চিন্তা-চৰ্চাৰ ভিত্তিভূমি কিন্তু এনেবোৰ কুসংস্কাৰৰ ঠেক গণ্ডীৰ বাহিৰত আৰু সেয়ে তেখেতে নিজেই কয়, “ ···মই সংকীৰ্ণ নহলোঁ, নহলে মই সংকীৰ্ণ জনগোষ্ঠীৰ মাজত ঠৈ দেশখনতে— হুলস্থুল লগাব পাৰিলোঁহেঁতেন।”

অৱশ্যে বিদ্ৰোহী মনৰ ভূপেন হাজৰিকাই প্ৰেমৰ ক্ষেত্ৰত সিমানতে পৰাজিত হব নিবিচাৰিলে। তেখেতৰ এনে বিদ্ৰোহৰ কথা স্পষ্টভাবেই প্ৰকাশ পাইছে এটি গীতৰ মাজেদি, গীতটি হ’ল— “সু-উচ্চ পাহাৰৰ / শৃঙ্গলৈ উঠা মই / এক প্ৰেমিক অশ্বাৰোহী / দুৰন্ত অশ্বৰ পদধ্বনিত / উন্মাদ হোৱা / এক চিৰ বিদ্ৰোহী /” কিয়নো, এই ক্ষেত্ৰত তেখেতে সমাজৰ যথাবিহীত নীতি-নিয়মৰ বিৰোদ্ধে থিয় দি বিদ্ৰোহ ঘোষণা কৰাৰ মূলতে এক নতুন লক্ষ্য সন্মুখত ৰাখিছিল — সেয়া হ’ল— “নিয়ম ভঙাৰ নিয়মটি যে

নিয়ম কাতি কাতৰ
সমাজৰ নীতি–নিয়ম
ভঙাটোও নতুন নিয়ম।”

সেয়েই হয়তো সমাজৰ নীতি নিয়ম ভঙ্গ কৰি হলেও হাজৰিকাই তেখেতৰ প্ৰেয়সীক পলুৱাই নি খ্ৰিলঙৰ “মৰেলো” ৰেষ্টুৰেণ্টত গোপনে বিয়া পাতিবলৈ স্থিৰ কৰিছিল। সামাজিকভাবে বাধাপ্ৰাপ্ত

ভূপেন হাজৰিকাই আইনৰ সহায়ত বিয়া পাতিবৰ বাবে হাকিম এজনকো সন্মত কৰাইছিল। কিন্তু লাবানৰ ৰুক্মিণীক পলুৱাই নিয়াত বাধা দিলে খিলঞ্জীয়া ৰুক্মবীৰসকলে। সেয়ে ইমানতেই অন্ত পৰিল উপন্যাসোপম প্ৰেম কাহিনীৰ। অৱশ্যে ইও ঠিক যে, এনেদৰে দেখা দিয়া ব্যৰ্থতাৰ ওচৰত ভূপেন হাজৰিকাই সহজতে নতি স্বীকাৰ নকৰিলেহেঁতেন — যদিহে সেইখিনি সময়তেই তেখেতৰ বহু আকাঙ্খিত এটি পোহৰৰ মুখ দেখা নেপালেহেঁতেন। সেই চেৰেঙা পোহৰৰ ৰেঙনিয়েই হ'ল— উচ্চ শিক্ষা গ্ৰহণ কৰিবলৈ আমেৰিকালৈ যাবৰ বাবে চৰকাৰী অনুদানৰ এক আকৰ্ষণীয় মঞ্জুৰী। এনে এক বহুবাঞ্চিত সুবৰ্ণ সুযোগ পোৱাৰ উন্মাদনাতেই হয়তো হাজৰিদেৱে তেখেতৰ প্ৰেমজনিত ব্যৰ্থতাক আত্মগ্লানি বুলি ভাবিবলৈ এৰি দিলে আৰু স্থিৰ কৰিলে যে, – সমাজৰ নীতি-নিয়ম ভঙ্গ কৰি কুখ্যাতি অৰ্জন কৰাতকৈ উচ্চ শিক্ষাৰ প্ৰভাৱতেই সমাজৰ কু-সংস্কাৰবোৰৰ বিৰোদ্ধে প্ৰকাশ্য সংগ্ৰাম কৰাহে উচিত হ'ব। ইফালে বিচ্ছেদ বিৰতিৰ সেই সময়খিনিতে প্ৰেয়সী গৰাকীয়েও জাত পাত মিলা এজন পুৰুষক স্বামী বৰণ কৰি পিতৃ-মাতৃৰ ইচ্ছা পূৰণ কৰিবলৈ সন্মত হ'ল। নহলে হয়তো পৰাচিত হোৱা, সমাজৰ পৰা এঘৰীয়া হোৱা আদি বিভিন্ন ধৰণৰ সামাজিক কু-সংস্কাৰৰ বলি হবলগীয়া হ'লহেঁতেন। বহুতেই বেদ,বিধি আৰু সামাজিক আচাৰ বিচাৰৰ কথা মুখত আওৰাই থাকি আত্মাভিমানী হৈ পৰা দেখা যায় নাইবা অন্তঃসাৰশূন্য উন্নাসিকতাও দেখুৱায়। কিন্তু তেওঁলোকে হয়তো এই কথা ভাবি নেচায় বা বুজিবও নোৱাৰে যে— "চাতুৰ্বণ্যাং ময়া সৃষ্টং / গুণ–কৰ্ম বিভাগশঃ" বোলা কথাষাৰৰ প্ৰকৃত অৰ্থই বা কি ? সংকীৰ্ণ মন লৈ অন্ধ অনুকৰণপ্ৰিয়তাৰ এনে উদাহৰণৰ অভাৱ নাই। অন্যহাতে এইটোও সঁচা যে প্ৰেমৰ পৰিণতি বিবাহ নহয়, বিবাহ হৈছে সমাজিক ভাবে স্বীকৃত বৈধপ্ৰেমৰ পাতনিহে। সেয়েই হয়তো ভূপেন হাজৰিকাই প্ৰেয়সীৰ

প্ৰেমপাশত আবদ্ধ হৈ নেথাকি নাইবা বিৰহৰ জুইত আত্মদগ্ধ হৈ নেথাকি মুকলি মনেৰেই আতৰি আহিল বিদেশ যাত্ৰাৰ উন্মাদনাৰে- জ্ঞানতৃষ্ণা নিবাৰণৰ তীব্ৰ হাবিয়াসৰ মাজেৰে। লক্ষ্য মহৎ— লুইতৰ পৰা মহাসাগৰলৈ। অধিক জ্ঞান আৰু উচ্চ শিক্ষাৰ অদম্য আগ্ৰহেৰে লুইতৰ পাৰৰ ভূপেন যাব মিচিচিপিৰ পাৰলৈ— মানৱ সাগৰৰ বুকুত সংস্কৃতিৰ মুকুতা বিচাৰি — গণমাধ্যমৰ উপায় উদ্ভাৱনৰ মহৎ উদ্দেশ্য সন্মুখত লৈ ··· ·················· ।

০০০০

# পঞ্চম অধ্যায়

## ১৯৪৯ চনৰ পৰা ১৯৫২ চনলৈ।

"১৯৪৯ চন। বিশাখাপট্টম আৰু কলম্বো চহৰৰ মাজৰ আকাশ খনিৰ কোনোবাখিনিত আমাৰ আকশী জাহাজ। গন্তব্যস্থান কলম্বো চহৰ। দুদিন তাত থাকি তাৰ পৰাহে ফ্ৰান্সলৈ জাহাজ ধৰিবগৈ লাগিব। মৰমৰ ভাৰতবৰ্ষ এৰিলোঁ প্ৰথমবাৰ— সৰু মাহীদেউৱে কাঁহিকুচি একোড়ুলত দিয়া অসমৰ বাগিচাৰ ফুল এপাহি জেপত শুকাওঁ শুকাওঁ হৈছে— পৃথিৱীত জনমটো পাও কৰিলেও বিচাৰি নোপোৱা অতিকৈ মৰমৰ অসমৰ কথা মনত পৰিছে— অসম বহু দূৰত, কলম্বো বহু ওচৰত।" উচ্চ শিক্ষাৰ্থে আমেৰিকালৈ যোৱাৰ পথত উৰাজাহাজৰ ভিতৰত বহি থাকোঁতে Assam Tribune কাকতৰ পূজা সংখ্যাটি হাতত লৈ ভূপেন হাজৰিকাই তেনেকৈয়ে বহুতো কথা ভাবি ভাবি গৈ আছে। ভাৰতৰ সীমা পাৰ হলেই সমগ্ৰ ভাৰতখনেই অসমৰ দৰেই মৰম লগাকৈ আপোন হৈ পৰাটো স্বাভাৱিক। ভাৰত মহাসাগৰৰ নীলা পানীৰ বিশালতাৰ সৌন্দৰ্যই ভূপেন হাজৰিকাক অতিকৈ আনন্দ দিছে। তেওঁৰ দৃষ্টিত আকাশৰ পৰা কলম্বো চহৰখনিক এনেকৈয়ে দেখিছে যে— সেউজীয়া চুলি মেলি ধুনীয়া গাভৰু লঙ্কাজনীয়ে ভাৰত মহাসাগৰত গা ধুই যেন ৰ'দ পুৱাইছে।

কলম্বো চহৰ। ৰেডিওত বাজি থকা শ্ৰীলঙ্কাৰ সংগীতৰ নামত প্ৰচাৰ কৰা অনুষ্ঠানত হিন্দী, ইংৰাজী আদি সুৰ। দক্ষিণ ভাৰতীয় বনুৱাই তামিল ভাষাত কথা পাতিছে, বোজা কঢ়িয়াইছে আৰু তাকে দেখি শুনি হাজৰিকাই ভাবিছে— "ইন্দোনেচিয়ান, বাৰ্মিজ, ফিলিপিনো,

ইণ্ডোচাইনিজ ব্যৱসায়ী নাবিকৰ আড্ডাৰ মাজত নিজকে হেৰুৱালেও যেন মোৰ মনটোৱে আপোনা-আপুনি গাই উঠিছে— 'কলমৌ খাওঁতে বুঢ়া হনুমন্তে নগৰী কৰিলে ছন ঐ গোবিন্দাই ৰাম ।। কিনো চাই আছিলা লখাই ভৈয়াই ৰাৱণে হৰিলে সীতা ঐ গোবিন্দাই ৰাম'। লঙ্কা দেখি মোৰ হনুমন্তৰ কথা মনত পৰিছিলনে, আইতাই ৰান্ধি দিয়া কলমৌ শাকৰ প্ৰতি মোৰ দূৰ্বলতা ? খাৰ ক'ত ? টেঙা কত ? বাঁহৰ গাজ ক'ত ।" ইত্যাদি নানান ধৰণৰ চিন্তাধাৰাই জোকাৰি পেলাইছিল ভূপেন হাজৰিকাৰ মন-প্ৰাণ । কেন্দী চহৰত উপস্থিত হৈ অনুভৱ কৰিলে যেন কাশ্মীৰৰ সাৰনাথ মন্দিৰত কিম্বা বুদ্ধগয়াতহে বৈ আছে । পৰিবেশৰ সাদৃশ্য আৰু আচৰণ বিচৰণৰ মাজত থকা সাদৃশ্যই তেখেতৰ অন্তৰত এনেবোৰ ভাব সৃষ্টি হোৱাত সমল যোগাইছে । সিংহল ( Ceylon ) ৰেডিওৰ এগৰাকী বন্ধুৰ সহায়ত "য়াকুম নেউটুমা" নামৰ শ্ৰীলঙ্কাৰ দেশীয় নৃত্য চাবলৈও সুবিধা লাভ কৰিছিল ভূপেন হাজৰিকাই । সেই 'য়াকুম নেউটুমা'ৰ লগতো অসমৰ দেওধ্বনি নৃত্যৰ সাদৃশ্য বিচাৰি পালে হাজৰিকাদেৱে ।

প্ৰকৃতাৰ্থত সাংস্কৃতিক পৰিবেশৰ কোনো ভৌগলিক সীমাৰেখা নাই, নেথাকে । নৈবোৰে যেনেকৈ মহাদেশীয় সীমাৰেখা অতিক্ৰম কৰি গুচি যায় – উদ্দেশ্য সাগৰ— মহাসাগৰ । সেইদৰে সংস্কৃতিৰ ক্ষেত্ৰতো একেই কথা । ইংৰাজীত এষাৰ কথা আছে— "Do rivers not cross Continents to unify the sea ?"

লুইতৰ পাৰৰ ভূপেন হাজৰিকায়ো সেই দৰেই আগবাঢ়ি গৈ আমেৰিকা পালেগৈ । আমেৰিকাৰ নিউইউৰ্ক চহৰত থকা কলম্বিয়া বিশ্ববিদ্যালয়ত উচ্চ শিক্ষা গ্ৰহণ কৰাই আছিল হাজৰিকাদেৱৰ প্ৰধান লক্ষ্য আৰু স্বদেশ এৰি বিদেশলৈ যোৱাৰ উদ্দেশ্য । অৱশ্যে অকল ভূপেন হাজৰিকাই যে বিদেশলৈ গৈ উচ্চ শিক্ষা গ্ৰহণ কৰিছে এনে নহয়, তেওঁৰ পূৰ্বেও সেইদৰে বিদেশলৈ গৈ উচ্চ শিক্ষা গ্ৰহণ কৰা ভাৰতীয়ও তেনেই তাকৰ নহয় । অৱশ্যে অসমীয়া মানুহৰ

সংখ্যা এই ক্ষেত্ৰত নগণ্য বুলিয়েই কব পাৰি। উল্লেখযোগ্য যে ভূপেন হাজৰিকাৰ অধ্যয়ন আৰু গৱেষণাৰ বিষয় বস্তু আছিল— Role of Mass Communication in India's Adult Education." অৰ্থাৎ "ভাৰতৰ প্ৰাপ্তবয়স্ক শিক্ষা ব্যৱস্থাত গণ-সংযোগৰ উপায়।" ভাৰতৰ পূৰ্ণ বয়স্ক নাগৰিকক সংগীত, নাটক, বোলছবি, অনাতাঁৰ আৰু টেলিভিশ্যনৰ মাধ্যমত কিদৰে সমন্বয়ৰ পথত আগবঢ়াই নিব পৰা যায় সেই বিষয়ে গৱেষণামূলক অধ্যয়নৰ কাম হাজৰিকাই আৰম্ভ কৰিলে ১৯৪৯ চনৰ পৰাই কলম্বিয়া বিশ্ববিদ্যালয়ত।

আমেৰিকা। দুখীয়া খেতিয়কৰ সন্তান ৰাষ্ট্ৰপতি হোৱা আব্ৰাহাম লিঙ্কনৰ দেশ, শান্তিদূত জৱাহৰলাল নেহেৰুৰ বন্ধু ৰাষ্ট্ৰপতি জন এফ কেনেডিৰ দেশ আমেৰিকা। তাৰোপৰি শতিকাৰ বিশ্ব-বিখ্যাত নিগ্ৰো শিল্পী পল ৰ'বচনৰ দেশ সেই আমেৰিকা। আৰু নিউইয়ৰ্ক চহৰ? অকল আমেৰিকা মহাদেশৰেই নহয়, পৃথিবীৰ অন্যতম বৃহৎ মহানগৰী নিউইয়ৰ্ক। নিউইয়ৰ্ক চহৰৰ টাইম স্কোৱাৰত সময়ে জিৰণী নলয়— মানুহবোৰেও নলয়। সু-উচ্চ আকাশচুম্বী অট্টালিকাবোৰ যেন বিশৃঙ্খল জুইশলাৰ বাহৰ দৰে সিঁচৰিত হৈ আছে। নিউ ইয়ৰ্ক চহৰ নিশা হেনো নোশোৱে। ৰমক জমক চহৰ খনিত ৰাতি হলেই বিজুলী চাকিৰ মেলা বহে— নানা ৰঙৰ পোহৰৰ পোহাৰ মেলি।

উচ্চ শিক্ষাৰ্থী ভূপেন হাজৰিকা আমেৰিকাৰ নিউইয়ৰ্ক চহৰৰ অতিথি। কালিফোনিয়াৰ উদাৰপন্থী মহিলা কবি ইলেইন সোৰে-ইনে ভাৰতীয় ছাত্ৰ ভূপেন হাজৰিকাক আতিথ্য গ্ৰহণ কৰিবলৈ মাতি নি তেওঁৰ ঘৰত "এখন পৃথিবী" শীৰ্ষক স্ব-ৰচিত কবিতা এটিলৈ আঙুলিয়াই এদিন দেখুৱাই দিছিল— "Does not the Lily bloom as white in China as in Spain ?" মূল্যবান এই কথাষাৰৰ অৰ্থ "ভেটফুল চীন কিম্বা স্পেইনত একেদৰেই বগা হৈ নুফুলেনে ?" সেইয়ে হয়তো ভূপেন হাজৰিকাই এনেদৰে লেখিলে—

"ওথ সৰলৰ পাত সেউজীয়া / আহঁত গছ সেই বৰণীয়া বেলুই বা জোনে / পাহাৰ ভৈয়ামতে / শাৰদী নিশা চালে একেই জোনাক" আকৌ কৈছে "ডাৱৰৰ পৰা বৰষুণ হোৱা নিয়ম সকলো দেশতে আছে। বিভেদ একো নাই, বিভেদ মনৰহে।"

তাৰ বাহিৰেও ভূপেন হাজৰিকাই নিউইয়ৰ্ক চহৰতে লগ পাইছিল অভিনয়ত 'মাষ্টাৰ অৱ আৰ্টচ' ডিগ্ৰী থকা আন এগৰাকী নিবনুৱা অভিনেত্ৰী— তেওঁ হ'ল মালিন। এই মালিনেই এসময়ত নিগ্ৰো শিল্পী পল ৰ'বছনৰ শক্তিশালী কণ্ঠৰ লগত সুৰ মিলাই গাইছিল— "আমাৰ বৰণ বগাই হওক বা কলাই হওক— আমি একেখন নাৱৰে যাত্ৰী" (We are on the same boat brothers") ভূপেন হাজৰিকাই নিউইয়ৰ্ক চহৰৰ গগণচুম্বী অট্টালিকাৰ ওপৰৰ পৰাই শিল্পীসুলভ দৃষ্টিৰে তলৰ বহুতো সৰু সৰু সঁচা মানুহক দেখা পাইছে, তললৈ নামি আহি তেওঁলোকক লগ ধৰিছে, কথা পাতিছে, মানুহৰ মনৰ খবৰ লৈছে, সুখ-দুখৰ সন্ধান কৰিছে। তেওঁলোকৰ কোনোবা ভিক্ষাৰী, কোনোবা অঘৰী, কোনোবা বনুৱা কিম্বা বেপাৰী, তাৰে আকৌ কোনোবা ডাক্তৰ, কোনোবা শিল্পী, বিশেষজ্ঞ নাইবা গবেষক— মূঠতে তেজ মঙহৰে গঢ়া আবেগ অনুভূতি থকা মানুহ— যি মানুহে শোকত কান্দে, চকুলো টোকে, যিয়ে সুখ আৰু আনন্দত হাঁহে আৰু খং উঠিলে যি উত্তেজিত হয়— সেই মানুহ।

উল্লেখযোগ্য যে— নিউইয়ৰ্কত থকা কালতেই কেইবাজনো ভাৰতীয় লোকক লগ পাইছে ভূপেন হাজৰিকাই। তেওঁলোকৰ ভিতৰত ড° আম্বেদকাৰ, জয়প্ৰকাশ নাৰায়ণো আছিল। সেই সময়-ছোৱাৰ ভিতৰতে আমেৰিকা নিবাসী ভাৰতীয় ছাত্ৰ সন্থাৰ লগতো নিবিড় সান্নিধ্য গঢ়ি উঠিছিল ভূপেন হাজৰিকাৰ। ড° আম্বেদকাৰ আৰু জয়প্ৰকাশ নাৰায়ণ আদি ভাৰতীয় সকলৰ সহযোগত NEW INDIA নামৰ এখন কাকতো প্ৰকাশ কৰিছিল। কাকত খনৰ

সম্পাদনাৰ দায়িত্বভাৰ বহন কৰিব লগীয়া হৈছিল ভূপেন হাজৰিকাই।

ইয়াৰোপৰি ১৯৪৯ চনত বিশ্ব শান্তিৰ মহৎ উদ্দেশ্য লৈ ভাৰতৰ তেতিয়াৰ প্ৰধান মন্ত্ৰী জৱাহৰলাল নেহেৰু আমেৰিকালৈ যাওঁতে নিউইয়ৰ্ক চহৰতে হাজৰিকাদেৱে নেহেৰুক লগ পাইছিল আৰু আমেৰিকাৰ জনসাধাৰণে যি অভূতপূৰ্ব আদৰ্শৰে জৱাহৰলাল নেহেৰুক আদৰ আৰু শ্ৰদ্ধা জনাইছিল— তাকে দেখি ভাৰতীয় সকলৰ লগতে ভূপেন হাজৰিকাইও নিজেই গৌৰৱ অনুভৱ কৰিছিল— আনন্দ কৰিছিল— অৱশ্যে নিজক লৈ নহয়, নেহেৰুৰ দেশৰ ভাৰ-তীয় বুলি ভাবিহে।

১৯৪৯ চনৰ জুন মাহ। আমেৰিকালৈ যাবৰ বাবে জ্যোতিপ্ৰসাদ আগৰৱালাৰ আশীৰ্বাদ বিচাৰি গৈছিল ভূপেন হাজৰিকাই। জ্যোতিপ্ৰসাদ তেতিয়া নৱীয়া পাটীত। মৃত্যুৰ সেয়া যেন আগ-জাননীহে। কিন্তু জৰাই তেখেতৰ দেহটোক গ্ৰাস কৰিব পাৰিলেও তেখেতৰ বলিষ্ঠ মনটোক আড়ষ্ট কৰিব পৰা নাছিল নাইবা চকু-জুৰিৰ জলন্ত শিখাৰে উদ্ভাসিত আশাবাদী দৃষ্টিটোকো ম্লান কৰিব পৰা নাছিল। জ্যোতিপ্ৰসাদে সেইদিনা অন্যান্য বহুতো কথাৰ লগতে হাজৰিকাক কৈছিল "ভূপেন, তুমি যেতিয়া নিউইয়ৰ্কলৈ যাবলৈ ওলাইছা, তুমি সম্ভৱ সেই মহান নিগ্ৰো গায়ক পল ৰ'বছনক লগ পাবলৈ চেষ্টা কৰিবা।" ভূপেন হাজৰিকাই তেতিয়ালৈকে পলৰ'বছনক বিশেষকৈ জনা নছিল আৰু এই কথাও জনা নাছিল যে জ্যোতি প্ৰসাদৰ লগত সেয়াই আছিল তেওঁৰ শেষ সাক্ষাৎ। জ্যোতি প্ৰসাদৰ ভৰি চুই সেৱা জনাই হাজৰিকা ওলাই আহিছিল।

কলম্বিয়া বিশ্ববিদ্যালয়ৰ চৌহদত এবাৰ এক সংগীত সন্ধিয়াৰ আয়োজন কৰা হৈছিল। সেই সংগীত সন্ধিয়াৰ অনুষ্ঠানত ভাৰতীয় ছাত্ৰ ভূপেন হাজৰিকাও উপস্থিত আছিল। সৌভাগ্যক্ৰমেই বিখ্যাত নিগ্ৰো শিল্পী পলৰ'বছনৰ লগত ভূপেন হাজৰিকাৰ সাক্ষাৎ ঘটি গৈছিল সেই সংগীত সন্ধিয়াৰ অনুষ্ঠানতেই। আমেৰিকাৰ বৰ্ণ

বৈষম্যৰ বিৰোদ্ধে সাহসী কণ্ঠেৰে প্ৰতিবাদ জনাই গীত গাই ফুৰা বিশ্বৰ এগৰাকী আগশাৰীৰ শিল্পী— পল ৰ'বছন।

পলৰ'বছনৰ দেউতাকৰ জন্ম ১৮৪৫ চনৰ ২৭ জুলাইত। নৰ্থ কেৰলিনাৰ এখন বাগিছাত দাস হিচাবে জীৱন কটোৱা বেঞ্জামিন আৰু চাব্ৰাৰ কেইবাজনো সন্তানৰ এজন। মাক-দেউতাকে তেওঁক উইলিয়াম ড্ৰু নামেৰে মাতিছিল। দেউতাকে এসময়ত প্ৰভুৰ লগ এৰি উত্তৰ আমেৰিকাৰ ৰাজ্য সমূহলৈ আতৰি যোৱাৰ আগলৈকে উইলিয়াম ড্ৰু নামেৰেই জনা গৈছিল। কিন্তু শেষত উইলিয়াম ড্ৰুৱে তেওঁৰ পূৰ্বৰ গৰাকীৰ নাম অনুযায়ী 'ৰবছন' হ'ল। ১৮৬১ চনতে তেওঁ অন্যান্য নিগ্ৰো সকলৰ লগ লাগি ক্ৰীতদাস সকলৰ মুক্তিৰ কাৰণে যুক্তৰাষ্ট্ৰৰ সেনা-বাহিনীতো যোগ দিছিল। উইলিয়াম ড্ৰুৰ সন্তান হ'ল পলৰ'বছন। শিক্ষা-দীক্ষা গ্ৰহণৰ লগে লগে পলৰ'বছনে সুস্থ সুঠাম দেহত শক্তি সঞ্চয় কৰিবৰ কাৰণে ব্যায়াম শিক্ষাও কৰিছিল। প্ৰথমে তেওঁ 'ৱেইটলিফটাৰো' আছিল। কিন্তু বাহুবলেৰে নিগ্ৰো জাতিৰ উন্নতি কৰাটো সম্ভৱ নহয় বুলি ভাবি পলৰ'বছনে সেই সকলোবোৰ এৰি দি শক্তিৰ ঠাইত কণ্ঠৰ সহায় লৈছিল। কিয়নো গণজাগৰণৰ ক্ষেত্ৰত সংগীতেই হৈছে এক শক্তি-শালী আহিলা। তৰোৱালতকৈ যে কলমৰ শক্তি অধিক সেই কথাও পলৰ'বছনে ভালকৈ উপলব্ধি কৰিছিল।

কলম্বিয়া বিশ্ববিদ্যালয়ৰ চৌহদত অনুষ্ঠিত সেই সংগীত সন্ধিয়াৰ মঞ্চত পলৰ'বছনক ভূপেন হাজৰিকাই যেতিয়া প্ৰথমবাৰৰ বাবে দেখা পাইছিল তেতিয়া হাজৰিকাই তেওঁৰ চকুৰ দৃষ্টিক বিশ্বাস কৰিব পৰা নাছিল। ওৱালনাটৰ দৰে ক'লা বৰণীয়া গাৰ ছালৰ বিপৰীতে পিন্ধা বগা বৰণৰ চোলাই পলৰ'বছনৰ বলিষ্ঠ অংগ প্ৰত্যাঙ্গবোৰক অধিক স্পষ্ট কৰি তুলিছিল। শিলা খণ্ডৰ দৰেই মঞ্চৰ ওপৰত থিয় দিছিল নিগ্ৰো শিল্পী পলৰ'বছনে। তেওঁৰ উপস্থিতিত সমগ্ৰ প্ৰেক্ষাগৃহত এক গাম্ভীৰ্যপূৰ্ণ পৰিবেশৰ সৃষ্টি

হৈছিল। মঞ্চৰ ওপৰত পল ৰ'বছনে এনে এটা ভঙ্গীত থিয় দি আছিল যেন তেওঁ কৰিব খোজা কামটোৰ বাবে নিজকে উছৰ্গা কৰিছে। পল ৰ'বছনৰ মুখৰ মাত আৰু কণ্ঠনিগৰিত গীত শুনিবলৈ উৎকণ্ঠিত হৈ থকা সকলৰ মাজত ভূপেন হাজৰিকাৰ উৎকণ্ঠাই আছিল সৰ্বাধিক।

প্ৰথমেই পল ৰ'বছনে গীত গোৱাৰ সলনি— বাতৰি কাকতৰ স্বাধীনতাৰ বিষয়ে বক্তৃতা দিবলৈ আৰম্ভ কৰিলে— ভাষণ দিয়াত তেওঁৰ অসাধাৰণ বাগ্মীতা আৰু উদাত্ত কণ্ঠৰ বক্তব্যত বিপ্লৱৰ ঝংকাৰ। তাৰ পিচতেই প'লে আৰম্ভ কৰিলে এটি গীত —নিগ্ৰো জাতিৰ আধ্যাত্মিক "O man never, You don't say nothing', you just' keep rolling along" ( হে মানৱ তুমি একো নোকোৱাকৈ, কেৱল বাগৰি গৈ থাকা ) পলৰ'বছনে গোৱা গীতৰ প্ৰতিটো শব্দ স্পষ্টভাৱে উচ্চাৰণ কৰিছিল — এক বিশেষ শৈলীৰে। ভূপেন হাজৰিকাক বিশেষভাবে প্ৰভাৱিত কৰিছিল অন্যান্য গীত সমূহৰ শেষত পল-ৰ'বছনে গোৱা আন এটি গীতে— "Some time I feel Like a motherless Child ! a long ways from home." পল-ৰ'বছনে অৱশ্যে নিজে বৰ বেছি গীত লেখা নাছিল— বিশেষকৈ আনে লেখা বাহুকবনীয়া গীত সমূহত সুৰ সঞ্চাৰ কৰি উদাত্ত কণ্ঠেৰে গাই সমগ্ৰ বিশ্বত এখনি উল্লেখযোগ্য আসন অধিকাৰ কৰিছে। পল-ৰ'বছনৰ প্ৰতিটো অঙ্গী-ভঙ্গীতেই ভূপেন হাজৰিকাই বহুতো কিবা বিচাৰি পাই এক অবুজ শিহৰণ অনুভৱ কৰিলে— অনুকৰণীয় বহুতো কথাৰ সন্ধান পালে মানৱীয় মৰ্যদাৰ বাবে সংগ্ৰামী আদৰ্শৰ অনুপ্ৰেৰণাত বিচাৰি পালে ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদৰ লগত তুলনামূলক ভাবেই। সেই বাবেই হয়তো অনুষ্ঠানৰ শেষত মঞ্চৰ ভিতৰলৈ সোমাই গৈ ভূপেন হাজৰিকাই পল ৰ'বছনক লগ ধৰি পৰিচয় হৈছিল। হাজৰিকাৰ বয়স তেতিয়া ২৩ বছৰ। প'লে ড° হাজৰিকাক হাঁহি মুখেৰেই মৰম কৰিছিল, কথা পাতিছিল।

সেই দিনাৰ পৰাই বাকী ৩ বছৰ সময়ৰ ভিতৰত পল ৰ'বছনৰ লগত হোৱা সঘন সান্নিধ্যই হাজৰিকাদেৱক অধিক পুৰঠ কৰি তুলিছিল। দেখাত লৌহ মানৱৰ দৰে হলেও পল ৰ'বছন প্ৰকৃততে এজন বিনয়ী আৰু স্বভাৱ কোমল নম্ৰ মানুহ। তেওঁৰ এটা আদৰ্শ মনকৰিব লগীয়া যে— যেতিয়াই যি কৰে সেয়া বৰ পৰিপাটীকৈ কৰে। পল ৰ'বছনে ভূপেন হাজৰিকাক এদিন নিজৰ জীৱন সংগ্ৰামৰ বিষয়ে এনেদৰে কৈছিল— "দাৰিদ্ৰৰ মাজতে মোৰ জীৱন আৰম্ভ হৈছিল। আমি একেখন বিচনাত চাৰিজন একেলগে শুইছিলোঁ আৰু আমাৰ খাদ্য আছিল পুষ্টিকৰ শাক-পাচলী আৰু ৰুটী।"

নিউইয়ৰ্ক চহৰৰ জেফাৰচন স্কুল অব চোচিয়েল চায়েন্সত এদিন পল ৰ'বছনে গিটাৰ এখন দাঙি ধৰি তেওঁৰ ছাত্ৰ সকলক (ভূপেন হাজৰিকাও তাত আছিল) সুধিছিল— "এইখন কি?" তেওঁলোকে উত্তৰত কৈছিল— "এইখন গিটাৰ।" প'লে আকৌ সুধিছিল— "এইখন কি?" ভূপেন হাজৰিকাই টপৰাই উত্তৰ দি কলে— "এইখন এখন বাদ্যযন্ত্ৰ।" প'লে গিটাৰখন এইবাৰ আৰু অলপ ওপৰলৈ দাঙি লৈ কৈছিল— "ই এবিধ সামাজিক যন্ত্ৰ। গিটাৰৰ এটা ঝংকাৰে সমাজক সজনি কৰিব পাৰে। ড্ৰামৰ শব্দ এটাই সমাজক ভৰাই তুলিব পাৰে।" অৰ্থাৎ বাদ্যযন্ত্ৰবোৰ সংগীতৰ সুৰৰ বাহন- ই গীতৰ ভাব আৰু সুৰক অধিক মধুময় কৰি তোলে। মুঠতে এই বাদ্যযন্ত্ৰ আৰু যন্ত্ৰী সকলৰ যে সামাজিক দায়বদ্ধতাও আছে তাকেই হয়তো পল ৰ'বছনে বুজাই দিব বিচাৰিছিল।

ভূপেন হাজৰিকাৰ এই সংগ্ৰামী শিল্পী জীৱনত পল ৰ'বছনৰ মহান আদৰ্শৰ প্ৰভাৱ বাৰুকৈয়ে পৰিছে। সেয়ে হাজৰিকাই কয়— "পল ৰ'বছনৰ পৰা পৃথিবীৰ বুকুত জাতৰ বা বৰ্ণৰ মূৰ্খ অহংকাৰ ক'ৰবাত দেখিলে তাক উদাত্ত কণ্ঠেৰে ধমকি দি উপলুঙা কৰাৰ

Concept খিনিক মোৰ জীৱনৰ বোধহয় পাথেয় কৰি লৈছোঁ।

Positive humanism খিনিত মই বোধহয় ( নকল Humanism নহয় । ) আপোন কৰি লৈছোঁ।" গতিকেইতো নিগ্ৰোৰ দেশৰ প্ৰিয় শিল্পী পলৰ'বছনৰ সান্নিধ্যৰ ফলতেই হয়তো হাজৰিকাৰ কণ্ঠত লুইতৰ পাৰৰ মাহুমৰীয়া ৰংমনৰ জীৱনৰ সুৰ এক হৈ গৈছে মিচিচিপিৰ পাৰৰ মাহুমৰীয়া সকলৰ জীৱনৰ লগত- গীতৰ কথা আৰু সুৰৰ লগত। লুইতৰ পাৰৰ অসমীয়া বিহুগীতৰ সুৰৰ লহৰ মিলি গৈছে মিচিচিপিৰ পাৰৰ "We are on the same boat brothers'ৰ লগত। সেয়েই হয়তো হাজৰিকাৰ সৃষ্টিত সদায় সমন্বয়ৰ সুৰ শুনিবলৈ পোৱা যায়। তাৰেই এক উজ্জ্বল স্বাক্ষৰ স্বৰূপে অসমৰ ভাষা আন্দোলনৰ সময়ত সমন্বয়ৰ বাৰ্তাবাহী এটি গীতত হাজৰিকাই এনেদৰেই লিখিলে—

"গঙ্গাৰ চাপৰিৰ তলতে দেখিবা / লুইতৰ পলসো আছে
তোমাৰ মোৰ আইয়ে কান্দিলে / একেই চকুপানী মছে।"

মানৱীয় মৰ্যাদাৰ বাবে পল ৰ'বছনে যিদৰে সংগ্ৰাম কৰিছিল আমেৰিকাত, সেইদৰে জ্যোতিপ্ৰসাদ আগৰৱালাদেৱেও সংগ্ৰাম কৰিছিল ভাৰতত, বিশেষকৈ অসমত। কলা-সংস্কৃতিক মাধ্যম হিচাবে লৈ সত্য আৰু সুন্দৰৰ সন্ধানত জ্যোতিপ্ৰসাদে যিদৰে সাধনা আৰু সংগ্ৰাম কৰিছিল সেইদৰে সাধনা আৰু সংগ্ৰাম কৰিছিল পল ৰ'বছনেও। এই ক্ষেত্ৰত বিষ্ণুৰাভাদেৱৰ সংগ্ৰাম আৰু সাধনাৰ কথাও উল্লেখযোগ্য। সেয়ে, ভূপেন হাজৰিকাদেৱৰ ভাষাৰে— "পৃথিবী ভ্ৰমি ফুৰোঁতে মই পোৱা অসংখ্য শিল্পীৰ মাজত জ্যোতিপ্ৰসাদ আৰু পলৰ'বছনৰ ছবি মোৰ অন্তৰত সদায়েই শ্ৰদ্ধাৰে অঙ্কিত হৈ থাকিব। যি দুজন শিল্পীয়ে কলা-শিল্পক আহিলা স্বৰূপে লৈ সমাজ খনক সুন্দৰ কৰি তোলাৰ প্ৰয়াস কৰিছিল।" দুয়োগৰাকী গুৰুৰ এনে মহান প্ৰয়াসৰ প্ৰতি সন্মান জনাই আন্তৰিকতাৰে সৈতে তেওঁলোকৰ অসম্পূৰ্ণ শুভ-অভিপ্ৰায়ক যেন পূৰ্ণত্বৰ ফালে আগবঢ়াই লৈ যাবলৈ ব্ৰত গ্ৰহণ

কৰিছে নিষ্ঠাবান শিষ্য কলাকোঁৱৰ হাজৰিকাই । অৱশ্যে এনে উত্তৰদায়িত্ব বহন কৰি নিয়াৰ ক্ষেত্ৰত হাজৰিকাদেৱৰ ঐকান্তিক প্ৰচেষ্টা আৰু জীৱন জোৰা সাধনাৰ পৰা অকণো কক্ষ্যচ্যুত হোৱাৰ লক্ষণ নাই ।

এই খিনিতে উল্লেখযোগ্য যে— আমেৰিকাত থাকোঁতে ভূপেন হাজৰিকাই পল ৰ'বছনৰ ওপৰিও হাৱাৰ্ড ফাষ্ট, লচন, কণ্ডেন্ট, পালবাৰ্ক আদি মহান শিল্পী সাধক সকলক লগ পাইছিল । আমেৰিকাৰ মেকাৰ্থীজমৰ ( মিছা অপবাদৰ ) হেঁচাত পৰি আমেৰিকা ত্যাগ কৰি যোৱা কথাছবিৰ বিখ্যাত ডিৰেক্টৰ আৰু সুদক্ষ অভিনেতা চাৰ্লি চেপলিনৰ দৰে গুণী ব্যক্তিগৰাকীকো লগ পাইছিল ভূপেন হাজৰিকাই । ১৯৪৯ চনত নিউ ইয়ৰ্ক টেলিভিশ্যনৰ কাৰ্য-সূচীতো অংশ গ্ৰহণ কৰিবলৈ সুযোগ পাইছিল ভূপেন হাজৰিকাই । উল্লেযোগ্য যে, টেলিভিশ্যনত অংশ গ্ৰহণ কৰা প্ৰথম অসমীয়া ব্যক্তিজনেই হ'ল ভূপেন হাজৰিকা । তাৰ বাহিৰেও তেওঁ আমেৰিকাত থাকোতেই জ্যোতি-প্ৰসাদ আৰু শ্ৰীহেমাঙ্গ বিশ্বাস আদি উদ্যোগী ব্যক্তিসকলৰ প্ৰচেষ্টাত গঠিত হোৱা গণনাট্য সংঘৰ ( IPTA ) লগত কলাৰত্ন হাজৰিকা জড়িত হৈ পৰিছিল ১৯৫০ চনৰ পৰাই । বিদেশৰ ডাঙৰ ডাঙৰ শিল্পী সাধক সকলৰ আদৰ্শত অনুপ্ৰাণিত হৈ ভাৰততো গণনাট্য আন্দোলনৰ ক্ৰম দ্ৰুতগতিত আগবঢ়াই নিয়াৰ ক্ষেত্ৰত প্ৰয়োজনীয়তা অনুভৱ কৰিছিল । এই গণনাট্য সংঘৰ জৰিয়তেই ভাৰতৰ প্ৰগতি-বাদী সাংস্কৃতিক নেতা সকলৰ লগত যোগাযোগৰ সুবিধা লাভ কৰিব পাৰিছিল আৰু সেই সকলৰ সান্নিধ্যই হাজৰিকাৰ সাংস্কৃতিক জীৱনৰ ভেটিটো বহল ভাবে গঢ় লৈ উঠাত সহায় কৰিছিল ।

সাধাৰণতে বয়সৰ আহ্বানক কোনেও অস্বীকাৰ কৰিব নোৱাৰে । জীৱনৰ এটা সময়ত পুৰুষে নাৰীৰ আৰু নাৰীয়ে পুৰুষৰ সান্নিধ্য লাভ কৰিবলৈ ব্যাকুল হৈ পৰে আৰু সেয়ে সামাজিক যথাৰীতি মতেই নাৰী আৰু পুৰুষ উভয়েই বিবাহ পাশত আবদ্ধ হৈ দাম্পত্য জীৱনৰ সোৱাদ লব বিচাৰে । জৰ্জ বাৰ্নাড

ছ'ৰ মতে "Marriage is nothing but the Licensed prostitution." কিন্তু হিন্দু সমাজ ব্যৱস্থাত বিবাহ শব্দৰ অৰ্থ এনেদৰে ব্যাখ্যা কৰা হৈছে যে নাৰী আৰু পুৰুষ উভয়েই দাম্পত্য জীৱন উপভোগ কৰিবলৈ যাওঁতে পৰস্পৰে পৰস্পৰ দায়িত্বভাৰ বহন কৰিবলৈ অঙ্গীকাৰ বদ্ধ হোৱা। সেয়ে, ইয়াক বিবাহ-বন্ধন বুলিয়ই কোৱা হয়। বিবাহ শব্দটোও 'বি + বহ' ধাতুৰ পৰাই নিষ্পন্ন হৈছে। "বহাগতে পাতি যাওঁ বিয়া" নামৰ এক অমূল্য গ্ৰন্থত হেম বৰুৱাদেৱে বিবাহ সম্পৰ্কে এনেদৰে কৈছে "বিবাহৰ ভিত্তি অৰ্থনৈতিক যদিও যৌনতাত্ত্বিক কথা এটাৰ সামাজিক স্বীকৃতি, দুজন ব্যক্তিৰ মাজত সম্পাদিত নিবিড়তাৰ অভাৱনীয় চুক্তি— যাৰ জৰিয়তে মানৱ সমাজে যুগে যুগে ন-কৈ জীপ লৈ আহিছে, যাৰ জৰিয়তে নতুন জীৱন সৃষ্টিৰ পথ স্বীকৃতভাৱে মুকলি হৈছে।" সেইবাবেই এনে বৈবাহিক চুক্তি সম্পাদন কৰিবলৈ যাওঁতে হিন্দু শাস্ত্ৰত উল্লেখিত যি মন্ত্ৰ জপ কৰি স্বামী-স্ত্ৰী উভয়েই একত বিলীন হৈ যাব বিচাৰে সেই মন্ত্ৰতো এনেদৰে পোৱা যায়—

"যদেতৎ হৃদয়ং তব, তদস্তু হৃদয়ং মম।
যদিদং হৃদয়ং মম, তদস্তু হৃদয়ং তব ॥' অৱশ্যে ইও সঁচা যে হিন্দু ধৰ্মৰ বাহিৰেও পৃথিৱীৰ প্ৰায় সকলো ধৰ্মতেই বিবাহৰ অথ আৰু উদ্দেশ্য একেই।

ইমানতে উল্লেখযোগ্য যে, সুৰ আৰু সংগীতৰ সাধক কলাৰত্ন ভূপেন হাজৰিকাই সমাজৰ প্ৰচলিত ৰীতি অনুযায়ী পিতৃ-পুৰুষৰ আজ্ঞা লৈ সমাজৰ সম্মুখত দেৱতাক সাক্ষী ৰাখি বেদ-মন্ত্ৰ উচ্চাৰণ কৰি বিবাহ পাশত আৱদ্ধ নহলেও দাম্পত্য জীৱনত প্ৰৱেশ নকৰাকৈ থকা নাই। সেয়া ১৯৫০ চনৰ কথা। ভূপেন হাজৰিকা তেতিয়া আমেৰিকাৰ নিউ ইয়ৰ্কত — কলম্বিয়া বিশ্ব-বিদ্যালয়ৰ উচ্চ শিক্ষাৰ্থী। যৌৱনে ভৰপক দিয়া বয়স। ইতিপূৰ্বে ভাৰতীয় জাতিভেদৰ তিক্ত অভিজ্ঞতা থকা ভূপেন হাজৰিকা

এইবাৰো আগবাঢ়িল এগৰাকী অজাতি অনা-অসমীয়া ছোৱালীক বিয়া কৰাবলৈ। জাতিত গুজৰাটী ব্ৰাহ্মণ সেই গৰাকীয়েই হ'ল ডাঃ এম, এম পেটেলৰ ( M.B.B.S. O.B.E. ) কন্যা শ্ৰীমতী প্ৰিয়ম্বদা পেটেল। জন্ম বোম্বাইত। কিন্তু সৰুৰে পৰা পূব আফ্ৰিকাৰ ইউগাণ্ডাত থাকি তাতেৰ দীঘল হৈ শিক্ষা দীক্ষাও গ্ৰহণ কৰিছিল। শ্ৰীমতী প্ৰিয়ম্বদাই নিউইয়ৰ্ক মেন হাচান ভিলে কলেজৰ পৰা স্নাতক আৰু পাব্লিক ল'ত স্নাতকোত্তৰ ডিগ্ৰীও গ্ৰহণ কৰিছিল। শ্ৰীমতী পেটেলে কিন্তু ভাৰতীয় জাতিভেদৰ বিষয়ে বিশেষ একো জনা নাছিল। এই গৰাকী উচ্চ শিক্ষিতা যুৱতীৰ হৃদয় মন্দিৰত প্ৰবেশ কৰিলে ভূপেন হাজৰিকাই নীৰৱে— অতি অন্তৰ্পণে। যৌৱনৰ মৌ বনত আতিথ্য গ্ৰহণৰ বাবে হৃদয়ৰ দুৱাৰ মেলি সুযোগ্য পুৰুষ ভূপেন হাজৰিকাক যোগ্য সন্মানেৰেই আহ্বান জনালে শ্ৰীমতী প্ৰিয়ম্বদা পেটেলেও। আমেৰিকালৈ যোৱাৰ এবছৰৰ পিচতেই ১৯৫০ চনৰ ১ আগষ্ট তাৰিখে নিউইয়ৰ্ক চহৰতে আয়োজিত এক বিশেষ বৈবাহিক অনুষ্ঠানতেই শ্ৰীমতী পেটেলক পত্নীৰূপে জীৱনৰ চিৰলগৰীয়া কৰি ললে হাজৰিকাদেৱে আৰু প্ৰিয়ম্বদা পেটেল সেই দিনাৰ পৰাই হ'ল শ্ৰীমতী প্ৰিয়ম হাজৰিকা। একান্ত আপোনজনক নিচেই কাষতে পাই উভয়েই ৰঙীন ভৱিষ্যতৰ সপোন ৰচিলে। বিয়াৰ প্ৰথম দুবছৰৰ ভিতৰতেই হাজৰিকা দম্পতীয়ে নিউইয়ৰ্কত থাকোঁতেই দাম্পত্য জীৱনৰ প্ৰথম পুৰস্কাৰ স্বৰূপে লাভ কৰিলে এটি পুত্ৰ সন্তান— নাম ৰাখিলে— 'তেজ'। অৱশ্যে ইমানতে উল্লেখযোগ্য যে স্বদেশ এৰি বিদেশলৈ যোৱাৰ মূল লক্ষ্য আৰু উদ্দেশ্য সাধনৰ ক্ষেত্ৰত উচ্চ শিক্ষাৰ্থী হাজৰিকাদেৱে একেৰাহে চাৰিটা বছৰ গৱেষণা-মূলক গভীৰ অধ্যয়নৰ পিচতহে পাণ্ডিত্যৰ পৰিচায়ক সেই 'ডক্টৰেট উপাধি' লাভ কৰি ডক্টৰ ভূপেন হাজৰিকা হৈ ১৯৫২ চনত স্বদেশলৈ উভতি আহে। উচ্চ শিক্ষাৰ্থে আমেৰিকালৈ যাওঁতে ভূপেন হাজৰিকা লৈছিল অকলশৰীয়া হৈ, কিন্তু হাজৰিকাদেৱৰ গীতৰ

আশাৰেই— "হাতীও ধৰিলোঁ তাইকো মুহিলোঁ / সাতুৰি পদাধৰ নৈ" বুলি কোৱাৰ দৰেই শিক্ষা সমাপ্ত কৰি ডক্টৰেট ডিগ্ৰী লাভ কৰাৰ উপৰিও স্বদেশলৈ উভতি আহোঁতে ভূপেন হাজৰিকা পুত্ৰ পৰিবাৰৰ সৈতে তিনিজন হৈ আহিল।

১৯৫১ চন। শতিকাৰ শিল্পী ভূপেন হাজৰিকা আমেৰিকাত থাকোঁতেই বিপ্লৱী শিল্পী পল ৰ'বছনক পশ্চিম বঙ্গৰ শান্তি নিকেতনলৈ আমন্ত্ৰণ জনাইছিল। কিন্তু আমেৰিকা চৰকাৰৰ বাধা নিষেধৰ বাবে প'ল ৰ'বছন ভাৰতলৈ আহিব পৰা নাছিল। পল ৰ'বছনে ভূপেন হাজৰিকাৰ সহায়ত এটি শুভেচ্ছা বাণী বঙালী ভাষাত ৰেকৰ্ডিং কৰি নিউইয়ৰ্কৰ পৰা কলিকতালৈ পঠিয়াই দিছিল।

উল্লেখযোগ্য যে ভূপেন হাজৰিকা আমেৰিকাত থকা সময় খিনিতেই নিউইয়ৰ্ক চহৰত এটি "আন্তৰ্জাতিক সাংস্কৃতিক সম্মিলন অনুষ্ঠিত হৈছিল। ভাৰতৰ পৰাও এটি সাংস্কৃতিক দলে সেই সম্মিলনত যোগদান কৰিবলৈ গৈছিল। লণ্ডনত থকা তেতিয়াৰ ভাৰতীয় হাই কমিচনাৰ বিজয়লক্ষ্মী পণ্ডিতে ভাৰতৰ পৰা যোৱা সাংস্কৃতিক দলটো পৰিচালনা কৰিবৰ কাৰণে ভূপেন হাজৰিকাক অনুৰোধ জনাইছিল। বিজয়লক্ষ্মী পণ্ডিতৰ এই অনুৰোধ উপেক্ষা নকৰি আগ্ৰহেৰেই সেই দলৰ নেতৃত্বৰ দায়িত্ব গ্ৰহণ কৰিছিল ভূপেন হাজৰিকাই। হাজৰিকাদেৱৰ নেতৃত্বত সেইবাৰ ভাৰতীয় দলটোৱে সৰ্বশ্ৰেষ্ঠ দলৰ বঁটা (সোণৰ পদক) লাভ কৰিছিল আৰু সেয়ে ভূপেন হাজৰিকাকো সেই দেশৰ ৰাইজ আৰু ৰজাঘৰীয়াই বৰ প্ৰশংসা কৰিছিল। বিশ্বসভাৰ এনে এখনি সন্মানজনক ওখ আসনত ভাৰত বৰ্ষক অধিষ্ঠিত কৰাৰ ক্ষেত্ৰত যি গৰাকী যোগ্যব্যক্তিয়ে ভাৰতীয় দলৰ প্ৰতিনিধিত্ব কৰি কৃতিত্বৰ পৰিচয় দিলে সেই গৰাকী অসম সন্তান ভূপেন হাজৰিকা দেশ তথা জাতিৰ গৌৰৱ বুলিয়েই কব পাৰি। আমেৰিকাত থাকোতে আন্তৰ্জাতিক পৰ্যায়তো সুখ্যাতি অৰ্জন কৰি ভূপেন হাজৰিকাই যি দৰে যোগ্যতাৰ পৰিচয় দিয়াৰ

সৌভাগ্য লাভ কৰিছিল সেই একেদৰে বিষ্ণুৰাভা আৰু ভূপেন হাজৰিকাই যৌথভাবে প্ৰকাশ কৰা 'মুক্তিদেউল' নামৰ কিতাপ খনৰ কাৰণে আমেৰিকাৰ হাজোতত তেখেতে সাত দিনৰ বাবে বন্দী হৈ থকাৰ দুৰ্ভাগ্যও ঘটিছিল সমান্তৰাল ভাবেই। একমাত্ৰ অভিযোগ—প্ৰকাশিত কিতাপ খন হেনো মাৰ্ক্সবাদৰ প্ৰভাবত চৰকাৰ বিৰোধী হৈ পৰিছিল। অৱশ্যে ভূপেন হাজৰিকাৰ ক্ষেত্ৰত সেয়া আছিল জীৱনৰ অভিজ্ঞতাত এক নতুন সংযোজনহে।

১৯৫২ চন। ভূপেন হাজৰিকাই কুইন এলিজাবেথ জল জাহাজেৰে নিউইয়ৰ্কৰ পৰা ছাউথাম্পটনলৈ আহি থাকোতে আটলাণ্টিক মহাসাগৰৰ বুকুত জাহাজতে বহি বহি "সাগৰ সঙ্গমত কতনা সাতুৰিলোঁ" গীতটোৰ প্ৰথম চাৰি শাৰী লিখি বাকী খিনি সম্পূৰ্ণ কৰিছিলহি গুৱাহাটীলৈ উভতি আহি। উল্লেখযোগ্য যে শান্তিকামী হৃদয় সাগৰত উথলি উঠা অশান্তিৰ জোৱাৰ আৰু মানৱ সমাজৰ পৰা পোৱা দানবীয় আঘাতৰ হিল্লোল ভেদি অক্লান্ত ভাৱে আগবাঢ়ি থকা ভূপেন হাজৰিকাই সংঘাতৰ আঘাতত নিত্য নতুন সৃষ্টিৰ বাবে প্ৰেৰণাহে বিচাৰি পাইছিল।

স্বদেশলৈ উভতি অহাৰ লগে লগে গুৱাহাটীৰ ৰাইজ আৰু গুৱাহাটীৰ তৰুণ সেৱক সংঘই ১৯৫২ চনৰ ১৩ ডিচেম্বৰ তাৰিখে এখনি সম্বৰ্দ্ধনা সভাৰ আয়োজন কৰি ড° ভূপেন হাজৰিকাক সন্মান জনাইছিল। সেই সভাত তেতিয়াৰ দিনৰ বনগীতৰ শ্ৰেষ্ঠ শিল্পী বনকোঁৱৰ আনন্দি দাসে ৰচনা কৰা এটি গীতত দাসে নিজেই সুৰ দি বৰ সুন্দৰকৈ পৰিবেশন কৰিছিল। গীতটি আছিল—

"অ' মোৰ আকাশৰে ভোটা তৰাটো  
নামে গুণে ৰঞ্জনজনা  
অ' মু'খনি মৰম সনা  
অ' গীতে মাতে মনোমোহাটো।"

১৯৪৯ চনৰ পৰা ১৯৫২ চনলৈকে আমেৰিকাত থকা এই সময় চোৱাৰ ভিতৰত ড° হাজৰিকাদেৱে বৰ বেচি গীত ৰচনা কৰা নাছিল। ১৯৫০ চনত "শতিকাৰ ৰূপ খেদো কিবা যেন বিচাৰি" গীতটো ৰচনা কৰিছিল। ১৯৫১ চনত ৰচনা কৰিলে "শৰতৰ শেৱালীৰ নতুন নিয়ঁৰে" আৰু ধুনীয়া অতীতৰ জীৱন্ত সমাধি হোৱাৰ কথাখিনিকে বৰ্ণনা কৰি লেখিলে— "সোঁৱৰণী মোৰ ৰাঙলী জীৱনৰ ৰংবোৰ কেনিবা গ'ল" বুলি। এই গীতটিত ড° হাজৰিকাই তেওঁৰ অতীত জীৱনৰ পাহৰি যাব খোজা এখনি ছবি আঁকা যেনহে লাগে। সেইবুলি ড° হাজৰিকা কিন্তু নিৰাশাবাদী নাইবা পশ্চাদগামী পুৰুষ নহয়, উজ্জ্বল ভৱিষ্যতৰ পিনে সময়ৰ পখীঘোৰাত উঠি চিৰদিন তেওঁ অগ্ৰগামী আৰু সেয়ে আশাবাদী ড° হাজৰিকাৰ লক্ষ্যও সদায় দিগন্ত প্ৰসাৰী।

০০০

# ষষ্ঠ অধ্যায়

## ১৯৫৩ চনৰ পৰা ১৯৫৬ চনলৈ

বিদেশত উচ্চ শিক্ষা গ্ৰহণ কৰি স্বদেশলৈ উভতি অহা ড° ভূপেন হাজৰিকাৰ মনত বহুতো আশা আৰু ভবিষ্যতৰ ৰঙীণ সপোন। সংস্কৃতিৰ ধ্বজাবাহী ড° হাজৰিকাই দেশ-বিদেশৰ জ্ঞানী গুণী মনীষী সকলৰ সান্নিধ্যত অৰ্জন কৰা অভিজ্ঞতা খিনিকে সম্বল হিচাবে লৈ সমাজক নতুন ৰূপত গঢ় দিয়াৰ প্ৰয়াস কৰিলে। কিন্তু চাকৰিৰ পৰা অৱসৰ প্ৰাপ্ত পিতৃ নীলকান্ত হাজৰিকাৰ সংসাৰ খনত দেখা দিয়া আৰ্থিক অনাটনৰ বাবে স্বদেশৰ মাটিতে ড° হাজৰিকাই নিজকে বৰ অসহায় অনুভৱ কৰিবলৈ ধৰিলে। ইফালে পিতৃ নীলকান্ত হাজৰিকাৰ পৰিয়ালত শ্ৰীমতী প্ৰিয়ম হাজৰিকা আৰু তেজ হ'ল নতুন সংযোজন। অৱসৰ প্ৰাপ্ত পিতৃ নীলকান্ত হাজৰিকাই সন্তান-সন্ততিৰ ভৱিষ্যত গঢ় দিয়াৰ মানসেৰে তেতিয়া গুৱাহাটীতে নিগাজীকৈ থাকিবলৈ লোৱাত নগৰীয়া খৰছৰ মাত্ৰাও সামৰ্থ্যৰ বাহিৰলৈ গৈছিল। কাৰণ ঘৰভাড়া দিবলগা হৈছিল মাহে দুশ টকাকৈ। পৰিয়ালৰ ডাঙৰ ল'ৰা হিচাবে তেওঁৰ ওপৰতে সকলোৱে ভাৰষা ৰাখিছে— অথচ উপাৰ্জনৰ কোনো নিৰ্দ্ধাৰিত পথ তেওঁৰ নাই।

প্ৰকৃততে পিতৃ-মাতৃয়ে কেৱল সন্তান জন্ম দি বৃদ্ধ বয়সত নিজৰ নিৰাপত্তাৰ কথা ভাবি থাকিলেই নহয়। পুত্ৰ কন্যাৰ জীৱনৰ নিৰাপত্তাৰ ব্যৱস্থা কৰি দিয়াটোও একান্ত অপৰিহাৰ্য। হিন্দু শাস্ত্ৰৰ মতে— "পুত্ৰাৰ্থং ক্ৰিয়তে ভাৰ্য্যা, পুত্ৰ পিণ্ড প্ৰয়োজনম।"

পিতৃ-মাতৃয়ে মৃত্যুৰ পিছত 'পুৎ' নামৰ নৰকৰ পৰা মুক্তি পাবৰ বাবে পুত্ৰৰ পৰা পিণ্ডজল বিচাৰে। পুত্ৰ শব্দটোও (পুৎ+ত্ৰাণ) ব্যাখ্যা কৰিলে দেখা যায় যে পুৎ নামৰ নৰকৰ পৰা যিয়ে তৰায় সিয়েই পুত্ৰ। কিন্তু বৰ্তমান কালত দেখা যায় যে, মৃত্যুৰ পিচত পুত্ৰৰ পৰা পিণ্ডজল পোৱাটো দূৰত থাওক জীয়াই থাকোতেও সামান্যতম অন্নজল খিনিৰেও বহুতো পুত্ৰই পিতৃ-মাতৃক সহায় কৰিব নোৱাৰে - নকৰে। প্ৰকৃততে জীৱিত কালতেই পিতৃ-মাতৃৰ প্ৰতি শ্ৰদ্ধা ভক্তি নেথাকিলে মৃত্যুৰ পিচত আড়ম্বৰপূৰ্ণ ভাবে শ্ৰাদ্ধ তৰ্পণ কৰাৰ কোনো বিশেষ সাৰ্থকতা নাই। যিহেতু শ্ৰদ্ধা শব্দৰ পৰাই শ্ৰাদ্ধ শব্দৰ উৎপত্তি হোৱাৰ দৰেই শ্ৰাদ্ধও শ্ৰদ্ধাৰেই বাস্তৱৰূপ।

১৯৫৩ চন। কৰ্মসংস্থানহীন ড° ভূপেন হাজৰিকাৰ নিজৰ সমগ্ৰ সংসাৰখন চলাই নিয়াৰ মানসেৰে চাকৰি বিচাৰি ১৯৫৩ চনত ড° হাজৰিকাই গুৱাহাটী বিশ্ববিদ্যালয়ত অধ্যাপনাৰ বাবে পদপ্ৰাৰ্থী হৈ আগবাঢ়ি গ'ল। কিন্তু বহুতৰেই সেয়া সহ্য নহ'ল। ড° ভূপেন হাজৰিকাই গুৱাহাটী বিশ্ববিদ্যালয়ত চাকৰি পোৱাটো কোনোবা এচাম বেনামী মহলে বাঞ্চা কৰা নাছিল। সেয়ে তেওঁলোকে ড° হাজৰিকাৰ বিৰোদ্ধে এটি ভিত্তিহীন মিছা অপবাদ সৃষ্টি কৰাত উঠি পৰি লাগি গৈছিল— ভূপেন হাজৰিকাৰ 'ডক্টৰেট ডিগ্ৰী'টো হেনো ফাকি। অৰ্থাৎ কলম্বিয়া বিশ্ববিদ্যালয়ৰ পৰা হাজৰিকাই এই ডিগ্ৰীটো হেনো নোপোৱাকৈয়ে পোৱা বুলি কৈছে। গতিকে বিশ্ববিদ্যালয়ত চাকৰি পোৱাৰ যোগ্যতা তেওঁৰ নাই। আনকি গুৱাহাটী বিশ্ববিদ্যালয়ৰ কেইজনমান উচ্চপদস্থ বিষয়া আৰু অধ্যাপকেও হেনো মন্তব্য কৰিলে যে হাজৰিকাৰ ডিগ্ৰীটো মিছা বুলি ওলাইছে যেতিয়া তেওঁক সেই পদত নিযুক্তি নিদিয়াই উচিত। উৰাবাতৰি, বেনামী চিঠিকেই বিশ্বাস কৰি আমাৰ সমাজে বহু সময়ত বহুতো ভুল কৰে, ভুল পথে পৰিচালিত হয়— সত্যক মিথ্যা বুলি অযথা অপলাপ মুখৰ হৈ পৰে। এয়া সততে [illegible]-

ঘাটীত। সকলোৰেই আনন্দত আত্মহাৰা — শান্তিসেনা জৱাহৰলাল নেহেৰুৰ উপস্থিতিৰ প্ৰতীক্ষাত। মাইকত বাজিছে ইকবালৰ বিখ্যাত গীত— "সাৰে জহাঁসে আচ্ছা, হিন্দুস্থান হমাৰা" ৰ ৰুছীয় অনুবাদ। ভাৰতীয় প্ৰতিনিধি সকলৰ লগতে ড° ভূপেন হাজৰিকাইও নিজকে বৰ ডাঙৰ মানুহ যেন অনুভৱ কৰিছে। সেই গৌৰৱ নিজক লৈ নহয় — নেহেৰুক লৈহে — শান্তিকামী দেশ, ভাৰতবৰ্ষৰ নাগৰিক বুলিহে। গান্ধী প্ৰেমী মনীষী টলষ্টয়ৰ কৰ্মক্ষেত্ৰ লেনিন গ্ৰেডৰ ৰাজপথত পুলিছে অগণন জনতা আৰু যান-বাহনৰ গতি নিয়ন্ত্ৰণৰ নিৰ্দেশ দিছে। ক্ষন্তেকৰ পাচতেই নেহেৰু যেতিয়া বিমানৰ পৰা নামিছিল গৈ — তেতিয়া সকলো মানুহেই তুমুল হৰ্ষধ্বনিত বলিয়া হৈ যোৱা যেন লাগিল। কেচুৱাক কান্ধত তুলি ঋকে নৃত্য কৰাৰ পৰা আৰম্ভ কৰি পুলিছে যান–বাহন নিয়ন্ত্ৰণ কৰিবলৈ এৰি দি নাচি নাচি একৰ্ডিয়ান বজাবলৈকো ধৰিলে। আকৌ কোনোবা পুলিছে সিফালে মুখত লৈ থকা হুইচেলটোকে ফুঁকি ফুঁকি বজাবলৈ লাগি গ'ল। হাত চাপৰিৰতো অন্তই নাই। তেনেকৈয়ে একৰ্ডিয়ান বজাই থকা পুলিছ এজনক লক্ষ্য কৰি ভূপেন হাজৰিকাই সুধিলে— "দায়িত্ব এৰি দি এনে কৰিছা কিয় ?" উত্তৰত পুলিছ জনে কলে— "জহান্নামে যাবলৈ দিয়ক যান-বাহনবোৰ। আমাৰ দেশলৈ নেহেৰু আহিছে।" বিশ্ব শান্তিৰ উদ্দেশ্যে আয়োজিত মহাসমাবেশৰ প্ৰাথমিক পৰ্যায়তেই এয়া আছিল ভাৰতীয় শান্তিসেনাৰ প্ৰতি দেখুৱা ৰাছিয়াৰ শ্ৰদ্ধা আৰু আন্তৰিকতাপূৰ্ণ আদৰণিৰ নিদৰ্শন।

তাৰ পাচত লেনিনগ্ৰাডৰ বিখ্যাত পেট্ৰোগ্ৰাড থিয়েটাৰ হলত অপেৰা "সাতকো" চাবলৈ গৈছিল ড° ভূপেন হাজৰিকা আৰু লগত গৈছিল সেই নাতাশা টলষ্টয়। ভূপেন হ'জৰিকা যেতিয়া নাতাশা টলষ্টয়ৰ ঘৰলৈ গৈছিল তেতিয়া কথা নিও টলষ্টয়ৰ বিষয়ে বহুতো আলোচনা হৈছিল— ভাৰতত টলষ্টয়ৰ জনপ্ৰিয়তাৰ বিষয়েও। নাতাশা, সঙ্গীতজ্ঞ ডিমিট্ৰি আৰু ভাষাবিদ অধ্যাপক চালিখেভ আদি

প্ৰত্যেকেই অসমক ভাল পোৱাৰ নিদৰ্শন দেখুৱালে তেওঁলোকৰ কামৰ মাজেদি। অধ্যাপক চালিস্বেভে ভূপেন হাজৰিকাৰ "সাগৰ সঙ্গমত" গীতটো ভাঙনি কৰিলে ৰুছীয় ভাষাত। সংগীতজ্ঞ ডিমিট্ৰিয়ে পিয়ানোত গীতৰ স্বৰলিপি প্ৰস্তুত কৰিলে। আৰু ডঃ হাজৰিকাই ? তেখেতেও ৰুছীয় লোকগীত "ৰজিলে অবমনে" শিকাত ব্যস্ত হৈ পৰিলে। ইফালে নাতাশাই টলষ্টয়ৰ কিতাপ এখনত কিবা এফাষাৰ লিখাত ব্যস্ত। ডঃ হাজৰিকাদেৱে যেতিয়া বিদায় লৈ উঠি আহিব বিচাৰিলে তেতিয়া নাতাশাই কিতাপ এখন হাজৰিকালৈ আগবঢ়াই দি কলে— 'আমাৰ ককাদেউতা টলষ্টয়ৰ পৰিয়াললৈ আহি সুদা হাতে যাব নোৱাৰে— ।" কিতাপখন হাতত লৈ হাজৰিকাদেৱে মেলি চাই দেখে নাতাশাই দেৱনাগৰী ভাষাত লেখিছে— "শ্ৰীহাজৰিকাকো, নাতাশা টলষ্টয় কে ওৰ সে— সপ্ৰেম।" আকৌ ডিমিট্ৰি টলষ্টয়ে নিজে ৰচনা কৰা ৰুছীয় গীতৰ পুথি এখনো ডঃ হাজৰিকক উপহাৰ দিছিল টলষ্টয় দম্পতীয়ে। পুথিখন মেলি দেখিলে— "ৰুছীয় ভাষাত ৰুছীয় সুৰকাৰৰ পৰা ভাৰতীয় গীতিকাৰলৈ অন্তৰৰ সুৰ।" বুলি লিখা আছে। এয়া হৈছে সভ্যদেশৰ সুশিক্ষিত জ্ঞানী মানুহৰ সভ্যতাৰেই মহৎ আদৰ্শ, ৰুছ-ভাৰতৰ বন্ধুত্বৰ নিদৰ্শন।

সংস্কৃতিৰ ধ্বজাবাহী, গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপক ডঃ ভূপেন হাজৰিকা ৰাছিয়াৰ পৰা উভতি আহিবৰ সময়ত অবাঞ্চিত-ভাবে যথেষ্ট বিপৰ্যস্ত হবলগীয়া হৈছিল। ইফালে গুৱাহাটী বিশ্ব-বিদ্যালয়ৰ কতৃপক্ষৰ পৰা তেখেতে যি কেইদিনৰ বাবে ছুটী লৈ গৈছিল তাতকৈ কিছু অধিক সময় পাৰ হৈ গৈছিল উভতি আহোঁতে। তাৰোপৰি উভতি আহিবৰ সময়ত হাজৰিকাদেৱৰ হাতত থকা আটাইখিনি পইচাও শেষ হৈ গৈছিল। দিল্লীৰ পৰা গুৱাহাটীলৈ আহিবৰ কাৰণে ৰেলৰ ভাড়া বিচাৰি আনৰ ওচৰত হাত পাতিবলগীয়াতো পৰিছিল। অন্যহাতে সুন্দৰৰ পুজাৰী ভূপেন হাজৰিকাদেৱে ৰাছিয়াৰ পৰা উভতি আহি পূৰ্ব

নিৰ্দ্ধাৰিত সময়ৰ ভিতৰতে চাকৰিত যোগদান কৰিব নোৱাৰি পলম হোৱাৰ কাৰণ দৰ্শাই দিল্লীৰ পৰাই টেলিগ্ৰাম কৰি গুৱাহাটী বিশ্ব-বিদ্যালয়ৰ সেই সময়ৰ কলা বিভাগৰ ডিন বিৰিঞ্চি কুমাৰ বৰুৱাদেৱলৈ আবেদন জনাইছিল। কিন্তু তথাপিতো ড° বিৰিঞ্চি কুমাৰ বৰুৱাদেৱে অধ্যাপক ভূপেন হাজৰিকাক ক্ষমা নকৰিলে— কৰ্তন কৰিলে ৩ (তিনি) দিনৰ দৰ্মহা। কৰ্তব্যনিষ্ঠ নীতি-নিয়মবোৰ সঁচাকৈয়ে বৰ নিষ্ঠুৰ। কিন্তু সেইবুলি এজন জাতীয় শিল্পীয়ে দেশ তথা জাতিৰ সন্মান আৰু সুখ্যাতি বঢ়াবৰ বাবে বিদেশলৈ গৈ যথাসময়ত উভতি আহি চাকৰিত যোগদান কৰিব নোৱাৰাটোকেই এক বিৰাট অক্ষ-মনীয় অপৰাধ বুলি বিবেচনা কৰি এনেদৰে বিহীত কঠোৰ ব্যৱস্থা গ্ৰহণ কৰাটোৱেইবা কিমান দূৰ কি কৰা হ'ল— সেয়া ৰাইজৰহে বিচাৰ্য বিষয়। কিন্তু সংস্কৃতিৰ খনিকৰ ড° ভূপেন হাজৰিকাৰ বাবে সেয়াই হ'ল শক্তিশেলৰ শেষ আঘাত। অসমী আইৰ সুযোগ্য সাধক সন্তান ড° হাজৰিকাদেৱে অসমীয়া সমাজৰ পৰা সৰ্বদাই পাই অহা অনাদৰ-অৱহেলা আৰু অন্যায় অবিচাৰবোৰ ইমান দিনে নীৰৱেই সহ্য কৰি আহিছিল। কিন্তু সৰ্ব শেষৰ এই চৰম আঘাতত তেখেত অতিশয় মৰ্ম্মাহত হ'ল— সহ্য আৰু ধৈৰ্য্যৰ সীমা চেৰাই যোৱাকৈ বিবেকত দংশন কৰিলে দুশ্চিন্তাবোৰে— বিক্ষুব্ধ হ'ল তেখেতৰ অন্তৰাত্মা আৰু সংগ্ৰামী শিল্পী ভূপেন হাজৰিকাৰ হৃদয়তন্ত্ৰীত বাজি উঠিল এক বিদ্ৰোহৰ ঝংকাৰ। কিন্তু নহয়— নীৰৱ সাধক হাজৰিকাদেৱে সংযত ভাৱেই গ্ৰহণ কৰিলে এটি শেষ সিদ্ধান্ত আৰু সেয়ে তেখেতে বিশ্ববিদ্যালয়ৰ চাকৰিটোকেই এৰি দি কঠোৰ অনুশাসনৰ আৱেষ্টনি ভাঙি নিৰৱেই ওলাই আহিল। কিন্তু স্বাধীনতা প্ৰেমী হাজৰিকা-দেৱৰ এনে কাৰ্য্যই স্তম্ভিত কৰিলে বহুতকেই। আকৌ আন ফালে হয়তো প্ৰশমিত কৰিলে বহুতৰেই মনৰ চৰম ঈৰ্ষাভাবকো।

ইমানতে এটা কথা মন কৰিব লগীয়া যে নিষ্ঠুৰ বাস্তৱৰ এই জীৱন সংগ্ৰামত জৰ্জৰিত ভূপেন হাজৰিকাই ইমানবোৰ ঘাত প্ৰতিঘাতৰ

মাজতো শিল্পী সুলভ সাধনাৰ মূল লক্ষ্যৰ পৰা কিন্তু অকণমানো কক্ষচ্যুত নহ'ল। আনকি সংস্কৃতিৰ সেৱাত নিজকে সম্পূর্ণৰূপে উচৰ্গা কৰি আৰম্ভ কৰিলে মুকলি মূৰীয়া তেওঁৰ সেই যাযাবৰী জীৱন। ১৯৫৫ চনত বিষ্ণুৰাভা আৰু ফণী শৰ্মাৰ দ্বাৰা পৰিচালিত "পিয়লি ফুকন" কথা ছবিখনৰ সংগীত পৰিচালনাৰ দায়িত্বভাৰ গ্ৰহণ কৰিলে হাজৰিকাদেৱে। ছবি খনত ব্যৱহাৰ কৰা গীত সমূহো ৰচনা কৰিছিল তেখেতে নিজেই। তাৰোপৰি বিশ্ব-বিদ্যালয়ত অধ্যাপনা কৰি থাকোতেই ধনী-দৰিদ্ৰৰ তুলনা কৰি ৰচনা কৰিছিল "জিক্‌মিক্ দেৱালীৰ বন্তি জ্বলে" গীতটি আৰু চাহ-শ্ৰমিকৰ জীৱনক কেন্দ্ৰ কৰি লেখিছিল — "এটি কলি দুটি পাত" বোলা আন এটি প্ৰেম গীতি। তেখেতৰ এই গীতবোৰত অসমীয়া সমাজ জীৱনৰ প্ৰতিচ্ছবি অংকণ কৰিছে নিখুঁতভাৱেই। "দোলা হে দোলা" আৰু "ভাঙ শিল ভাঙ" গীত দুটিও ড° হাজৰিকাদেৱে ৰেকৰ্ডিং কৰে ১৯৫৫ চনতেই। উল্লেখযোগ্য যে হাজৰিকাদেৱৰ ৰচিত গীত সমূহৰ কেইটামান বাছকবনীয়া গীত সন্নিবিষ্ট কৰি ভাৰতীয় গণনাট্য সংঘৰ অসম শাখাই ১৯৫৫ চনৰ ১৯ ফেব্ৰুৱাৰীত এখনি গীতৰ সংকলন প্ৰকাশ কৰে। সংকলন খনিত প্ৰকাশিত অন্যান্য গীত সমূহৰ ভিতৰত "সাগৰ সংগমত" গীতটো অন্যতম।

সংস্কৃতিৰ নিকুঞ্জবনত সুৰৰ মায়াত বলিয়া হৈ মুক্ত বিহংগৰ দৰে ১৯৫৬ চনত ভূপেন হাজৰিকা মগন হ'ল "এৰা বাটৰ সুৰ"ৰ সন্ধানত। তেখেতে নিজেই পৰিচালনা কৰা কথাছবি "এৰা বাটৰ সুৰ"ৰ কাহিনী আৰু চিত্ৰনাট্য, চৰিত্ৰ সমূহৰ গীত আৰু সংগীত পৰি-চালনা আদি সকলোখিনিয়েই ভূপেন হাজৰিকাৰ নিজৰ। তেখেতৰ এই ছবিখন সম্পূর্ণ কৰি তোলাৰ ক্ষেত্ৰত সৰ্বতোপ্ৰকাৰে সহায় কৰিছিল পত্নী শ্ৰীমতী প্ৰিয়ম হাজৰিকাই। "এৰা বাটৰ সুৰ" কথা-ছবিখনত ভূপেন হাজৰিকাদেৱৰ নিজৰ জীৱনৰো প্ৰতিচ্ছবি আংশিক ভাৱে প্ৰতিবিম্বিত হোৱা বুলি বহুতেই অনুমান কৰে। অসমীয়া

চিত্ৰজগতত ছবিখনে কলা-কৌশলৰ ক্ষেত্ৰত কিছু অভিনৱত্বও আবিষ্কাৰ কৰিছে বুলি অনেকেই অভিমত প্ৰকাশ কৰিছে। উল্লেখ কৰিব লগীয়া যে বংগ আৰু বোম্বেৰ কেইবাগৰাকী খ্যাতি সম্পন্ন শিল্পীয়ে ছবিখনত কণ্ঠদান কৰিছে। কুকিলকণ্ঠী শিল্পী লতামঙ্গেশকাৰেও প্ৰথমবাৰৰ বাবে "জোনাকৰে ৰাতি অসমীৰে মাটি" বোলা অসমীয়া গীতটি গাই সুৰৰ লহৰত দৰ্শক আৰু শ্ৰোতা জনতাক মুগ্ধ কৰিছে। ছবিখনৰ বাবে "সাগৰ সংগমত" গীতটি গাইছে হাজৰিকাদেৱে নিজেই।

"এৰা বাটৰ সুৰ" ছবিখনৰ বিষয়ে Hindustan Standard কাকতে এনেদৰে মন্তব্য কৰিছে— "Era Batar Sur" undoubtedly opens a new vista of hope for Assamese films" সেই দৰে কলিকতাৰ পৰা প্ৰকাশিত "দেশ" নামৰ পত্ৰিকাই কয়— "ৰকমাৰি লোকসংগীত পৰিবেশনেৰ দিক থেকে ছবিখনিকে সৰ্বভাৰতীয় পৰ্যায়ে এবছৰেৰ একটি বিশিষ্ট চিত্ৰ সৃষ্টি বলেও পৰিগণিত কৰা যেতে পাৰে। গানেৰ দিক থেকে অবিসম্বাদীভাবে সকলকে অতিক্ৰম কৰেছেন ড° হাজৰিকা।" "আনন্দ বাজাৰ" পত্ৰিকাৰ ভাষাত— " আসাম ৰাজ্যেৰ সঙ্গে যাহাৰ পৰিচয় আছে তিনিই জানেন সংগীত সম্পদেৰ অফুৰন্ত ভাণ্ডাৰ এই আসাম। তাহাৰ প্ৰকৃতিৰ সঙ্গে যেন মিশে ৰয়েছে গান আৰু নাচেৰ উন্মাদনা যা মানুষকে পাগল কৰে তোলে। কিন্তু কতজনেৰ ভাগ্যেই বা সেই সংগীতেৰ ৰসাস্বাদনেৰ সুযোগ ঘটে?

সম্প্ৰতি এই সুযোগ এনে দিয়েছেন শ্ৰীভূপেন হাজৰিকা অসমীয়া ভাষায় তাৰ প্ৰথম চিত্ৰ নিবেদন "এৰা বাটৰ সুৰ' এৰ মাধ্যমে।" একেদৰেই 'যুগান্তৰ' কাকতখনিয়েও ছবিখনৰ বিষয়ে মন্তব্য প্ৰকাশ কৰি কয়— "এৰা বাটৰ সুৰ" এক মানৱ দৰদী শিল্পী লেখকেৰ আবেগ মণ্ডিত কাব্যময় ইতিকথা।"

প্ৰকৃততে মানৱদৰদী গীতিকাৰ শিল্পী ভূপেন হাজৰিকাৰ

জীৱনটোৱেই হ'ল— "বহুত কান্দোন, অলপ হাঁহিৰে" পৰিপূৰ্ণ এক কাব্যময় ইতিকথা। কবিৰ ভাষাত "পৰৰ কাৰণে / কান্দিব জানিলে / কান্দোনতো সুখ পায়" বুলি কোৱাৰ দৰেই হাজৰিকা-দেৱে তেখেতৰ এটি গীতত এনেদৰেই লেখিছে—

"জীৱনটোৱে কান্দোনখিনি / নিজেই সাঁচি থলোঁ।
জীৱনটোৱে হাঁহিখিনি / বিলাই বিলাই দিলোঁ॥
অ' শ্ৰোতা বন্ধু / তুমিও অকণ লোৱা।" যি কি নহওক

"সংগ্ৰাম আন এটি নাম জীৱনৰে" বুলি ঘোষণা কৰা ভূপেন হাজৰিকাৰ জীৱনত "সংঘাতে আনে মোৰ প্ৰশান্ত সাগৰত প্ৰগতিৰ নতুন দিগন্ত" বোলা কথাষাৰৰ বাস্তৱ প্ৰতিফলন সু-স্পষ্ট হৈ দেখা দিছে। ইমানতে মন কৰিব লগীয়া যে জীৱনৰ যিখিনি সময়ত যি হৈ যায় তাকেই কেৱল ভাবি চিন্তি নিজৰ মনটোক দুৰ্বল কৰি সময় নষ্ট কৰাৰ সলনি নিত্য নতুন কৰ্ম-কৰ্তব্যৰ মাজেদি অনাগত নবীন ভৱিষ্যতৰ ফালে ধাবিত হোৱাটোৱেই হ'ল হাজৰিকাদেৱৰ স্বভাৱ সুলভ বৈশিষ্ট্য আৰু সেই বাবেই হয়তো হাজৰিকাদেৱে লেখিলে—

যাঃ যাগৈ / জীৱনৰ যোৱা দিনবোৰ / যাঃ আমনি নকৰিবি।
যাঃ যাগৈ / পুৰণি গোৱা গীতবোৰ / যাঃ অগনি নজ্বলাবি॥
.... .... ... .... .... ... .... ... ... .... .... .... .... .... ....
পাহৰি এই সুৰ পুৰণি / সাৰটো নতুনৰে আঁচনি।"

সেয়ে নতুনত্বৰ পূজাৰী ভূপেন হাজৰিকা নিৰাশাবাদী পশ্চাদগামী নহয়; হয় বিষাদৰ একা বেকা গলিয়েদি পোহৰৰ সন্ধানত হাজৰিকাদেৱ সদায়েই আশাবাদী এক অক্লান্ত অগ্ৰগামীহে।

—×—

# সপ্তম অধ্যায়

## ১৯৫৭ চনৰ পৰা ১৯৬০ চনলৈ

"ভাৰতৰে পূৰ্ব দিশৰ সূৰ্য উঠা দেশ" ৰূপহী অসমী আইৰ সুযোগ্য সন্তান ড° ভূপেন হাজৰিকা সচাঁ অৰ্থত এগৰাকী স্বদেশ প্ৰেমী শিল্পী। "লৌহিত্যৰ বহল পাৰক প্ৰণিপাত কৰোঁ/ জন্ম ললোঁ ইয়াতেই, ইয়াতে যেন মৰোঁ" বুলি তেখেতে উদাত্ত কণ্ঠেৰে ঘোষণা কৰিছে নিৰ্ভাঁজ দেশপ্ৰেমৰ প্ৰতিশ্ৰুতিৰ কথা। কিন্তু লুইতৰ পাৰৰ সুৰ-সুধাকৰ ভূপেন হাজৰিকাই অসমৰ এই চিৰ বিনন্দীয়া সেউজ পৰিবেশৰ মায়া এৰি পশ্চিম বঙ্গৰ কলিকতা মহানগৰীলৈ উৰামাৰি গৈ তাতেই এটি জিৰণী চ'ৰাৰ স্থায়ী ব্যৱস্থা কৰিলে কিয়? আজি সহস্ৰজনৰ মনত সেই একেটা কথাকেই কেন্দ্ৰ কৰি সহস্ৰ প্ৰশ্ন— ভূপেন হাজৰিকাই অসম এৰিলে কিয়? আকৌ তাৰ লগে লগে আন এটি প্ৰশ্ন— ভূপেন হাজৰিকাৰ দৰে বিশ্ববৰেণ্য পুৰুষক পত্নী প্ৰিয়ম হাজৰিকাই এৰিলে কিয়?

এই সন্দৰ্ভত লাবন্য গগৈয়ে মন্তব্য কৰিছে— "ভূপেন হাজৰিকাৰ ক্ষেত্ৰতো প্ৰমথেশ বৰুৱাৰ কথাই বহু পৰিমাণে খাটে। অসমত থাকি ঘাত-প্ৰতিঘাতত জুৰুলা হৈ ভূপেন হাজৰিকাই হয়তো এদিন অসম এৰাৰেই সিদ্ধান্ত গ্ৰহণ কৰিলে আৰু সৌভাগ্যক্ৰমে কলিকতাৰ বহল পৰিসৰত নিজৰ কৰ্মক্ষেত্ৰ ব্যাপক কৰি তোলাৰ সুবিধা পালে। ভূপেনক বংগইহে "ভূপেন হাজাৰিকা" (নে হাজৰিকা) কৰিলে। কলিকতালৈ নোযোৱা হলে ভূপেনে বোলে অসমতে পঁচি থাকিল-হেঁতেন। ভূপেনে ক'ৰবাত কোৱা যেন মনত পৰে, বংগইহে

তেওঁক সকলো দিছে; গতিকে বংগ তেওঁৰ "দ্বিতীয় জন্মভূমি।"

'দ্বিতীয় জন্মভূমি'ৰ প্ৰসংগত ভূপেন ইমান উদ্ধাউল যে আগতে তেওঁ শংকৰদেৱ আৰু জ্যোতিপ্ৰসাদৰ কথা কৈছিল; আজি কালি নজৰুল আৰু ৰবীন্দ্ৰ নাথৰ কথাহে কয়।" অৱশ্যে এইখিনিতে পশ্চিম বংগত বসবাস কৰি থকা ড° ভূপেন হাজৰিকাই কোৱা একাষাৰ কথাও উল্লেখ কৰিব পাৰি— "আজ (২৮?) বছৰ ধৰে আমি ক'লকাতাৰ অধিবাসী। সেখানে আমাৰ ভোটাধিকাৰও আছে।" তাৰ বাহিৰেও হাজৰিকাদেৱে তেখেতৰ কণ্ঠ সংগীতৰ সাধনাময় শিল্পী জীৱনৰ বিষয়েও এনেদৰে কয়— "সংগীতই আমাৰ জীবন, ধৰ্ম, স্বপ্ন ও সাধনা। যাযাবৰেৰ মত পথ চলতে চলতে শুনেছি মানুষেৰ হাসি, কান্না, সুখ-দুখেৰ বিপৰীত স্ৰোতধাৰা। সেই সুখ-দুঃখ, হাসি-কান্নাৰ প্ৰবাল কুৰিয়ে গেঁথেছি আমাৰ গানেৰ মালা। হৃদয়ে আমাৰ ৰবীন্দ্ৰনাথ ও চেতনায় নজৰুল (সবনাশ আমাৰ হাজৰিকাই শ্ৰদ্ধা কৰা জ্যোতি-বিষ্ণু ক'ৰবাত থাকিল) যদিও আমাৰ মাতৃভূমি আসাম তবুও শিল্পেৰ পবিত্ৰ তীৰ্থ পশ্চিম বংগকে আমাৰ দ্বিতীয় মাতৃভূমি হিসাবে শ্ৰদ্ধাৰ সংগে গ্ৰহণ কৰে ক'লকাতায় দীৰ্ঘকাল ধৰে বাস কৰেছি। ৰবীন্দ্ৰনাথ আৰ নজৰুলেৰ পুণ্য পদাঙ্ক অনুসৰণ কৰে আমি গান গাই হৃদয় দিয়ে, কণ্ঠ দিয়ে নয়।"

এই ক্ষেত্ৰত এটা কথা কব পাৰি যে— ভূপেন হাজৰিকা পশ্চিম বংগত থাকে বাবেই ৰবীন্দ্ৰনাথ আৰু নজৰুলৰ প্ৰতি ইমানখিনি শ্ৰদ্ধাপ্লুত হৈ পৰিছে বুলি কোনো কোনোৱে হয়তো ভাবিব পাৰে। কিন্তু প্ৰকৃততে এনে ধাৰণা তেনেই অমূলক। কিয়নো কেৱল ৰবীন্দ্ৰনাথ নাইবা নজৰুল বুলিয়েই নহয় যিকোনো গুণী আৰু জ্ঞানী ব্যক্তিৰ আদৰ আৰু সন্মান সকলোতে সমান। "গুণাঃ পূজাস্থানং গুণিষু" বোলা কথাষাৰেই তাৰ যথাৰ্থতা প্ৰকাশ কৰিছে। প্ৰসঙ্গতঃ উল্লেখ কৰিব পাৰি যে—

অসমীয়া ‘ সাপ্তাহিক নীলাচল ’ কাকতৰ সম্পাদক হৈ থাকোতে সাংবাদিক সাহিত্যিক শ্ৰীহোমেন বৰগোহাঁই ডাঙৰীয়াই ১৯৬৯ চনৰ এপ্ৰিল মাহত প্ৰকাশিত নীলাচলৰ এটি বিশেষ সংখ্যাৰ বাবে গ্ৰহণ কৰা সাক্ষাৎকাৰৰ এটি প্ৰশ্নোত্তৰত অসমৰ বিশিষ্ট কবি নৱ কান্ত বৰুৱাদেৱে ড° হাজৰিকাদেৱৰ দৰেই কৈছিল— “মোৰ আটাইতকৈ প্ৰিয় কবি হ'ল— ৰবীন্দ্ৰনাথ। তেওঁৰ কবিতা মোৰ মাতৃ ভাষাত ৰচনা কৰা নহয় সঁচা, কিন্তু ধাতৃ ভাষাত ৰচনা কৰা।” ইয়াৰ পৰাই বুজিব পৰা যায় যে, গুণী ব্যক্তিৰ সমাদৰ গুণতহে, তাত দেশ-ধৰ্ম্ম বা ভাষা-বৰ্ণৰ কোনো প্ৰশ্ন নুঠে নাইবা তাৰ সীমাৰেখা থাকিব নোৱাৰে।

ইমানতে আন এটা কথা উল্লেখ কৰিলে ভাল হব যে— লাবণ্য গগৈয়ে উল্লেখ কৰা মতে অসমৰ গোৱালপাৰা জিলাৰ গৌৰীপুৰীয়া সন্তান প্ৰমথেশ বৰুৱাৰ সম্পূৰ্ণ আহি কিন্তু ডঃ ভূপেন হাজৰিকাৰ গাত নাই আৰু সেয়ে তুলনাটোও সম্পূৰ্ণৰূপে প্ৰযোজ্য নহয়। অসমত চিত্ৰ শিল্পৰ বাবে পৰিবেশৰ অভাৱত বিশেষ একো সুবিধা নেপাই ভাৰতীয় বোলছবি জগতৰ এক অগ্ৰণী পুৰুষ প্ৰমথেশ বৰুৱাই পশ্চিম বংগলৈ গৈ বঙালী ভাষাতেই চিত্ৰ নিৰ্ম্মাণত মন-পুতি লাগি গৈছিল। একনিষ্ঠ সাধক বৰুৱা ডাঙৰীয়াই সন্তোষজনক ভাবেই সাফল্য লাভ কৰিবলৈও সক্ষম হৈছিল আৰু সেই সাফল্যই বঢ়িয়াই আনিছিল তেখেতৰ জীৱনলৈ এক বিশেষ দক্ষতা জনিত সুখ্যাতি। চমুকৈ কবলৈ গলে প্ৰমথেশ বৰুৱাও যে নিঃসন্দেহেই এগৰাকী গুণী আৰু সংগ্ৰামী শিল্পী আছিল— এই কথাত সকলোৱেই একমত। কিন্তু সংস্কৃতিৰ ধ্বজাবাহী ভূপেন হাজৰিকাৰ কথা অলপ সুকীয়া, কিছু কিছু ব্যতিক্ৰম নথকাও নহয়। থকাটোহে স্বাভাৱিক—নেথাকিলে স্বকীয় বৈশিষ্ট্যই বা কোনখিনিত? অৱশ্যে ভূপেন হাজৰিকাক সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাদেৱৰ কাষলৈ নিহে কিছু পৰিমাণে তুলনামূলক দৃষ্টিভঙ্গীৰে আলোকপাত কৰি

চাব পৰা যায় । বেজবৰুৱা ডাঙৰীয়াই কাঠৰ ব্যৱসায় কৰিবৰ কাৰণে কলিকতা আৰু উৰিষ্যাৰ সম্বলপুৰত ভোলানাথ বৰুৱা ডাঙৰীয়াৰ লগত গৈছিল । ব্যৱসায়ত উন্নতি হোৱাৰ বাবেই হওক বা সাহিত্য সাধনাৰ জন্মগত প্ৰৱৃত্তিসমূহে বহল পৰিসৰৰ উপযুক্ত এখনি কৰ্মক্ষেত্ৰ বিচাৰি পোৱাৰ বাবেই হয়তো অসমৰ বাহিৰৰ সেই সেই ঠাইবোৰত থাকিবলৈ লৈছিল । কিন্তু মন কৰিব লগীয়া যে ডং ভূপেন হাজৰিকাৰ তেনে কোনো নিৰ্দ্দিষ্ট ব্যৱসায় কলিক-তাত নিশ্চয় নাই । অৱশ্যে একেবাৰে নাইকিয়াও নহয় — আছে- সেয়াই হ'ল সাংস্কৃতিক ব্যৱসায়— যাৰ মূলধনেই হ'ল ঐকান্তিক সাধনা । ভূপেন হাজৰিকা সাধনাত একলব্য । সংস্কৃতিৰ বেদীত একনিষ্ঠভাবে পূজা কৰিবলৈ যত্নত ৰাইজৰ পৰা পোৱা আশীৰ্বাদীয়া নিৰ্মালি খিনিয়েই হ'ল ভূপেন হাজৰিকাৰ জীৱন পথৰ পাথেয় স্বৰূপ । অৱশ্যে লক্ষ্মীনাথ বেজবৰুৱাদেৱে এহাতেৰে যেনেকৈ কুঠাৰ ধৰিছিল আনহাতেৰে তেনেকৈয়ে কলমো ধৰিছিল । মন কৰিবলগীয়া যে অসমৰ বাহিৰত থাকিও বেজবৰুৱাদেৱে তেখেতৰ কাপৰ মুখদি অসম আৰু অসমীয়া জাতিৰ উন্নতিৰ কথাহে অসমীয়া ভাষাৰেই নিগৰাইছিল । অসমীয়া জাতিৰ দোষ-দুৰ্বলতাবোৰ - খুহুটীয়া কথাৰেই ব্যঙ্গাত্মকভাবে সমালোচনা কৰাত বেজবৰুৱাদেৱ আছিল সিদ্ধহস্ত আৰু জাতীয় চেতনা জাগ্ৰত কৰাটোৱেই আছিল তেখেতৰ মূল উদ্দেশ্য । সেইদৰে ভূপেন হাজৰিকাদেৱেও কলিকতাত থাকি অসমীয়া গীত-মাত আৰু কলা-কৃষ্টিৰ সাধনাতহে ব্ৰতী হৈ আছে অসমীয়া ভাষা-সাহিত্যৰ চৰ্চ্চাহে কৰিছে- অসমীয়া জাতীয় জীৱনৰ বিভিন্ন দিশত আলোকপাত কৰি লিখা গীত গাই গাই গীতৰ ভাষাৰেই অসমবাসীৰ অন্তৰত জাতীয় চেতনা জগাই তুলিবৰ কাৰণে অহৰহ চেষ্টা চলাই আহিছে — এনেকি অসম আৰু অসমীয়া জাতিক কোনোবাই উপলুঙা কৰা যেন পালেও নিৰ্ভীক ভাবে স্পষ্টভাষাৰেই তাৰ প্ৰতিবাদ জনাই জাতীয় মৰ্য্যদা অক্ষুণ্ণ

কৰি ৰখাৰ ক্ষেত্ৰতো হাজৰিকা দেৱে সৎসাহসৰ পৰিচয় দি আহিছে সকলো সময়তেই। অৱশ্যে ইও সচাঁ যে অসমৰ বাহিৰত কেৱল কলিকতাই নহয়— ভাৰতবৰ্ষৰ প্ৰায় সকলোবোৰ ৰাজ্যই হৈছে তেখেতৰ কৰ্মক্ষেত্ৰ তথা বিচৰণভূমি। অকল ইমানেই নহয়– জিৰণীবিহীন উৰণীয়া মৌৰ দৰে ধৰাৰ দিহিঙে দিপাঙে লৰবি ফুৰা বিশ্ব-ব'ৰাগী ভূপেন হাজৰিকা জীৱন চাহাৰাৰ বুকুত ঠিকনা বিহীন এক দুৰন্ত বেদুইনহে যেনিবা আৰু সেয়ে তেখেতৰ কৰ্মক্ষেত্ৰ কেৱল ভাৰতবৰ্ষৰ চাৰিসীমাৰ ভিতৰতে সীমাবদ্ধ হৈ থকা নাই আৰু সেয়ে সমগ্ৰ বিশ্বখনিয়েই হাজৰিকাদেৱৰ বিচৰণভূমি। ভূপেন হাজৰিকাৰ ভাষাৰে "শিল্পৰ পৱিত্ৰ তীৰ্থ" সেই পশ্চিম বংগৰ পৰাই ওলাই গৈ বিশ্বৰ মানৱ সংস্কৃতিৰ মহামঞ্চত অসমীয়া জাতিৰ যোগ্য পৰিচয় দিছে খ্যাতি বঢ়াইছে,— বিশ্বসভাৰ ওখ আসনত বহুৱাইছে অসমীয়া জাতিৰ বৰ্ণাঢ্য সংস্কৃতিক জয়ডঙ্কা বজাই ভাৰতীয় সংস্কৃতিৰ ধ্বজা উৰাইছে বিশ্ব-সংস্কৃতিৰ মহাকাশৰ বুকুত। সেয়ে কবি নীলমনি ফুকনে লিখা কবিতাৰ ভাষাত কবলৈ হলে—

"মৌ মাখিটিয়ে মৌকণ আনে
ক'ৰ পৰা হানি নাই,
মৌ যে অমৃত দেৱতাকো তাৰে
মধুপৰ্ক দিয়া যায়" বুলি কোৱাৰ দৰেই

চিৰচেনেহী অসমী আইৰ সংস্কৃতিৰ পথাৰৰ চুকে-কোনে সিচঁৰিত হৈ পৰিথকা এলাগী খিনিকো বিচাৰি বুতলি লৈ তেওঁ লাগী কৰি তুলিছে— ৰুচি সন্মত শিল্পী সুলভ কলা কৌশলেৰে ধুই-মাজি নিকা কৰি আচহুৱাখিনিকো মৰম লগাকৈ মোহনীয়া কৰি তুলিছে। তাৰোপৰি বিশ্বৰ সংস্কৃতি কাননত মোক চা মোক চা কৰি জিলিকি থকা ভালৰ ভালখিনিকো বাছি বাছি বুতলি আনি অসমীয়া সাঁচত ঢালি অসমীয়া ৰূপত গঢ় দিছে আৰু সেই আটাইখিনিকে গোটাই লৈ কৃষ্টিৰ কৰণিত মধুপৰ্ক সজাই আগবঢ়াইছে অসমী আইৰ পৱিত্ৰ

পূজাৰ বেদীত। ইফালে অসমৰ আচহুৱাখিনিকো অশেষ যত্নেৰে সাঁচতীয়া সম্পদলৈ ৰূপান্তৰিত কৰি সৰ্বভাৰতীয় পৰ্যায়লৈ উন্নীত কৰাৰ উপৰিও অসমীয়া সংস্কৃতিৰ স্বকীয় বৈশিষ্ট্য অকণমানো হানি নকৰাকৈয়ে বিশ্বজনীন কৰি তুলিবলৈ ড° হাজৰিকাদেৱে তেখেতৰ দীৰ্ঘদিনীয়া সাধনালব্ধ অভিজ্ঞতাৰে প্ৰচেষ্টা চলাই আহিছে আৰু সফলো হৈছে উল্লেখযোগ্যভাবেই। প্ৰকৃততে অসমৰ কেঁচা মাটিৰ গোন্ধ বিয়পি আছে হাজৰিকাদেৱৰ দেহ-মনৰ ভাঁজে ভাঁজে, ৰন্ধ্ৰে-ৰন্ধ্ৰে আৰু সেই বাবেইতো অসমৰ ভাষা-সাহিত্য আৰু কৃষ্টি সংস্কৃতি আদি সকলোখিনিয়েই হৈছে হাজৰিকাদেৱৰ হিয়াঁৰ আমঠু— ধ্যান-ধাৰণাৰ কেন্দ্ৰ বিন্দু। কলা-সংস্কৃতিৰ জগতত নিত্য নতুন তথ্য পৰিবেশনৰ ক্ষেত্ৰত কলাৰত্ন ড° হাজৰিকা এজন উৎকৃষ্ট সাংবাদিক।

১৯৫৭ চনৰ মাৰ্চ মাহতে কলিকতালৈ গৈ বসবাস কৰিবলৈ লোৱা ভূপেন হাজৰিকাই অসম জানো একেবাৰেই এৰি দিলে? পশ্চিম বংগত সুদীৰ্ঘ কাল ধৰি বসবাস কৰি আছে যদিও ভূপেন হাজৰিকাৰ অসমীয়া সত্বাটো জানো একেবাৰেই হেৰাই গৈছে? লাবণ্য গগৈৰ ভাষাৰেই পুনৰ কবলৈ গলে— "ভূপেনে অসমক পাহৰিলে জানো? নাই পাহৰা। অসমে মাতিলেই ভূপেন আহে। এনেয়ে মনত পৰিলেই আহে। মাঘৰ বিহুত মেজিৰ জুইৰ উত্তাপ লবলৈ ভূপেন বলীয়া হয়। বহাগৰ বিহুৰ ঢোলৰ ছেওৰ কথা মনত পৰিলে 'ল'ৰাটো' দেওধ্বনি হয়।" সেয়ে অসমৰ সন্তান ভূপেন হাজৰিকাই অসম এৰিব নোৱাৰে— পাহৰিবও নোৱাৰে। সমাজ সচেতনতা আৰু স্বজাতি প্ৰেমেই যাৰ জীৱনবোধৰ প্ৰধান উৎস হেতু স্বদেশৰ মাটিৰ মায়া এৰিব নোৱাৰে। সেয়েই ড° হাজৰিকাদেৱে নিজেই এটি গীতত লিখিছে—

"বিশ্বপ্ৰেম / বিনন্দীয়া বুলি / অনুভৱ কৰা প্ৰতিজন অসমীয়া তুমিওতো জানা এটি কথা / আপোন মাতৃৰ অশ্ৰু নমচিলে

বিশ্বপ্ৰেম হব বৃথা / তুমি বিশ্বৰ শৰীৰত / পঙ্গু অঙ্গ হলে বিশ্বই জানো ভাল পাব ?”

ইয়াৰ বাহিৰেও হাজৰিকাদেৱৰ মতেই ভাল ভাৰতীয় হবলৈ হলে ভাল অসমীয়া হব লাগিব আৰু ভাল বিশ্বপ্ৰেমী হবলৈ হলে ভাল ভাৰতীয় হব লাগিব।

উল্লেখযোগ্য যে— ড° ভূপেন হাজৰিকাই অসমৰ পৰা গৈ পশ্চিম বংগৰ কলিকতাত থকা টালিগঞ্জৰ যিটো ঘৰত বসবাস কৰি আছে তাৰো এক ৰহস্য আছে। জ্যোতিপ্ৰসাদ আগৰৱালাৰ বিদেহী আত্মাৰ আকুল আহ্বান তাত বিৰাজমান। কাৰণ ১৯৪২ চনতে জ্যোতিপ্ৰসাদে ভগ্ন স্বাস্থ্য লৈ গৈ কলিকতাৰ সেই দুমহলীয়া ঘৰটোৰ তলৰ মহলাতে বহুদিন আত্মগোপন কৰি আছিলগৈ। তাৰ প্ৰায় ২৪ বছৰৰ পিচতে অজানিত ভাৱেই ড° হাজৰিকাই গৈ সেই ভৱনৰে ওপৰ মহলাত থাকিবলৈ লয়গৈ। এই কথা বিশ্বখ্যাত চিত্ৰ পৰিচালক সত্যজিৎ ৰায়ৰ “দেৱী” ছবিত অভিনয় কৰা “ফাচো” নামৰ এজন ব্যক্তিৰ মুখত হাজৰিকাদেৱে জানিবলৈ পাই তেতিয়াৰে পৰা তেওঁ সেই ঘৰটোৰ পৰা আঁতৰত গৈ আন ক'ৰবাত থকাৰ কথাটো ভাবিবলৈ এৰি দিলে। গুৰুভক্তিৰ এয়াও এক নিদৰ্শন। ড° হাজৰিকাই কালক্ৰমত সেই ভৱনটো কিনি লোৱাৰ কথাও জনা যায়। এই ভৱনৰ অন্যান্য বাসিন্দা সকলে ভৱন-টোৰ নাম “হাজৰিকা ভৱন” ৰাখিবৰ বাবে প্ৰস্তাৱ কৰাত ভূপেন হাজৰিকাই সেই কথা অস্বীকাৰ কৰি ‘সপ্তক’ নামেৰে নামকৰণ কৰাৰ ইচ্ছা প্ৰকাশ কৰিছে। “সপ্তক” শব্দৰ অৰ্থ হ'ল সপ্তসুৰৰ সমাহাৰ। সুৰ বলীয়া ভূপেন হাজৰিকা সুৰৰ মায়াতেই বন্দী।

সমন্বয়ৰ ধ্বজাবাহী ভূপেন হাজৰিকাই কোনটো ভাষাত গান গাই ভাল পায় বুলি শ্ৰীঅৰুণ চট্টোপাধ্যায় নামৰ জনৈক ব্যক্তি গৰাকীয়ে প্ৰশ্ন কৰাত হাজৰিকাদেৱে এই দৰে কয়— “মোৰ মাতৃভাষা অসমীয়া কিন্তু বঙালী সংস্কৃতিৰ লগত মোৰ সম্পৰ্ক

বহু পুৰণি। সেই কাৰণে মই অসমীয়া আৰু বঙালী ভাষাত গান গাই তৃপ্তি পাওঁ সকলোতকৈ বেছি। প্ৰকৃততে বাংলা ভাষাক মই মোৰ দ্বিতীয় ভাষা বুলি ধৰোঁ। এই দুই ভাষাৰ মাজত সাদৃশ্য আছে বহুতো। সাংস্কৃতিক পৰিবেশো প্ৰায় একে পৰ্য্যায়ৰ। অসমৰ তিনিচুকীয়াত ১৯৭৯ চনতে বহা নিখিল ভাৰত বংগীয় সাহিত্য সন্মিলনত মই অসমীয়া আৰু বঙালী দুয়োটা ভাষাত বক্তৃতা দিছিলো। সকলো শ্ৰোতাই সমানে উপভোগ কৰিছিল— সেই কাৰণে মই কৈছিলো— "ভাষা আৰু সংস্কৃতিৰ সমন্বয়ৰ কাৰণে আমি পৰস্পৰে পৰস্পৰক ভালকৈ বুজিব পাৰো।" নিখিল ভাৰত বংগীয় সাহিত্য সন্মিলনৰ উক্ত অধিবেশনতেই ডঃ ভূপেন হাজৰিকাক বিশেষ সন্মানেৰে সম্বৰ্দ্ধনাও জনাইছিল— অকৃত্ৰিমভাবেই।

পশ্চিম বংগৰ জন সাধাৰণেও ডঃ হাজৰিকাক অতি শ্ৰদ্ধা কৰে, মৰম কৰে— "আমাদেৰ ভূপেনদা" বুলি বুকুত সাবটি ধৰে। ভূপেন হাজৰিকাইও তেওঁলোকক বৰ ভাল পায়। সেই বুলি অসম আৰু অসমীয়া মানুহক ভূপেন হাজৰিকাই জানো বেয়া পায়? নহয় তেখেতে নিজেই পশ্চিম বংগত থিয় হৈ সদপে ঘোষণা কৰি কয়- "আমি অসমীয়া, আসাম আমাৰ জন্মদাতৃ মা। আমাৰ মাকে আমি ভাল বাসবই ...... ......।" মাতৃভক্ত ভূপেন হাজৰিকাৰ অকৃত্ৰিম মাতৃপ্ৰেমৰ আদৰ্শৰ বাবেই তেখেতক বংগদেশৰ মানুহেও ভাল পায়। কাৰণ এনেকুৱা যে -

"মোৰ আইক ভাল পাওঁ বুলি কলে।"
আনৰ আইক ঘৃণা কৰাটো বুজাব ?"

অৰ্থাৎ যি নিজৰ মাতৃক ভাল নেপায় সি কাকো ভাল পাব নোৱাৰে, কাৰো ওচৰত তেওঁ নিজেও ভাল পোৱাৰ পাত্ৰ হব নোৱাৰে।

মানৱ প্ৰেমৰ বাবে তৃষ্ণাতুৰ ভূপেন হাজৰিকাই বঙালী কথাছবি "জীৱন তৃষ্ণা"ৰ জৰিয়তে অতৃপ্ত বাসনাৰ তৃপ্তি বিচাৰি পালে বংগৰ জনসমাজৰ বুকুত। ১৯৫৭ চনত অসিত সেন পৰিচালিত

এই 'জীৱন তৃষ্ণা' কথাছবিখনৰ সংগীত পৰিচালনা কৰিলে ভূপেন হাজৰিকাদেৱে আৰু বঙালী ভাষাৰে সংগীত পৰিচালনা কৰা এই খনেই আছিল তেওঁৰ প্ৰথম বঙালী কথাছবি। উল্লেখযোগ্য যে উত্তম কুমাৰ আৰু সুচিত্ৰা সেনৰ অভিনয় সফল 'জীৱন তৃষ্ণা' কথাছবিখনত ভূপেন হাজৰিকাই তেখেতৰ 'সাগৰ সংগমত' বোলা অসমীয়া গীতটিৰ বঙ্গীয় ৰূপান্তৰ "সাগৰ সঙ্গমে সাতাৰ কেটেছি কত" গীতটি নিজেই গাইছে তৃষ্ণা গলুৱাই। তাৰ বাহিৰেও ১৯৫৭ চনতে নটসূৰ্য ফণী শৰ্মা পৰিচালিত অসমীয়া কথাছবি "ধুমুহা" বো সংগীত পৰিচালনা কৰিলে ড° ভূপেন হাজৰিকাই। ছবিখনত ব্যৱহৃত গীত সমূহো হাজৰিকাদেৱৰ নিজস্ব সৃষ্টি। মন কৰিবলগীয়া যে — সেই ১৯৫৭ চনৰ বছৰটোৰ ভিতৰতে-- "পৰহি পুৱাতে / টুনুঙা নাৱতে / ৰংমন মাছলৈ গ'ল" আৰু "বহুত দিনৰ / আগতে গধূলি পৰতে, দুটি অসমীয়া গীত ৰেকৰ্ডিং কৰাৰ বাহিৰেও "আকা বাকা এ পথেৰ" আৰু "গুম গুম মেঘে গৰজায়" দুটি বঙালী গীতো ৰেকৰ্ডিং কৰে ভূপেন হাজৰিকাই।

১৯৫৮ চনত ভূপেন হাজৰিকাদেৱৰ অন্যতম সৃষ্টি হ'ল এখন বঙালী কথাছবি— "মাহুত বন্ধুৰে"। ছবিখনৰ কাহিনী, চিত্ৰনাট্য ও সংগীত আদি সকলোখিনিয়েই আছিল হাজৰিকাদেৱৰ নিজস্ব সৃষ্টিৰ উজ্জ্বল স্বাক্ষৰ। হাতী মাউতৰ সুখ-দুখৰ কাহিনীৰে সৃষ্টি কৰা এই ছবিখন ভাৰতীয়াৰ প্ৰধান মন্ত্ৰী জৱাহৰলাল নেহেৰুৱে পাঁচ মিনিটমান সময়ৰ বাবে চাবলৈ গৈ সাতোটাকৈ চিগাৰেট খাই সম্পূৰ্ণ ছবিখন উপভোগ কৰিছিল। চাই উঠি নেহেৰুৱে সন্তুষ্টি প্ৰকাশ কৰি ছবিখনৰ বিষয়ে নানান ধৰণৰ কথা আন্তৰিকতাৰেই সুধিছিল চিত্ৰকাৰ ভূপেন হাজৰিকাক। শেষত এক শিশুসুলভ হাঁহি মাৰি পণ্ডিত নেহেৰুৱে হাজৰিকাদেৱক কৈছিল— "I see, you had fun taking this picture. You are a sports man." তাৰ পাচতেই আকৌ গহীন হৈ নেহেৰু

ডাঙৰীয়াই কৈছিল— "এই উৰাজাহাজৰ দিনত হাতী মাউত সকল লাহে লাহে হেৰাই যাবগৈ। ভাল কৰিছা মাউতৰ জীৱন ছবিৰে ধৰি ৰাখি ···· ···· অসমৰ জনজাতীয় সকলৰ জীৱন বৰ ৰঙীন। তেওঁলোকৰ বিষয়ে ছবি কৰা। মোৰ বৰ ভাল লাগে অসমখন।"

তাৰপিচত গীতিকবি ভূপেন হাজৰিকাই ১৯৫৮ চনত ৰচনা কৰিলে "সহস্ৰ জনে মোক প্ৰশ্ন কৰে" আৰু "তুমিয়ে মোৰ কল্পনাৰে" বোলা দুটি গীত। সম্ভৱ এইখিনি সময়তে হাজৰিকাদেৱৰ দাম্পত্য জীৱনৰ কোনোবাখিনিত অলপ আউল লাগিছিল। ব্যক্তিগত জীৱনত অবাঞ্চিত ভাবেই দেখা দিয়া কোনো এক অভাৱনীয় পৰিস্থিতিৰ পৰিপ্ৰেক্ষিততেই যেন ভূপেন হাজৰিকাই আবেগজড়িত কণ্ঠেৰে তেখেতৰ পত্নীক শুনাবৰ বাবেই হয়তো আওপকীয়াভাৱে "সহস্ৰ জনে মোক প্ৰশ্ন কৰে" গীতটি ৰচনা কৰিছিল। এনে এটি ইঙ্গিতকেই গীতটিয়ে বহন কৰা বুলিয়েই অনুমান হয়। মধুময় দাম্পত্য জীৱনৰ স্বপ্নীল আবেশখিনি হয়তো কুঁৱলীৰ দৰে সেইখিনি সময়তে ক'ৰবাত হেৰাই গৈছিল আৰু সৃষ্টি হৈছিল পাৰস্পৰিক ভুল বুজাবুজি জনিত মনোমালিন্য আৰু অবিশ্বাসজনিত সন্দেহৰ। গীতটিত উল্লেখ কৰাৰ দৰেই কব পাৰি যে বেদৰ মন্ত্ৰ জপ কৰি বিবাহ পাশত আৱদ্ধ নহলেও একেটি পাত্ৰতে দুয়োয়ে জীৱন মদিৰা পান কৰিবলৈ লোৱা হাজৰিকা দম্পতীৰ মাজত ইমানদিনে একেধাৰে প্ৰৱাহিত হৈ থকা "বহিজগতৰ অদেখা' চেনেহৰ নিজৰাখিনিও "মৰম ফল্গুলৈ ৰূপান্তৰিত হৈ যোৱাৰ কথাটো স্পষ্টভাবেই ধৰা পৰিছে এনেধৰণৰ অনান্য বহুতো গীতৰ মাজেৰে।

সুন্দৰৰ পূজাৰী ডঃ ভূপেন হাজৰিকাৰ জীৱনত পুণৰ এক নতুন সংঘাতৰ সৃষ্টি হ'ল তেতিয়াই' যেতিয়াই তেওঁৰ জীৱন সঙ্গিনীয়ে ১৯৫৯ চনতে দাম্পত্য জীৱনৰ বান্ধোন ছিঙি থৈ সম্পূৰ্ণৰূপে আঁতৰি যাবলৈ চেষ্টা কৰিলে। এই ক্ষেত্ৰত কাৰ দোষকাৰ গুণ সেয়া আমাৰ বিচাৰ্য বিষয় নহয় যদিও এটা কথা ঠিক যে পৰস্পৰৰ

মাজত যি কোনো ধৰণৰ ভুল বুজাবুজিৰ সৃষ্টি নহলে মধুময় দাম্পত্য জীৱনলৈ বিচ্ছেদজনিত তিক্ততা আহিব নোৱাৰে। এই প্ৰসঙ্গত এটি বেঙ্গলী গীতৰ এষাৰ কথা উল্লেখ কৰিব পৰা যায়—

"ফুলেৰ মত ফুল না হলে
গাঁথা যায়না প্ৰেমেৰ মালা
মনেৰ মত মন না হলে
অকাৰণে বাড়ে জ্বালা।"

সাধাৰণতে স্বামী স্ত্ৰী উভয়ৰে সমভাৱাপ্ৰৱণ দুখনি হৃদয়ৰ ঐকান্তিক মিলনতহে দাম্পত্য জীৱন মধুময় হয়। সেইদৰেই ইংৰাজীতো এষাৰ কথা এনেদৰে পোৱা যায়– "A wife cannot be a helpmate and guide to her husband unless she is trained in same way as he is." সেয়ে, স্বামী-স্ত্ৰী উভয়ৰে জীৱনবোধৰ আদৰ্শ নাইবা আশা–আকাংক্ষা আৰু আচৰণ-বিচৰণ আদি যদি পৃথক পৃথক হয় তেন্তে দাম্পত্য জীৱনত অকল বিচ্ছেদেই নহয়, সমগ্ৰ সাংসাৰিক জীৱনটোৱেই হৈ পৰে অসহনীয় এক চৰম অশান্তিময়। পাশ্চাত্যীয় দেশ সমূহৰ কথা অলপ সুকীয়া। তেওঁ-লোকৰ সমাজ ব্যৱস্থাত বিবাহ বিচ্ছেদ বৰ ডাঙৰ কথা নহয়। তথাপিতো অবাঞ্চনীয় হলেও কেতিয়াবা কেতিয়াবা ভাৰতীয় সমা–জতো এনে হৈ যায়। অৱশ্যে যি কোনো আত্মসচেতন মানুহে জীৱনত এনে হোৱাটো বাঞ্চা নকৰে। সেয়েই, ড° হাজৰিকাদেৱৰ জীৱনত এনে এক অবাঞ্চনীয় পৰিস্থিতিয়ে দেখা দিয়াত তেখেতৰ মানসিক অৱস্থা সামান্যভাৱে হলেও ভাৱাক্ৰান্ত হৈ পৰিছিল যেন লাগে। হোৱাটোৱেই স্বাভাৱিক। কাৰণ উদাৰচিতীয়া এগ–ৰাকী বিশ্ববিশ্ৰুত শিল্পী হলেও ড° ভূপেন হাজৰিকাওতো এজন তেজ মঙহৰে গঢ়া আবেগ–অনুভূতিশীল মানুহ। কিন্তু হলেও ড° হাজৰিকাদেৱৰ ক্ষেত্ৰত এটা কথা মন কৰিবলগীয়া যে— তেখেতৰ

জীৱনৰ বিভিন্ন স্তৰত সৃষ্টি হোৱা ঘাত-প্ৰতিঘাত সমূহক সদায়েই তেখেতে খেলুৱৈসুলভ ভাৱধাৰাৰেই "নীলকণ্ঠ"ৰ দৰে হজম কৰি আছিছে। অবাঞ্চনীয়ভাৱে দেখা দিয়া যি কোনো জটিল পৰিস্থিতি-কেই সহজভাৱে আয়ত্বাধীন কৰি লব পৰাটো তেখেতৰ এটি উল্লেখযোগ্য বৈশিষ্ট্য বুলিয়েই কব পৰা যায়। সেয়ে, হয়তো ড° হাজৰিকাদেৱে তেখেতৰ এটি গীতত কৈছে—

"নীলা গৰলপিয়া
মই নীলকণ্ঠ
অ'লিয়া বলিয়া মই যাদুকৰ।"

অৱশ্যে এইখিনিতে এটা কথা কব পৰা যায় যে, নিতে নব সৃষ্টিৰ উন্মাদনাইও হয়তো তেখেতক এই ক্ষেত্ৰত যথেষ্ট সহায় কৰি আছিছে। কিয়নো, তেখেতে আন এটা গীতত উল্লেখ কৰিছে— "সংঘাতে আনে মোৰ প্ৰশান্ত সাগৰত প্ৰগতিৰ নতুন দিগন্ত।" তাৰোপৰি আকৌ কৈছে— "গভীৰ প্ৰশান্ত সাগৰৰ শক্তিয়ে
ধ্বংসক কৰে দিগ্‌ভ্ৰান্ত...."

কিন্তু তথাপিতো সময়ে সময়ে ড° হাজৰিকাদেৱে নিজৰ জীৱনৰ কোনোবাখিনিত অভাৱনীয়ভাৱেই কি-বা ভুল হৈ গ'ল নে কি (?) বুলি নিজকেই নিজে প্ৰশ্ন কৰা যেন দেখা যায়। কিয়নো, তেখেতৰ এটি গীতত এনে এটি আক্ষেপৰ কথা পোৱা যায়—

"কি বিচাৰি ওৰে জীৱন কেনি আগুৱালোঁ
যাবৰ সময়ত হাঁহি হাঁহি এন্ধাৰলৈ গলোঁ
অতি লোভত পৰি আজি পাপত বন্দী হ'লোঁ।"

সেইদৰে, বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰেও তেখেতৰ এটি গীতত— "জেনে শুনে বিষ কৰেছি পান" বুলি আক্ষেপ কৰি গৈছে। অন্যহাতে 'ধৰ্মকাই' নামৰ এখনি কথাছবিৰ এটি চৰিত্ৰৰ মুখেদি ড° হাজৰিকাদেৱে তেখেতৰ গীতৰ ভাষাৰে পৰামৰ্শ আগবঢ়াই

লেখিছে— "ভৰিৰ তলুৱাৰ পৰা/যদি ধৰাখন/খহি খহি পৰা যেন লাগে
তিল তিলকৈ / নিজৰেই ঘৰখন / কাৰোবাৰ দোষত্তে ভাগে
পুনৰ গঢ়িবা তুমিহে বান্ধ' / পুনৰ সজাবা তুমি
যদি পৰিয়ালে সঙ্গ এৰে / তুমি অকলশৰীয়া হোৱা
পুনৰ সজাবা তুমিহে বান্ধ' / পুনৰ সজাবা তুমি ।"

কিন্তু, ড ভূপেন হাজৰিকাদেৱে নিজৰ ভাঁগি পৰা সোণৰ সংসাৰখন পুনৰ গঢ়িলেনে বাৰু ? নাই—নগঢ়িলে—নসজালে । জীৱন সঙ্গিনীৰ অবৰ্তমানত তেখেতে নিজকে নিঃসঙ্গ বুলিও নেভাবিলে । সঙ্গিহীনতাই তেখেতৰ সঙ্গী হোৱা বুলি কৈ উপহাস নকৰিবৰ বাবেও তেখেতে গীতেৰে প্ৰকাশ কৰিলে আৰু সেয়ে "নিচেই কাষৰেই ছাঁ হে সঁচা" সঙ্গী বুলি অনুভৱ কৰিলে । সেই বাবেই হয়তো সুৰ আৰু সংগীতকেই বুকুত সাৱটি লৈ সুন্দৰৰ সাধনাত একানপতীয়াকৈ নিজকে ব্ৰতী কৰি ললে । কিয়নো, দাম্পত্য জীৱনৰ ঠেক পৰিধিৰ মাজত নিজকে আবদ্ধ কৰি ৰখাৰ অভিপ্ৰায় তেখেতৰ নাই— আৰু সেয়ে, প্ৰেয়সী ( পত্নীৰ ) অবিহনে ডিঙিত চিপজৰী লৈ মৃত্যু বৰণ কৰাৰ কাপুৰুষালিও তেখেতৰ নাই । প্ৰকৃততে মানুহৰ যথোচিত মূল্যবোধ থকা এখনি বহল পৰিসৰৰ উন্নত সমাজ গঢ়িবৰ বাবে দৃঢ় সংকল্প লৈ তেখেতে জীয়াই থাকিব বিচাৰে । সেয়ে, গীতেৰে তেখেতে কৈছে—

"জীয়াই থাকি এখনি সমাজ
গঢ়িবৰ মোৰ মন আছে
.... .... .... .... ....
য'ত সোণতকৈ মানুহৰ দাম
অলপ হলেও বেচি আছে ।"

এনে এক শুভ অভিপ্ৰায় থকাৰ কাৰণেই হয়তো ড° হাজৰিকাদেৱে কেতিয়াও নিজৰ সাধনাৰ ব্ৰত পথৰ পৰা অকণমানো কক্ষচ্যুত

হোৱা নাই। সেই বাবেই যি কোনো পৰিস্থিতিতেই এটি ভাবাক্রান্ত মন লৈ ভবাকেই ভাবি থাকি অবাবত সময়ৰ অপচয় কৰি কেতিয়াও তেখেতে থমকি ৰোৱা নাই— বৰঞ্চ কলা-সংস্কৃতিৰ পবিত্র বেদীত মধুপর্ক সজাই নিবেদন কৰাৰ মহৎ উদ্দেশ্য সন্মুখত লৈ সুন্দৰৰ সন্ধ বৰ আলিয়েদি অবিৰাম আগুৱাবই লাগিছে। ড° হাজৰিকাদেৱে এই সন্দৰ্ভত নিজেই কৈছে- "মানৱ সাগৰৰ পাৰে পাৰে চিকমিকাই থকা অগ্ৰহীন শামুকৰ খোলা আৰু ভঁগা-ছিগা চিচাৰ টুকুৰাবে মোনাখনি নভৰাই সাগৰত নামি সাতুৰি-নাদুৰি সঁচা মুকুতা বিচাৰাৰ নম্র প্রয়াস........।" এনে এটি মহৎ উদ্দেশ্য সফল কৰাৰ অভিলাষ থকাৰ কাৰণেই হয়তো তেখেতৰ 'অশান্ত মন'টোকে গীতৰ মাজেদি শান্তনা দিয়াৰ লগতে কৰ্মমুখী হবৰ বাবে সংকল্প গ্ৰহণ কৰি ১৯৫৯ চনতে লিখিলে -

"কঁপৰা বন মোৰ অশান্ত মন
আমফুল হাতেৰে লোৱা সজাই
অ' এটি এটি ক্ষণ যেন মুকুতাৰে ধন
এনেয়ে হেৰুৱালে নাহে উভতি।"

অৱশ্যে, সেই বছৰতে নটসূৰ্য ফণী শৰ্মাৰ "পুৱতি নিশাৰ সপোন" নামৰ কথাছবিখনৰ সংগীত পৰিচালনা কৰোঁতে ড° হাজৰিকাদেৱে তেখেতৰ এই গীতটোও ব্যৱহাৰ কৰিছে। লগতে ফণী শৰ্মাদেৱৰ "কেঁচা সোণ" নামৰ আন এখন কথাছবিৰো সংগীত পৰিচালনা কৰে ড° হাজৰিকাদেৱে।

এইখিনিতে উল্লেখ কৰিবলগীয়া যে— সাধাৰণতে, কবি, কাহিনীকাৰ, চিত্ৰকৰ আদি সকলোৱেই মাজে সময়ে তেওঁলোকৰ স্বকীয় কলা-কৌশলৰ সহায়ত একো একোটা বিশেষ মনোভংগীৰে সৈতে একো একোখনি বিমূৰ্ত বা বস্তুনিৰপেক্ষ ( Abstract ) চিত্ৰ অঙ্কণ কৰা দেখা যায়। বিখ্যাত চিত্ৰ শিল্পী পিকাচোৱেও হেনো Abstract

ছবি আঁকিছিল। প্ৰখ্যাত কবি ওমৰ খৈয়ামৰ কথাও এই খিনিতে উল্লেখযোগ্য। অসমীয়া বিহু গীততো এনে Abstract গীতৰ অভাব নাই। সেই দৰেই ড০ ভুপেন হাজৰিকাদেৱেও তেখেতৰ কলাশৈলীৰে এনে গীত দুটা-চাৰিটা সৃষ্টি নকৰাকৈ থকা নাই। উদাহৰণ স্বৰূপে "বিমূৰ্ত্ত মোৰ নিশাটি যেন" গীতটো উল্লেখযোগ্য। লগতে "নিয়ম ভঙাৰ নিয়ম"ৰ কথা উল্লেখ কৰি লেখা অন্যান্য কিছুমান ৰোমাণ্টিক গীতো আছে। অৱশ্যে এই ক্ষেত্ৰত এটা কথা উল্লেখযোগ্য যে— নিয়ম ভঙাৰ নিয়মকেই নতুন নিয়ম বুলি ভাবি "সমাজৰ ভাৰতে নিয়ম নাই" "দুয়ো দুয়োতে মগন" হোৱা সংযমহীন আৱেগক অৰ্থাৎ অবৈধ গুপ্ত প্ৰেমক সমাজে কেতিয়াও সহজভাবে জব পৰা নাই -- নাইবা স্বীকৃতিও দিয়া নাই। প্ৰসঙ্গতঃ বাৰ্ণাড শ্ব'ৰ ভাষাৰে কবলৈ হ'লে – "There is no man of good character where women are concerned." সেয়া যি কি নহওক— এইখিনিতে এটা কথা পাহৰিলে নহব যে — সেয়া একো একোটি বিশেষ মনোভঙ্গীৰে কলাকাৰে অঙ্কণ কৰা একো একোখনি কল্পচিত্ৰহে - অৰ্থাৎ সমাজ জীৱনৰ সৈতে সাঙুৰ খাই থকা মানৱ চৰিত্ৰৰ এয়া এক বাস্তৱধৰ্মী চিত্ৰৰূপহে মাথোন। উল্লেখযোগ্য যে "বিমূৰ্ত্ত মোৰ নিশাটি যেন" গীতটোৰ সন্দৰ্ভত ড০ হাজৰিকাদেৱে কৈছে - "Abstract Art, Abstract Film, Abstract Poetry যদি থাকিব পাৰে তেন্তে Abstract গীতো থাকিব পাৰে।" তাৰোপৰি এই শ্ৰেণীৰ বিশেষ মনোভঙ্গীৰ উদ্দেশ্যৰ কথা উল্লেখ কৰি আকৌ এঠাইত লেখিছে "...সেই সঁচা মনোভঙ্গীৰে সৈতে সহস্ৰ ব্যক্তিয়ে নিজকে বিচাৰি পাব বুলি আশা কৰিয়েই সঁচা গীতিকাৰে গীত লিখে। সেয়ে হয় সাৰ্বজনীন গীত।" মুঠতে এটা কথা স্বীকাৰ কৰিব লাগিব যে— এই শ্ৰেণীৰ গীত কবিতা বা চিত্ৰই কাৰোবেই ব্যক্তিগত জীৱনৰ আচাৰ-আচৰণৰ কথা নকয়।

কিন্তু একো একোজন সঁচা কলাকাৰৰ এনে একো একোটি বিশেষ মনোভঙ্গীৰ যথাযোগ্য মূল্য নিৰূপণ কৰিব নোৱাৰাৰ কাৰণেই হয়তো সেইবোৰকেই কলাকাৰ গৰাকীৰ নিত্যান্ত ব্যক্তিগত জীৱনৰ লগত সাঙুৰি দি বহুতকেই বিৰূপ আলোচনাত ব্যস্ত হৈ পৰা দেখা যায়। অৱশ্যে এইটোও ঠিক যে, চুকি নোপোৱা আঙুৰ টেঙা বুলি কলেই সেয়া টেঙা হৈ নেযায়। এই সন্দৰ্ভত ড° ভূপেন হাজৰিকাদেৱে এঠাইত লেখিছে— "শুনিছেনে, অমুকজন শিল্পীয়ে দিনে নিশাই অমুক কৰে, ভমুক কৰে, এনে কৰে, তেনে কৰে। এইবোৰ মুখৰোচক গছিপ সমাজত। যত দোষ নন্দ ঘোষ। উৰা বাতৰি সকলো শিল্পীৰ ব্যক্তিগত জীৱন লৈয়েই। মই কোৱা নাই, কবলৈ নেযাওঁ যে- সকলো শিল্পী মহাপুৰুষ। পিছে সমাজৰ আন আন স্তৰতো জানো সকলো 'মহাপুৰুষ' হৈ বাস কৰে ?" এইখিনিতে চীন দেশীয় এটি প্ৰবাদ বাক্যলৈ আঙুলিয়াব পাৰি— "There are only two perfectly good man— one dead and another unborn." মুঠতে এই ক্ষেত্ৰত চন্দ্ৰৰো যে কলঙ্ক আছে সেই কথা পাহৰিলে নহব। কিন্তু সেই বুলি সামান্যতম সেই কলঙ্কই চন্দ্ৰৰ নিৰ্মল জেউতিক ম্লান কৰিব নোৱাৰে। চন্দ্ৰৰ কলঙ্ক চন্দ্ৰৰ গাতেই লাগি থাকে — কিন্তু পৃথিৱীলৈ তাৰ নিৰ্মল জেউতিখিনিহে বিকিৰণ কৰে। সেইদৰে বেঙ্গলী এটি কবিতাতো এই বিষয়ে এনেদৰে উল্লেখ কৰিছে—

"চন্দ্ৰ কহে, বিশ্বে আলো দিয়েছি ছড়ায়ে
কলঙ্ক যা আছে তা আছে মোৰ গায়ে।"

সেই হেতুকেই; ৰি কোনো প্ৰতিভাশালী ব্যক্তিৰ জীৱনৰ কোনোবাখিনিত যদিওবা অকণমান অন্ধকাৰ কিবা থাকে— তেন্তে সেই অন্ধকাৰত খেপিয়াই থাকিলে পোহৰৰ সমাজখনৰ বাবে সুন্দৰ কিবা বিচাৰি পোৱা যাবনে বাৰু ? সেই হেতুকেই, কবি

নীলমণি ফুকনৰ এফাঁকি কবিতাৰে এই খিনিতে কব পৰা যায়—

"শামুকৰ পেটত জন্ম মুকুতাৰ
বুলি কেৱে নিঘিণায়
মাণিকত নাই শামুকৰ ঘৃণ
চকু দিলে বৈ যায়।"

প্ৰকৃততে ভালৰ ভালখিনিহে সমাজৰ উপকাৰত লাগে। বিচাৰি লব পৰাটোহে মূল কথা। এই ক্ষেত্ৰত পণ্ডিতপ্ৰবৰ শ্ৰীযজ্ঞেশ্বৰ শৰ্মাদেৱৰ ভাষাৰে কবলৈ গ'লে— "চোলাটোত কেইটা বুতাম আছে—তাৰ হিচাপ লোৱাটো বেছি কথা নহয়; কিন্তু চোলাৰ তলত বুকুৰ মাজৰ হৃদয়ৰ তলীলৈকে চাব লাগে।" অৱশ্যে চিনিব নোৱাৰি হীৰাকো কাঁচ বুলি দলিয়াই পেলোৱাটো স্বাভাৱিক। কিন্তু জানি শুনিও কেতিয়াবা আকৌ অশুভ অভিপ্ৰায়ৰ উচটনিতেই কোনো কোনোৱে সূৰ্য্যলৈ ছাঁই ছটিয়াইও আত্মতৃপ্তি চৰিতাৰ্থ কৰা যেন লাগে। প্ৰকৃতাৰ্থত যি কোনো কৃতী ব্যক্তিৰ জীৱনাদৰ্শ আৰু প্ৰতিভা সমূহক বিচাৰ-বিশ্লেষণৰ তুলাচনীত তুলি বৃহত্তৰ স্বাৰ্থত আৱশ্যকীয় বুলি ভবাখিনি আবেগমুক্ত হৈ গ্ৰহণ কৰাটোহে উচিত।

সাধাৰণতে উপযুক্ত পৰিবেশেও সম্ভাৱনাময় সুপ্ত প্ৰতিভাৰ বিকাশ সাধনত সহায় কৰে। ইয়াৰ এটি উজ্জ্বল উদাহৰণ—ড° ভূপেন হাজৰিকা। কলাগুৰু বিষ্ণুৰাভা আৰু ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদে আৱিষ্কাৰ কৰাৰ পূৰ্বেই আন আন দুই এগৰাকী কলা-কুশলীৰ সান্নিধ্যই কণমানি ভূপেন হাজৰিকাক মঞ্চমুখী কৰি তুলিছিল। ১৯৩২ চনৰ কথা। কণমানি ভূপেন হাজৰিকা তেতিয়া গুৱাহাটীৰ কটন কলেজিয়েটৰ ক্লাছ থ্ৰিৰ ছাত্ৰ। সাম্প্ৰতিক কালৰ যশস্বী অভিনেতা আৰু নাট্য সাহিত্যৰ কৃতী সাহিত্যিক লক্ষ্যধৰ চৌধুৰীদেৱো তেতিয়া নৱম মান শ্ৰেণীৰ ছাত্ৰ। তেতিয়া কলেজিয়েটৰ শিক্ষক কামাখ্যা নাথ ঠাকুৰৰ তত্বাবধানত এটি 'স্কাউট' দল আছিল।

সেই বছৰতে স্কাউট দলৰ তিনিদিনীয়া সমাৰোহ পতা হৈছিল। সমাৰোহ উপলক্ষে আয়োজন কৰা হৈছিল এখনি বিচিত্ৰানুষ্ঠানৰ। বিচিত্ৰানুষ্ঠানত মঞ্চস্থ কৰিবৰ কাৰণে ছাত্ৰ সকলৰ দ্বাৰা ৰচিত এখনি নাটক অভিনয়ৰ কথাও ওলাল আৰু সেই নাটক লেখাৰ দায়িত্ব পৰিল লক্ষ্যধৰ চৌধুৰীৰ ওপৰত। সেয়ে, নাট্যপ্ৰাণ লক্ষ্যধৰ চৌধুৰী-দেৱৰ ভাষাত— "১৯৩২ চন। এই বছৰতে নাট লিখাৰ হাতে খড়ি লওঁ শিক্ষাগুৰু কামাখ্যা নাথ ঠাকুৰৰ চৰণত।" ৰচিত হ'ল 'একলব্য' নাটক। নাটকৰ ভাও বিতৰণৰ সময়তো নাট্যকাৰ শ্ৰীচৌধুৰীৰ ভাগত পৰিল 'একলব্য' চৰিত্ৰ। নাটকত থকা ব্যাধ-বালকৰ ভাও দিবৰ বাবে কামাখ্যা নাথ ঠাকুৰৰ বাছনিত নিৰ্বাচিত হ'ল— স্কাউট দলৰ সুসন্তান থকা কেইজনমান ছাত্ৰ— শিশু ভূপেন হাজৰিকা, কমল নাৰায়ণ চৌধুৰী, চাৰু বৰদলৈ, দুৰ্গেশ্বৰ চক্ৰৱৰ্তী আৰু বুদ্ধিন শৰ্মা। পুনৰ ১৯৪৫-৪৬ চনৰ কথা। প্ৰতিথযশা অভিনেতা কমল নাৰায়ণ চৌধুৰীৰ দ্বাৰা পৰিচালিত 'বদন বৰফুকন' কথাছবিত কুৰি বছৰীয়া [illegible] ডেকা ভূপেন হাজৰিকাই মূৰত বৰ পাগুৰি মাৰি 'ব'ৰাগী'ৰ ভাও কৰিছিল। সেই সময়ৰ চিনেমাৰ অভিনয়ৰ ক্ষেত্ৰত নেপথ্য কণ্ঠৰ গীত পৰিবেশন ( Play Back )ৰ ব্যৱস্থা নাছিল। সেই কাৰণেই সৰুশিল্পী হিচাবে ভূপেন হাজৰিকা-দেৱকেই 'ব'ৰাগী'ৰ বাবে নিৰ্বাচন কৰা হৈছিল। সেইদৰেই শিশু কালৰে পৰাই গীতৰ সভাত হেজাৰ শ্ৰোতাৰ মাজত গীত গাই গাই জনদৰদী শিল্পী স্বৰূপে আত্মপ্ৰকাশ কৰা 'বদন বৰফুকনৰ- ব'ৰাগী'— ভূপেন হাজৰিকাদেৱে আজি স্বকীয় প্ৰতিভাৰে আগুৰাই আহি টুপী পৰিহিত এক বিশ্বৰ বাগীলৈ ৰূপান্তৰিত হৈ পৰিছে।

সমন্বয়ৰ বাৰ্তাবাহী ড° ভূপেন হাজৰিকা। সেয়ে, ১৯৬০ চনৰ ভাষা আন্দোলনৰ সময়ত এটি গীতত লেখিছিল—

"ভাষা নুবুজিও যুগে যুগে আছে / মানুহ মানুহৰ পিনে —
মৰমৰ ভাষাৰে আখৰ নাইকিয়া / বুজিব খুজিলেই বুজে।

গঙ্গাৰ চাপৰিৰ তলিতে দেখিবা
লুইতৰ পলসো আছে
তোমাৰে মোৰে আইয়ে কান্দিলে
একেই চকুপানী মচে ।"

এই গীতটি গণনাট্য সংঘৰ জৰিয়তে শ্ৰীহেমাঙ্গ বিশ্বাস, ভূপেন হাজৰিকা প্ৰমুখ্যে আন কেইবাগৰাকী বিশিষ্ট ব্যক্তিয়ে মিলিতভাবে সমগ্ৰ অসমৰে চুকে কোণে গাই ফুৰিছিল— জনমানসত শান্তি আৰু সমন্বয় প্ৰতিষ্ঠা কৰিবৰ বাবে। সেই ভাষা আন্দোলনৰ সময়ত ড' হাজৰিকাদেৱ আছিল কলিকতাত। কিন্তু তেখেতে অপ্ৰীতিকৰ এনে পৰিস্থিতিৰ উদ্ভৱ হোৱাটো বাঞ্চা কৰা নাছিল। এইবোৰৰ বাহিৰেও ১৯৬০ চনতে হাজৰিকাদেৱে— "কানাই পাৰ কৰা হে" আৰু "বিহুৰে বিৰিণা বৃটিছ ৰজা উঠি গ'ল" গীত দুটি ৰেকৰ্ডিং কৰে। এইদৰেই সুৰকেই জীৱনৰ সাৰথি হিচাবে সাৱটি লৈ ভূপেন হাজৰিকা আগবাঢ়ি থাকিল সুন্দৰৰ নতুন দিগন্তলৈ।

—X—

# ৮ম অধ্যায়

## ১৯৬১ চনৰ পৰা ১৯৬৫ চনলৈ

সংগ্ৰামী যাযাবৰ ভূপেন হাজৰিকা মানৱ প্ৰেমৰ ধ্বজাবাহী এক বিশ্ব-এ'বাগী। ড° হাজৰিকাদেৱৰ ভাষাত— "সংগ্ৰাম আন এটি নাম জীৱনৰে"। অৰ্থাৎ জীৱন মানেই এক অনন্ত সংগ্ৰাম। সংগ্ৰামী এই জীৱন মৰুৰ বুকত সংগীতেই শান্তি সৰোবৰ বুলি ভাবি লৈ নিত্য নতুন সুৰৰ লহৰত অৱগাহন কৰি থকা ভূপেন হাজৰিকাই তেখেতৰ সংগীতৰ ভাষাৰেই আকৌ এনেদৰে কৈছে—

আকাশী গঙ্গা বিচৰা নাই
নাই বিচৰা স্বৰ্ণ অলঙ্কাৰ
নিষ্ঠুৰ জীৱনৰ সংগ্ৰামত
বিচাৰো মৰমৰ মাত এষাৰ"

সেয়েইতো মৰাৰ গন্ধৰ্ব ভূপেন হাজৰিকা কিন্তু কোনো দিনেই ধন সম্পত্তি মনি-মুকুতাৰ বাবে লালায়িত নহয়। সংঘাতৰ আঘাতত জৰ্জৰিত ভূপেন হাজৰিকাই তেখেতৰ এই সংগ্ৰামী জীৱনত মৰাৰ পাহিত দিশাতে লৰবি ফুৰোতে ৰঙৰ খনি পাতেই দেখিছে সেতিয়াই এক মানুহৰ মাজত ভগাই দিয়াৰ এটা ৰঙীয়াল মন লৈ মানুহৰ সৰুই বিচাৰিছে এষাৰ মিঠা মাত এখানি মৰম, অকৃপণ মানৱীয় সহানুভূতি। নিত্য নতুন সুৰৰ শৰাই যাচি এয়া জানো একভাৱে মৰম বিচাৰৰ এক নম্ৰ প্ৰয়াসহে মাথোন? ইয়াৰ অন্তৰালত কোনো এক সাৰ্বজনীন মানৱীয় প্ৰেমৰ দৰদী অনুভূতিৰ মিঠা অনুৰণন শুনিবলৈ পোৱা নেযায়?

উল্লেখযোগ্য যে বৰ্তমানৰ এই সময়খিনিয়েই হ'ল — বিজ্ঞান সম্মত হৃদয়হীন যন্ত্ৰ মানৱৰ যুগ — যি যুগত বিধ্বংসী মাৰণাস্ত্ৰ নিৰ্মাণৰ প্ৰতিযোগিতাই হৈছে সভ্যতাৰ মাঁপকাঠি — যি যুগত সকলো বস্তুৰেই দাম বাঢ়িছে কিন্তু মানুহৰ দাম একেবাৰেই কমি গৈছে। সুন্দৰৰ সাধক ভূপেন হাজৰিকা কিন্তু আজিৰ এই হৃদয়হীন যান্ত্ৰিক সভ্যতাৰ যুগত এক বিৰাট ব্যতিক্ৰম। কাৰণ মানৱ প্ৰেমৰ দৰদী অনুভূতিৰ মধুময় কোমলতাই হৈছে ভূপেন হাজৰিকাৰ শিল্পী জীৱনৰ প্ৰধান বৈশিষ্ট্য। লুইতৰ পাৰৰ এগৰাকী অসমীয়া শিল্পীৰ হৃদয়ৰ প্ৰসাৰতা, মানৱীয় আবেগ অনুভূতিৰে বিধৌত উদাৰ মানৱতাবাদী আধ্যাত্মিকতা আৰু সাৰ্বজনীন চিৰন্তনতাৰে পৰিপুষ্ট সংগীত সমূহৰ বাবেই ভূপেন হাজৰিকা আজি সমগ্ৰ 'বিশ্ব-মানৱৰ বুকুৰ কুটুম আৰু প্ৰাণৰ আপোনজন হৈ পৰিছে। আৰু সেই দৰেই তেখেতৰ সংগীত সমূহো সমগ্ৰ বিশ্বত সদায় সমাদৃত হৈ আছিছে। সেইয়েইতো বুৰঞ্জীবিদ্ সাহিত্যিক স্বৰ্গীয় বেণুধৰ শৰ্মা-দেৱে কৈছিল — "ভূপেনৰ গুৱিটো নাজিৰাত (য'ত তেওঁৰ আগৰ পৰিয়াল আছে) আৰু হেন্দালিখন গোটেই বিশ্বত।"

ভূপেন হাজৰিকাৰ মনৰ প্ৰশান্ত সংবৰত অশান্ত উৰ্মিমালাও মানৱীয় প্ৰেম-প্ৰীতি ও সহায় সহানুভূতিৰ নৰে ঢৌ উঠে। সেয়ে ড° হাজৰিকাই গীতৰ ভাষাৰে নিজেই কয় —

"মানুহে মানুহৰ বাবে
যদিহে অকনো নেভাবে
অকনো সহানুভূতিৰে
ভাবিব কোনো কোৱা ? সমনীয়া ?"

১৯৬১ চনত ভূপেন হাজৰিকাই লেখা "মানুহে মানুহৰ বাবে" বোলা এই গীতটিত থকা চিৰযুগমীয়া কথাখিনিয়ে তেখেতৰ মানৱতাবাদৰ এক উজ্বল স্বাক্ষৰ বহন কৰাৰ লগতে সমগ্ৰ বিশ্ব মানৱৰ ওচৰত মানৱীয় কৰ্তব্যাকৰ্তব্যৰ ক্ষেত্ৰতো এক অনন্তকালীন

আবেদন জনাইছে। গীতটিৰ শেষত এই কথাও সোঁৱৰাই দিছে যে—

"মানুহ যদিহে নহয় মানুহ
দানৱ কাহানিও নহয় মানুহ
যদি দানৱ কাহানিবা হয়েই মানুহ
লাজ পাব কোনেনো কোৱা ?"

অৰ্থাৎ "মানৱী জনম লৈ মানুহে৷ দেৱতা হয় / দানৱীয় আচৰণত দানৱৰেই পৰিচয়। মানৱী জনম লৈ দেৱতা নহলেও বাৰু / দানৱ নহ'বি হেৰ' / মানুহ মানৱ হৈ থাক" বুলি লিখা কবিতাটোৰ কথাখিনিৰ দৰেই মানুহে যেন মানৱীয় গুণখিনি পাহৰি নেযায় তাকেই হজৰিকাদেৱে আহ্বান জনাইছে। উল্লেখ কৰিবলগীয়া যে— "মানুহে মানুহৰ বাবে" গীতটিৰ সুৰ হেনো আমেৰিকাৰ অতি জনপ্ৰিয় লোক সংগীত "Hang down your head Tom Dooley, Hang down your head and cry বোলা গীতটোৰ সুৰৰ লগত হেনো একেই বুলি জনা যায়। ১৯৬০–৬১ চনৰ ভাষা আন্দোলনৰ সময়ত হাজৰিকাদেৱে আন এটি গীততো সেইদৰে মানৱ মৈত্ৰী আৰু বিশ্বভাতৃত্বৰ বাবে আকুল আহ্বান জনাই লেখিছে—

"গঙ্গাৰ চাপৰিৰ তলিতে দেখিবা
লুইতৰ পলসো আছে
তোমাৰে মোৰে আইয়ে কান্দিলে
একেই চকুপানী মচে।"

'মানৱতাবাদ'— এই শব্দটো প্ৰথম ব্যৱহৃত হয় ১৬ শ শতিকাত। ইউৰোপত নৱজাগৰণৰ যুগত লেখক সকলক প্ৰথমতে এই উপাধি দিয়া হৈছিল। বিখ্যাত দাৰ্শনিক পণ্ডিত বেনথাম মিল, কঁট আদিয়েই এই মানৱিকবাদৰ প্ৰথম বাটকটীয়া। বিশেষকৈ ফৰাছী দাশনিক কঁটৰ ইতিবাদেই ( Positivism ) এনে মানৱিকবাদৰ নতুন চিন্তাধাৰাৰ প্ৰবৰ্তন কৰিলে। অসম সাহিত্য সভাৰ প্ৰাক্তন

সভাপতি পণ্ডিত প্ৰবৰ শ্ৰীযজ্ঞেশ্বৰ শৰ্মাৰ ভাষাত— "কঁটেই সিংহাসনৰ পৰা ঈশ্বৰক নমাই তাত মানুহক প্ৰতিষ্ঠা কৰিলে।" কাৰণ মানৱতাবাদৰ চৰম লক্ষ্যই হৈছে— মানুহে মানুহক প্ৰকৃত মানুহ হিচাবে গণ্য কৰা— উচ্চ-নীচ ভেদাভেদ জ্ঞান নকৰি সকলো মানৱ সন্তানকে সমদৃষ্টিৰে চাব পৰা গুণৰ উৎকৰ্ষ সাধন কৰা। ইয়ানতে আন এটা কথা মন কৰিবলগীয়া যে অকল ইউৰোপতেই যে মানৱিকবাদৰ প্ৰথম আৰম্ভনি হৈছিল এনে নহয়। ধৰ্ম্মীয় কঠোৰ অনুশাসনৰ হেঁচাত চেপাখাই থাকিলেও এনে উদাৰ মানৱতাবাদৰ ক্ষীণ ধাৰা এটি অতি প্ৰাচীন কালৰ পৰাই ভাৰতবৰ্ষতো প্ৰৱাহিত হৈ আহিছে। কিয়নো ভাৰতীয় দৰ্শন বা বৈষ্ণৱ ধৰ্মৰ মূল আঁত বিচাৰি চালেও এনে মানৱপ্ৰেমৰ সুৰ শুনিবলৈ পোৱা যায়। মহাভাৰতত থকা— "ন মনুষ্যাৎ শ্ৰেষ্ঠতৰং হি কিঞ্চিৎ" বোলা কথাষাৰেই ইয়াৰ প্ৰাচীনত্বৰ প্ৰমাণ বহন কৰে। সেইদৰে কবি চণ্ডীদাসৰ কবিতাতো "সবাৰ উপৰে মানুষ সত্য / তাহাৰ উপৰে নাই" বুলি কৈছে। মহামানৱ মাহাত্মা গান্ধীয়েও অস্পৃশ্যতা বৰ্জনৰ আহ্বানতেই মনুহৰ প্ৰকৃত মাৰ্যাদা প্ৰতিষ্ঠা কৰি গৈছে। প্ৰাচীন গ্ৰীক সকলৰ মতেও— "Man is the measure of all things" বুলি ঘোষণা কৰিছে। বহুতৰেই মতে খৃঃ পূঃ ৬ষ্ঠ শতিকাত আৱিভূ ত গৌতম বুদ্ধই হ'ল মানৱতাবাদৰ প্ৰথম প্ৰবৰ্ত্তক আৰু সেয়ে মাহামতি অশোকেও মানৱ প্ৰেমৰ ওপৰত প্ৰতিষ্ঠিত বৌদ্ধ ধৰ্মক ৰাজধৰ্ম কৰিলৈ মানৱ সেৱাৰ ব্ৰত পালন কৰিছিল। স্বামী বিবেকানন্দইও সেইদৰে "জীৱে প্ৰেম কৰে যেইজন, সেইজন সেৱিছে ঈশ্বৰ" বুলি ঘোষণা কৰি গৈছে। যিয়েই নহওক কঁট নামৰ দাৰ্শনিক পণ্ডিত গৰাকীয়ে নতুনকৈ প্ৰৱৰ্তন কৰা মানৱিকবাদৰ বতাহছাটি কালক্ৰমত বঙ্গদেশলৈকো প্ৰাবাহিত হৈ আহি পণ্ডিত শৰৎচন্দ্ৰ চট্টোপাধ্যায়, ভূদেৱ মুখোপাধ্যায় ও কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰকো বাৰুকৈয়ে প্ৰভাৱিত কৰিছিল। আৰু অসমত?

অসমতো নৱ বৈষ্ণৱ ধৰ্মৰ প্ৰৱৰ্তক শংকৰগুৰুৱে আজিৰ পৰা প্ৰায় পাঁচশ বছৰ পূৰ্বেই এনে মানৱতাবাদৰ মধুৰ ঐক্যতানৰ সৃষ্টি কৰি গৈছে। অসমীয়া ভাষা সাহিত্যৰ আধুনিক যুগৰ বাটকটীয়া লক্ষ্মীনাথ বেজবৰুৱা, হেমচন্দ্ৰ গোস্বামী, চন্দ্ৰ কুমাৰ আগৰৱালা আদি সকলোৱেই দাৰ্শনিক কান্ট আৰু শংকৰদেৱৰ আদৰ্শতেই মানৱিকবাদৰ সোঁত বোৱাবলৈ আৰম্ভ কৰিছিল। বিশেষকৈ প্ৰতিমাৰ খনিকৰ চন্দ্ৰ কুমাৰ আগৰৱালাদেৱ এই ক্ষেত্ৰত অগ্ৰণী। কিয়নো 'মানৱ বন্দনা' কবিতাত আগৰৱালাদেৱে

"মানুহেই দেৱ / মানুহেই সেৱ
মানুহ বিনে নাই কেৱ;
কৰা কৰা পূজা / পাদ্য অৰ্ঘ্য লৈ
জয় জয় মানুহ দেৱ।"

বুলি গাই মানুহৰ মূল্য নিৰূপণ কৰি গৈছে। চন্দ্ৰ কুমাৰ আগৰৱালাক শ্ৰীযতীন্দ্ৰনাথ শৰ্মাদেৱে 'ভৱিষ্যৎ মানৱৰ কবি' বুলি কোৱাৰ দৰেই ড° হাজৰিকাদেৱকো ভৱিষ্যৎ মানৱৰ শিল্পী আৰু গীতি কবি বুলি কব পাৰি। কিয়নো উপৰোক্ত আটাইখিনি আলোচ্য বিষয়ৰ প্ৰভাৱ প্ৰতিভাত হৈ পৰিছে ড° ভূপেন হাজৰিকাৰ শিল্পী জীৱনৰ এতিয়ালৈ স্তৰবোৰত। কাৰণ কলাগুৰু হাজৰিকাদেৱে লেখা সংগীত সমূহৰ ভাৱব্যাখ্যিনিৰ বাহিৰেও তেখেতে এঠাইত এনেদৰে লৈছে "জল পথে, স্থল পথে আকাশী পথে মানৱ সাগৰৰ অভিযাত্ৰী ৰূপে নানা দেশ-মহাদেশৰ দিহিঙে দিপাঙে ফুৰিছোঁ। মহা নগৰী নগৰীত বহুতো হেৰুৱাইছোঁ প্ৰথমতে। পিছে তাৰ আকাশলংঘী অট্টালিকাত কিম্বা কুটিৰত, ৰঙ্গমঞ্চ কিম্বা পথাৰত, বিশ্ববিদ্যালয়ত কিম্বা ফেক্টৰীত কামৰত তেজ মঙহৰ মানুহ টম, ডিক, হেৰীৰ সাগৰখনত যেতিয়াই মাহি হৈ সোমাই পাৰিছোঁ – সেই দেশৰ জীৱনৰ সৈতে পৰিচয় হোৱাৰ বাটত মোৰ খোজ সদায়েই ভুল হোৱা নাই।

হাইড্ৰোজেন দুভাগ, অক্সিজেন এভাগ লৈ সকলো দেশতে

পানীৰ সৃষ্টি হয়। নিউ-ইয়র্ক, মস্কো, পেৰিচ, হেলচিংকি, শিৱসাগৰ বা বেলজিয়াম য'লৈকে গৈছোঁ— মানুহ মানুহ। একে ধাতুৰেই তৈয়াৰী।" মানৱতাবাদী ভূপেন হাজৰিকাৰ এয়াই হৈছে যাযাবৰী জীৱনৰ অভিজ্ঞতাপুষ্ট মানৱ প্ৰেমৰ স্পষ্ট প্ৰতিছবি। এই ক্ষেত্ৰত অধিক উদাহৰণৰ নিশ্চয় প্ৰয়োজন নাই। মুঠতে "সত্যম শিৱম সুন্দৰ''ৰ প্ৰকৃত নিষ্ঠাৱান সাধক সকলৰ মূল লক্ষ্যই হ'ল—

"মৰম মাধুৰী যদি		হিয়াতে শুকাই যায়
মৰমৰ কিবা প্ৰয়োজন,
মৰম ৰসেৰে যদি		নিতিতে পৃথিবীখন
সুন্দৰৰ ব্যথ আয়োজন।" (বিনন্দ চন্দ্ৰ বৰুৱা)

সুৰৰ যাদুকৰ ড° হাজৰিকাৰ ক্ষেত্ৰতো এই কথা খাটে। কিয়নো বিশ্ববাসীৰ প্ৰতি থকা শ্ৰদ্ধা আৰু পৃথিবীৰ মানুহৰ আশা-আদৰ্শ সুখ-দুঃখ তেখেতৰ গীতৰ মাজেদি প্ৰকাশ পায়। আধুনিক যুগৰ বিশ্ব-মানৱৰ অশা-আকাংক্ষাৰ সুৰ ঢালি গোৱা গীতবোৰে সেই বাবেই সকলো মানুহৰ অন্তৰ চুই যায়। মুঠতে মানৱ প্ৰাণৰ বোবা বেদনাৰ নীৰৱ ভাষাবোৰ যেন ভূপেন হাজৰিকাৰ কণ্ঠত সৰৱ হৈ উঠে।

অন্যহাতে ১৯৬১ চনৰ বছৰটোতে 'শকুন্তলা' নামৰ কথাছবিখনৰ সংগীত পৰিচালনা কৰিছিল ড° ভূপেন হাজৰিকাই। ধৰ্মপ্ৰাণ ৰাইজৰ সমাদৰ লাভ কৰা এই ছবিখন আছিল আংশিক ৰঙীণ। উল্লেখ কৰিব লগীয়া যে ছবিখনে ৰাষ্ট্ৰপতি পুৰস্কাৰ লাভ কৰাৰ যোগ্যতা অৰ্জন কৰিব পাৰিছিল আৰু তেতিয়াৰ ভাৰতৰ ৰাষ্ট্ৰপতি (হাজৰিকাদেৱৰ এসময়ৰ শিক্ষাগুৰু) ড° সৰ্বপল্লী ৰাধাকৃষ্ণনদেৱে তেখেতৰ সুযোগ্য ছাত্ৰ হাজৰিকাদেৱৰ হাতত পুৰস্কাৰটো তুলি দিছিল নিজ হাতেৰেই। তাৰ বাহিৰেও এই বছৰৰ ভিতৰতে আন কেইবাটাও মূল্যবান গীত লেখিছিল হাজৰিকাদেৱে।

১৯৬২ চনত চীনে ভাৰত আক্ৰমণ কৰিলে। চীনৰ এই

আক্ৰমণে শান্তিপ্ৰিয় ভাৰতবৰ্ষৰ বুকুত হানিলে নিৰ্মম আঘাত আৰু সেই দৰে এক চৰম আঘাত লাগিল ড° হাজৰিকাদেৱৰ অন্তৰতো। তেতিয়া স্বদেশপ্ৰেমী ভূপেন হাজৰিকাই চীনৰ এই বৰ্বৰতাৰ তীব্ৰ নিন্দা কৰিলে তেখেতৰ অগ্নিবৰ্ষী গীত আৰু কবিতাৰ ভাষাৰে। তাৰোপৰি ভাৰতীয় জোৱান সকলক উদ্দেশ্য কৰি সেই বছৰতে ৰচনা কৰিলে কেবাটাও মৰ্মস্পৰ্শী গীত। সেইবোৰৰ ভিতৰত "তপ্ত তীখাৰে অগ্নি শক্তি" আৰু ৰণক্লান্ত নহওঁ' আদি গীতেই প্ৰধান। উল্লেখযোগ্য যে — পৰৰাজ্যলোভী চীন দেশৰ নৰৰক্ত পিপাষু দস্যুহঁতক সাৱধান কৰি লেখা "ৰণক্লান্ত নহওঁ" বোলা গীতটোত ড° হাজৰিকাদেৱে ভাৰতীয় সকলৰ দুৰ্জেয় সৌৰ্য-বীৰ্যৰ বিষয়ে উল্লেখ কৰি এইদৰে লেখিছিল—

"নৰ ৰক্ত লোলুপ / পৰ ৰাজ্য লোলুপ / কৰোঁ সাৱধান হ পশ্চাদগামী মহাৰুদ্ৰ ৰূপে / মহা সত্য ৰূপে / মোৰ মুক্তি সৈন্য অগ্ৰগামী দেশৰ মাটিত / বক্ষ ৰক্তেৰে / স্বাক্ষৰ কৰি সপিম জীৱন ৰণক্লান্ত নহওঁ ॥

অকল ইমানেই নহয় চীনৰ এই আক্ৰমণ জনিত যুদ্ধই সৃষ্টি কৰা ত্ৰাশ আৰু বিভীষিকাৰ উৎকট ৰূপে নিজৰ চকুৰে চাই আহিবৰ কাৰণে ভূপেন হাজৰিকাই ৰণাঙ্গনলৈকো গৈছিল — বমডিলালৈ। সেইদিনা ডিচেম্বৰ মাহৰ ২৫ তাৰিখ। হিম চেঁচা শীত নামিছে। তাতে নেফাৰ পৰ্বতীয়া অঞ্চল। "Central Committee of Defence আৰু Eastern Motion Pictures Association"ৰ হৈ অসম আৰু নেফা অঞ্চলৰ ৰাইজৰ মনোবলৰ বিষয়ে 'ডকুমেণ্টৰী' ছবি কৰিবলৈ অহা Film Unit ৰ অন্যতম সদস্য কলিকতাৰ আশুতোষ নাগ আৰু গামাপ্ৰসাদ আগৰৱালাই ৰণাঙ্গনত উপস্থিত হৈয়েই শীতৰ প্ৰকোপ সহ্য কৰিব নোৱাৰি চীনা দুবৃত্তহঁতে ভাঙি থৈ যোৱা ঘৰ এটাৰ কিছু অংশ পুনৰ ভাঙি আনি জুই ধৰি হাত সেকি ঠাণ্ডা গুছাবলৈ চেষ্টা কৰিছে। ড° হাজৰিকা আৰু

তেখেতৰ সহযাত্ৰী কেমেৰামেন বিজয় দেই কিন্তু জীপৰ ভিতৰতে বহি থাকিল। কাৰণ জুইৰ ওচৰ চাপিলে পুনৰ আঁতৰি আহিবৰ সময়ত ঠাণ্ডা বেচিকৈ লাগিব বুলিয়েই ভয় কৰিলে। তেতিয়া তেওঁলোক কামেং সীমান্তৰ চাকোত। নিশা আঠে টা বাজিছে।

ইতিমধ্যে এটি প্ৰেছ কনভয় সেই ঠাইত উপস্থিত হৈছেগৈ। ধ্বংস স্তুপৰ বিৱৰণী সংগ্ৰহ কৰিবলৈ তেওঁলোকে প্ৰয়াস কৰিছে। লাহে লাহে ৰাতি তেতিয়া পুৱাই আহিছে। 'আনন্দ বাজাৰ পত্ৰিকা'ৰ চিত্ৰ সাংবাদিক গণেশ সিংহও সেই দলৰেই এজন হৈ গৈছে। ড° ভূপেন হাজৰিকা আৰু তেওঁৰ লগৰীয়া সকলৰ জীপখনো ক্ৰমানুয়ে পাহাৰৰ ওপৰলৈ উঠি গৈ আছে— একা-বেঁকা পৰ্বতীয়া বাটেৰে কুঁৱলী ফালি ফালি। মাজে মাজে গাড়ী ঠেলিব লগাও হৈছে। ইতিমধ্যে তেওঁলোকে টেঙাভেলি পালেগৈ।

টেঙাভেলি - সামৰিক নগৰ। সমৰ সজ্জাৰে সুসজ্জিত চিৰ-চঞ্চল টেঙাভেলিত তেতিয়া বিৰাজ কৰিছে এক অভূতপূৰ্ব নীৰৱ-নিতাল মৰা পৰিবেশ। শত শত জোৱানৰ মৃতদেহ অ'ত ত'ত সিচৰিত হৈ পৰি আছে। কিছুমান মৃত জোৱানৰ মুখত শিলগুটি বালি আদিৰে ঢাকি ৰাখিছে। কিছুমানৰ মুখত আকৌ পেট্ৰোল ঢালি জুই জ্বলাই মুখবোৰ চিনিব নোৱাৰাকৈ চীনা দস্যুহঁতে সিহঁতৰ বৰ্বৰতাৰ সাক্ষী ৰাখি থৈ গৈছে। তাতে আকৌ কুকুৰ কিছুমানে মনৰ আনন্দেৰে মৃতদেহবোৰ কামুৰি কামুৰি খাই আছে - যিবোৰ কুকুৰ হয়তো সেই সকল মৃত জোৱানেই জীৱিত কালত মৰমতেই পুহি ৰাখিছিল। তাৰ পৰা আৰু অলপমান আগবাঢ়ি গৈ তেওঁলোকে দেখা পালে চীনা আগ্নেয় অস্ত্ৰৰ জুইৰ তাপত গলি গোট মাৰি থকা কিছুমান বাচন-বৰ্তন, ভঙা বটল, আধা জ্বলা টেমা, আধাপোৰা চিঠি-পত্ৰ আৰু ছিন্ন-ভিন্ন কাগজ পত্ৰবোৰ যেনিয়ে তেনিয়ে ছেদেলি ভেদেলি হৈ পৰি আছে। দৃশ্যবোৰ দেখি ড° হাজৰিকা আৰু তেওঁৰ লগৰীয়া সকলৰ অন্তৰত আপোনা আপুনি একুৰা প্ৰতিহিংসাৰ

জুই জ্বলি উঠিল। সেয়া আছিল চীনা দস্যুহঁতৰ বৰ্বৰতা আৰু অমানুষিকতাৰ উৎকট নিদৰ্শনহে। আৰু আমাৰ ভাৰতীয় জোৱান সকল? তেওঁলোকে জানো কেৱল মৃত্যু বৰণ কৰিবৰ বাবেহে সেই ঠাইত থিয় দিছিল গৈ? নিশ্চয় নহয়। অশেষ যুঁজ বাগৰ কৰি স্বদেশক ৰক্ষা কৰিবৰ বাবে আপ্ৰাণ প্ৰচেষ্টা চলাইছিল— চীনা দস্যুহঁতবো বহুতকেই হত্যাও কৰিছিল হয়তো ভাৰতীয় ৰণ কৌশল প্ৰয়োগ কৰিয়েই। কিন্তু ভাৰতীয় মৃত জোৱান বোৰৰ আশে পাশে কিন্তু চৌ এন লাইৰ জোৱানবোৰৰ এটা মৃতদেহো কিন্তু দেখা নেপালে হাজৰিকা আৰু তেখেতৰ লগৰীয়া সকলে। ইয়েই প্ৰমাণ কৰে যে চীনৰ সেয়া আছিল পূৰ্ব পৰিকল্পিত আঁচনিৰ সফল ৰূপায়ণ মাথোন। ইংৰাজীত থকা "All is fair in Love and war" বোলা কথাষাৰৰ দৰেই যুদ্ধক্ষেত্ৰত চীনাহঁতে নকৰিব লগীয়া সকলোবোৰেই কৰি বৰ্বৰতাৰ পৰিচয় ৰাখি থৈ গৈছিল।

তেতিয়া দিনৰ ১০–১০ মিনিট মান বাজিছে। ড° হাজৰিকাৰ দলটোৱে তেতিয়া ব'মডিলা পাইছেগৈ। তাত উপস্থিত হৈ দেখে মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহা আৰু তেতিয়াৰ ৰাজ্যপাল গৰাকীয়ে যুদ্ধবিধ্বস্ত গাঁওবোৰৰ জনজাতীয় লোক সকলক নানা ধৰণৰ সা সুবিধা দিয়াৰ চৰকাৰী আশ্বাস বাণী শুনাই কৈছে— "আমি আপোনালোকৰ পুনৰ্বসতি আৰু উন্নতিৰ বাবে সকলো ব্যৱস্থা কৰিম।" অৱশ্যে ইতিমধ্যে চৰকাৰী বেচৰকাৰী সকলোধৰণৰ পুণৰ্বাসনৰ কাম চলাই থকা ড° হাজৰিকা আৰু লগৰীয়া সকলে নিজ চকুৰে দেখা পাইছে। ব'মডিলাৰ আশে পাশে চলি থকা এই পুনৰ্বাসনৰ কাম চলাইছে নেফাৰ অসামৰিক বিষয়া কৰ্মচাৰী সকলে আকাশত উৰিছে ত্ৰিৰঙ্গ পতাকা। ভাৰতীয় জোৱান সকলে প্ৰাণটাকি যুঁজ কৰোঁতে স্বদেশৰ মাটিত চুমা খাই মৃত্যুক আকোৱালি লোৱা শ্বহীদ সকলে মৃত্যুৰ প্ৰাক্ মুহূৰ্ত্তত এৰি থৈ যোৱা কৃতিত্বৰ স্বাক্ষৰবোৰ দেখিলে স্বভাৱতেই কিছু গৌৰৱ অনুভৱ

একৰাকৈ থাকিব নোৱাৰি— সেয়া আছিল জোৱান সকলৰ স্বদেশ প্ৰেমৰ অমৰ নিদৰ্শন। মহামতি প্লেটোৱে— "Death in the battlefield is better than slavery" বুলি কোৱা মূল্যবান কথাষাৰেই হয়তো জোৱান সকলক হাঁহিমুখেৰেই মৃত্যু বৰণ কৰিবলৈ প্ৰেৰণা যোগায়। সেয়ে, মৰিও অমৰ হোৱা শ্বহীদ নামৰ আৰু বীৰবেশ ধাৰণ কৰা জোৱান সকল সেই বাবেইতো দেশবাসীৰ নমস্য আৰু গৌৰৱৰ স্থল। ঠিক তেনেকৈ ভাবিয়েই হয়তো ড° ভূপেন হাজৰিকাই আবেগিক কণ্ঠেৰে হঠাতে গাই উঠিল— ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাৰ "বিশ্ব বিজয়ী ন-জোৱান" বোলা গীতটি আৰু তাৰ পিছতেই গালে উৰ্দু ভাষাৰ শ্ৰেষ্ঠ গীতি কবি ইক্‌বালৰ সেই— "চাৰে জাহাচে আচ্ছা হিন্দুস্থান হমাৰা।" লগে লগে ৰাজ্যপাল আৰু মুখ্যমন্ত্ৰী চলিহাকে আদি কৰি তাত উপস্থিত থকা জনজাতীয় সকলেও হাজৰিকাদেৱৰ গীতৰ সুৰৰ লগত তাল মিলাই হাত চাপৰি বজালে। গীতিকবি ড° হাজৰিকাৰ ভাষাত— "গীত জীৱনত বহুত গালোঁ। সিহে আজি গীত গাই যেন পাবা বেলো উপলব্ধি .... .... আজিহে যেন গীত গোৱা সাৰ্থক হ'ল।"

সেই যুদ্ধ বিধ্বস্ত অঞ্চলত ড° ভূপেন হাজৰিকা আৰু লগৰীয়া সকলে বহুতো সাহসী আৰু ত্যাগী লোককো লগ পাই আহিছে। উভতি আহোঁতে তেওঁলোকৰ গাড়ীৰ তেল শেষ হৈ যোৱাত নেফাৰ কৰ্মচাৰী সকলেই ২০ ( বিশ ) লিটাৰ তেল দি সহায় কৰাৰ কথাও উল্লেখযোগ্য। ৰণাঙ্গণত শ্বহীদ হোৱা জোৱান সকলৰ তেনে করুণ দৃশ্য দেখি দৰদী শিল্পীৰ অন্তৰত বেদনাসিক্ত ভাৱৰাশি শিল্পী সুলভ সংগ্ৰামী চেতনালৈ ৰূপান্তৰিত হৈ পৰিছিল। এই বিষয়ে ড° হাজৰিকাই নিজেই কৈছে— "নি:কিন গীতিকাৰ হিচাবে মাথোঁ সৰল ভাষাৰ এটি গীত মোৰ বুকুৰ পৰা আপোনা আপুনি নিগৰি ওলাইছিল। হাতৰ ( Gloves ) হাতমোজা যোৰ খুলি লেখনি লৈছিলো—

"কত জোৱানৰ মৃত্যু হ'ল ?" হৃদয়ভৰা বেদনা সামৰিব নোৱাৰি ৰণবিধ্বস্ত ধ্বংসস্তুপবোৰৰ মাজতে বহি বহি ড° হাজৰিকাদেৱে লেখিছিল এই গীতটি। তাৰ পাছতেই তেওঁলোকৰ গাড়ী উভতি আগবাঢ়িল তেজপুৰৰ ফালে। পাছত তিনিদিনৰ বাটত গাড়ীতে বহি বহি হাজৰিকাদেৱে মনে মনে ভাবিবলৈ ধৰিলে— "আমাৰ জোৱানৰ মৃত্যু অপৰাজেয়। তেনে সুন্দৰ মৃত্যু পাব পৰা সৌভাগ্যবান মৃতক মই নহলো কিয় ?" এয়াই হ'ল সঁচা শিল্পীৰ নিভাঁজ দেশপ্ৰেমৰ সুন্দৰ নিদৰ্শন। ইয়াৰ মাজতেই প্ৰকাশ ড° হাজৰিকাৰ মাতৃৰ প্ৰতি থকা অসীম মোহ আৰু শ্ৰদ্ধা।

উল্লেখযোগ্য যে— ১৯৬২ চনত চীনে ভাৰতৰ সীমা লংঘন কৰি তেজপুৰলৈকে খেদি আগবাঢ়ি আহিছিল তেতিয়া ভূপেন হাজৰিকা আছিল কলিকতাত। হাজৰিকাদেৱৰ বৃদ্ধা অসুস্থ মাতৃ আছিল তেনো তেজপুৰত। সাধাৰণতে যুদ্ধ মানেই মৰণাস্ত্ৰৰ দ্বাৰা মানুহ মৰাৰ প্ৰতিযোগিতা মূলক এক অবাঞ্চনীয় ধ্বংস যজ্ঞৰ আয়োজন— অমৰত্ব-আকাংক্ষী মানৱ সন্তান সকলৰ মাজত সেয়াই হ'ল এক অকাল মৃত্যুৰ বিভীষিকা। সেয়ে অবাঞ্চনীয় এনে আসন্ন মৃত্যুৰ পৰা হাত সাৰিবলৈ তেজপুৰৰ মানুহবোৰে তেতিয়া যেনিয়ে তেনিয়ে পলাই আঁতৰি যাবলগীয়া হৈছিল। কিয়নো চীনৰ হাতৰ পৰা ভাৰতৰ উত্তৰ পূৰ্বাঞ্চল ৰক্ষা কৰাৰ কোনো উপায় নেদেখি তেতিয়াৰ ভাৰত চৰকাৰে পশ্চিম বংগৰ শিলিগুৰিতেই শত্ৰুসৈন্যক বাধা দিবৰ কাৰণে সকলোধৰণৰ ব্যৱস্থা কৰি প্ৰধানমন্ত্ৰী জৱাহৰলাল নেহেৰুৱে অসমবাসীৰ প্ৰতি দুঃখেৰে বিদায় বাণী শুনাই কৈছিল— "My heart bleeds for the people of Assam." সেইখিনি সময়তেই ডঃ হাজৰিকাই পশ্চিম বংগৰ পৰাই লেখিলে— "বুকু হম হম কৰে" "ৰণক্লান্ত নহওঁ" আৰু "তপ্ত তীখাৰে অগ্নি শক্তি / বজ্ৰ তীখা হৈ জ্বলে" আদি অগ্নিবৰ্ষী গীত। অকল ইমানেই নহয়-গীতবোৰ ৰচনা কৰিয়েই হাজৰিকাদেৱে ক্ষান্ত নেথাকি তেখেত

তেতিয়া লৱৰি আহিল অসমলৈ আৰু ভাৰতৰ প্ৰতিৰক্ষা পুঁজিৰ বাবে ক'লাৰত্ন ড° হাজৰিকাই লগৰীয়া কেইজনমান গোটাই লৈ ট্ৰাকত উঠি অসমৰ গাঁৱে গাঁৱে চহৰে-নগৰে ঘূৰি ফুৰি গীত গাই গাই ধন সংগ্ৰহ কৰিলে। ইয়াৰ মূলতে অকল ধন সংগ্ৰহ কৰাই তেখেতৰ উদ্দেশ্য নাছিল — দেশপ্ৰেমমূলক গীত গাই দেশবাসী আৰু ভাৰতীয় জোৱান সকলকো স্বদেশৰ হকে আত্মত্যাগ কৰিবৰ বাবে উৎসাহো যোগাইছিল সফলভাবেই। এনে মহৎ কাৰ্যত সহায় কৰিছিল গীতিকবি শিল্পী পাৰ্বতী প্ৰসাদ বৰুৱাকে আদি কৰি অন্যান্য কেইবাগৰাকী বৰেণ্য ব্যক্তিয়ে। উল্লেখযোগ্য যে হাজৰিকাদেৱে সেইখিনি সময়ত ৰচনা কৰা গীত সমূহৰ প্ৰায় প্ৰত্যেকটোতেই তেখেতৰ জন্মদায়িনী মাতৃ আৰু দেশমাতৃৰ মাজত থকা এক অভিন্ন ভাৱৰ উমান পোৱা যায়। ড° হাজৰিকা দেৱে লেখা এটি গীতৰ এঠাইত সেই কথাটো সুন্দৰকৈ এইদৰে উল্লেখ কৰিছে --

মোৰ দেশখন যদি আজি আই হৈ যায়
আৰু আয়ে যদি কান্দি কান্দি বাৰে বাৰে কয়
তই বাৰু মোৰ বাবে কি কৰিলি —
মই কম কি ?

সেয়ে তেখেতৰ স্বদেশানুৰাগৰ প্ৰবলতাও বিশেষভাবে মন কৰিব-লগীয়া। প্ৰকৃতাৰ্থত ভূপেন হাজৰিকাই গীত লেখে প্ৰাণৰ উচটনিতহে আৰু সেয়েই তেখেতৰ গীতবোৰত আৱেগ অনুভূতিৰ ব্যাপক প্ৰকাশেই তাৰ স্বাক্ষৰ বহন কৰে। এয়াও হাজৰিকাদেৱৰ এক বিশেষ বৈশিষ্ট্য। অৱশ্যে বিভিন্ন সময়ত কোনো কোনো নাটক নাইবা বোলছবিৰ চৰিত্ৰ সমূহৰ বাবেও গীত ৰচনা কৰে হাজৰিকাদেৱে। অৱশ্যে এনে ধৰণৰ গীত ৰচনাৰ ক্ষেত্ৰতো হাজৰিকাদেৱৰ শব্দচয়নৰ দক্ষতাজনিত সাফল্য আৰু মূল ভাৱ প্ৰকাশৰ ক্ষেত্ৰত থকা সৃজনীমূলক প্ৰতিভা আৰু মননশীলতাৰ কথাও

বিশেষভাবে মন কৰিবলগীয়া । কিন্তু ইও সঁচা যে বিভিন্ন চৰিত্ৰ সমূহৰ বাবে ৰচিত গীত সমূহৰ মাজতো গীতিকাৰ গৰাকীৰ স্বকীয় আবেগ অনুভূতি আৰু উপলব্ধি ,আংশিক ভাবে হলেও অন্তৰ্নিহিত হৈ থাকে । সেয়ে ড° ভূপেন হাজৰিকাৰ কল্পনাৰ আকাশত সঘনে হোৱা ঋতু পৰিবৰ্ত্তন আৰু ভাববৈচিত্ৰৰ সমাবেশৰ কথাও বিশেষ ভাবে এটি লক্ষ্যনীয় বিষয়— যাৰ ফলত তেখেতৰ সমগ্ৰ ৰচনাৱলীয়েই এক বৰ্ণাঢ্য ৰূপ ধাৰণ কৰিছে ।

১৯৬২ চনৰ জানুৱাৰী মাহতেই ড° হাজৰিকাদেৱে ৰচনা কৰা তেখেতৰ সেই মানৱদৰদী গীত— 'মানুহে মানুহৰ বাবে' আৰু 'অস্ত আকাশৰ ৰং' গীত দুটি ৰেকৰ্ডিং কৰে। তাৰ বাহিৰেও সেই বছৰৰে চেপ্তেম্বৰ মাহত পুণৰ "নতুন নাগিনী তুমি আৰু "আকাশী গঙ্গা বিচৰা নাই" গীত দুটি তেখেতে ৰেকৰ্ডিং কৰি শ্ৰোতা জনতালৈ আগবঢ়ায় । লগতে সেই বছৰৰ ডিচেম্বৰ মাহত জ্যোতিপ্ৰসাদৰ "বিশ্ব বিজয়ী ন-জোৱান" "লুইতৰ পাৰৰে আমি ডেকা ল'ৰা" দুয়োটি বিখ্যাত গীত নিজৰ কণ্ঠেৰে বাণীবদ্ধ কৰি গুৰুভক্তিৰ আদৰ্শ অধিক উজ্বল কৰি তোলাৰ লগতে গীত দুটিত অন্তৰ্নিহিত হৈ থকা দেশপ্ৰেমৰ প্ৰেৰণাদায়ক বাণীখিনিও আন্তৰিকতাৰে তাতে সুৰেৰে সজাই বিলাই দিলে দেশৰ জনসাধাৰণৰ মাজত । এয়াও হয়তো যোগ্য শিষ্যৰ একান্তিকতাৰে আগবঢ়োৱা গুৰু দক্ষিণাহে । অকল ইমানেই নহয়— চীন-ভাৰতৰ যুদ্ধৰ পটভূমিত ড° হাজৰিকাদেৱে ৰচনা কৰা পাঁচটা গীত সন্নিবিষ্ট কৰি 'সংগ্ৰাম লগ্নে আজি" নামকৰণেৰে এখনি গীতৰ সংকলন ১৯৬২ চনতে প্ৰকাশ কৰা হয় । পুথিখনিৰ পাতনিত ভূপেন হাজৰিকাই নিজেই লেখিছে – "আগৰ হিমালয় হিমালয় নাই, আগৰ চীন চীন নাই । মোৰ আইৰ গাত শেল হানিলে । এতিয়া গীত লেখি, গীত গাই কান্দিম, নে মোৰ গীতৰ শেল লৈ শত্ৰুৰ ওপৰত হিমালয় হৈ জপিয়াই পৰিম ? দুয়োটা ইচ্ছাকে পাঁচোটি

গীতে প্ৰকাশ কৰিছেনে নাইবা ?"

এনেতে ১৯৬৩ চনৰ এপ্ৰিল মাহত শিৱসাগৰ জিলাৰ নাজিৰাত অনুষ্ঠিত হৈছিল অসম সাহিত্য সভাৰ বাৰ্ষিক অধিবেশন। এই বৃহৎ অধিবেশনৰ সাংস্কৃতিক সন্মিলনীৰ সভাপতি হিচাবে গধুৰ দায়িত্ব পৰিছিল ডঃ ভূপেন হাজৰিকা-দেৱৰ ওপৰত। সাহিত্য সভাৰ এই ত্ৰিংশ অধিবেশনৰ সংস্কৃতিক সন্মিলনীৰ সভাপতি হিচাবেই কলা-সংস্কৃতিৰ মহাসাধক ডঃ ভূপেন হাজৰিকাই প্ৰস্তুত কৰিছিল এখনি মহামূল্যবান অভিভাষণ। আৰু "সুন্দৰৰ ন-দিগন্ত" শিৰোনামাৰে প্ৰস্তুত কৰা এই অভিভাষণৰ বক্তব্য আছিল এনেধৰণৰ "..... সুন্দৰৰ পৃথিবীৰ অতি সাধাৰণ বনুৱা এজন, জীৱন সংগ্ৰামৰ নিষ্ঠুৰ হেঁচাত পৰি সময়ৰ আগচুলিত ধৰি পৃথিবীৰ দিহিঙে দিপাঙে ধপলিয়াই ফুৰা অঘৰী, অশান্ত, কেতিয়াবা হঁহা, কেতিয়াবা ৰোহপতা, কেতিয়াবা কন্দা বনুৱা এজন" বুলি আত্মপৰিচয় দিয়া হাজৰিকাদেৱে নিজৰ এই শিল্পী জীৱনৰ সাধনা আৰু সংগ্ৰামৰ মাজেদি মানৱ সংস্কৃতিৰ মহা মহা সাগৰত মুকুতা বিচাৰি ফুৰাৰ নম্ৰ প্ৰয়াসৰ কথা উল্লেখ কৰাৰ পাচতেই পুনৰ আৰম্ভ কৰিলে তেখেতৰ মূল বক্তব্য — "প্ৰতি ধূলিকণাত বুৰঞ্জীৰ মুকুতা জিলিকা, এই শিৱসাগৰ জিলাৰ নাজিৰাত এয়া আমি কি কৰিছোঁহি ? .... আজি আমি নাজিৰা বোলা দিখৌপৰীয়া ঠাই এডুখৰিত থিয় দিছোঁ। কিছু মানস ৰাজ্যৰ কোনখিনিতনো আমি আছো ?

আমি থিয় দিছোঁ দুখন মানস ৰাজ্যৰ ঠিক সীমা ৰেখাত — সন্ধিস্থলত। এফালে আছে আমাৰ সহস্ৰ বছৰৰ অতীতটো আৰু আমাৰ আনফালে অনাগত সহস্ৰ বছৰৰ ভৱিষ্যতটো।" প্ৰসঙ্গক্ৰমে হাজৰিকাদেৱে অন্যান্য আলোচনাৰ লগতে উপৰোক্ত কথাষাৰৰ ব্যাখ্যা দাঙিধৰি লক্ষ্মীনাথ বেজবৰুৱাদেৱে লিখা "আমি অসমীয়া নহওঁ দুখীয়া বোলা কবিতাটোৰ বক্তব্যৰ লগত সুৰ

মিলাই ড: হাজৰিকাদেৱে তেখেতৰ অভিভাষণখনিত এনেদৰে ঘোষণা কৰি লেখিলে— "আমাৰ ভাৰতীয় শাস্ত্ৰৰ সৈতে সূত্ৰ থকা অথচ স্বকীয় ৰূপ পোৱা সুৰ আছে, মাতো আছে, মহাপুৰুষ শংকৰদেৱ আৰু তেওঁৰ শিষ্যবৰ্গই বৈজ্ঞানিক ভেটিত গণতান্ত্ৰিক কৰা সত্ৰৰ সংস্কৃতিও আছে-সেই সমূহৰ জটিল প্ৰকাশক জীৱন্ত কৰি তুলিব পৰা শিল্পী আজিও বাচি আছে— আমাৰ ফুলনিত স্বতঃস্ফূৰ্তভাৱে প্ৰস্ফুটিত হোৱা লোক সংস্কৃতিৰ সৰল অথচ সৰ্বজনীন প্ৰকাশো আছে, আমাৰ স্বকীয় স্থাপত্য আছে, আছিল; আমাৰ নৃত্য আছিল, আছেও; আমাৰ ভাওনা আছে, আমাৰ হেঙুল হাইতাল চৰোৱা অতি উন্নত চিত্ৰাঙ্কণ পদ্ধতিও আছিল, আছে; আমাৰ বস্ত্ৰত সপোন আঁকিব পৰা তাওঁতাৰ আঁব-কাপোৰ বৱ পৰা তাঁত শিল্পীও আছিল, আছে; আমাৰ ৰঙা মাটিৰ পৰা উদ্ভৱ হোৱা অতি সুন্দৰ কৃষ্টিও আছিল, আছে; আৰু সেই সৰল কৃষ্টি শ শ বছৰৰ সংস্কাৰৰ স্পৰ্শ পাই ৰূপান্তৰিত হোৱা মহান সংস্কৃতিও আছিল, আছে। আমাৰ সংস্কৃতিৰ ঢালেৰা মানিক-সুবৰ্ণ, মহামূলীয়া পোৱাল মণিৰে ভৰপূৰ হৈ আছিল, আছেও।"

সাহিত্য যেনেকৈ জাতিৰ দাপোন, সংস্কৃতিও তেনেকৈ জনজীৱনৰ এখনি নিমজ চিত্ৰ। "সহিতস্য ভাবঃ সাহিত্যম্" বুলি সাহিত্যৰ সংজ্ঞা ব্যৱহাৰ কৰাৰ দৰেই পণ্ডিতৰ Dewey এ সংস্কৃতিৰ সংজ্ঞা নিৰূপণ কৰি কৈছে- "Culture means atleast something cultivated, something ripened; it is opposed to the raw and crude."

'সংস্কৃতি' শব্দটো প্ৰকৃততে আন আন ভাষাৰ পৰাহে আমাৰ দেশীয় ভাষালৈ আহি আহিছে। লেটিন শব্দ 'Cultura'ৰ পৰাহে ইংৰাজী Culture শব্দৰ উদ্ভৱ হৈছে। কিন্তু কোনো কোনোৱে জাৰ্মান শব্দ Kultur ৰ পৰা ইংৰাজী Culture শব্দৰ উৎপত্তি হোৱা বুলি মত প্ৰকাশ কৰিছে। সেয়া যি কি নহওক

ইংৰাজী Culture শব্দৰ পৰা যে ভাৰতীয় শব্দ 'সংস্কৃতি'ৰ উদ্ভৱ হৈছে, ইয়াত দ্বিমত কাৰো নাই।

অৱশ্যে 'সংস্কৃতি' শব্দটোৰ উৎপত্তিৰ ক্ষেত্ৰত কিছু কিছু মত-পাৰ্থক্য দেখা যায়। "মিচিং সংস্কৃতিৰ আলেখ্য" নামৰ গ্ৰন্থত ভৃগুমুনি কাগয়ুং ডাঙৰীয়াই Culture শব্দৰ সমাৰ্থক স্বৰূপে 'সংস্কৃতি' শব্দটো সৰ্বপ্ৰথমে 'মাৰাঠী' ভাষাত ব্যৱহাৰ হোৱাৰ কথা উল্লেখ কৰিছে। শেৱালি কবি ৰত্নকান্ত বৰকাকতিদেৱে তেখেতৰ 'নিবন্ধমালা' গ্ৰন্থত উল্লেখ কৰিছে যে Culture ৰ সমাৰ্থক প্ৰতিশব্দ বঙলা ভাষাতহে প্ৰথমতে ব্যৱহাৰ কৰা হৈছিল। বৰকাকতি দেৱে উল্লেখ কৰা মতে স্বামী বিবেকানন্দই প্ৰথমতে 'কৃষ্' ধাতুৰ পৰা নিষ্পন্ন কৰি 'কৃষ্টি' শব্দ ব্যৱহাৰ কৰিছিল। তাৰ পাচত বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰে তেখেতৰ 'মানুষেৰ ধৰ্ম' নামৰ গ্ৰন্থত 'কৃষ্টি' শব্দৰ কিছু সমালোচনা কৰি অন্যান্য ব্যাখ্যাও দাঙি ধৰিছে। বঙ্কিমচন্দ্ৰ চট্টোপাধ্যায়দেৱে তেওঁৰ 'ধৰ্মতত্ত্ব' কিতাপত Culture মানে 'অনুশীলন' বুলি উল্লেখ কৰিছে। সেইদৰে "অসমীয়া ভাষাৰ মৌলিক বিচাৰ" নামৰ গ্ৰন্থত Culture শব্দৰ অৰ্থ "উৎকৰ্ষণা" বুলি উল্লেখ কৰা হৈছে। কিন্তু প্ৰাচ্য-ভাষাবিদ ড° সুনীতি কুমাৰ চট্টোপাধ্যায়দেৱে Culture ৰ সমাৰ্থক স্বৰূপে 'সংস্কৃতি' শব্দকেই গ্ৰহণ কৰিছে আৰু সেইদৰেই আমাৰ দেশৰ সকলোতে আজি সেই 'সংস্কৃতি' শব্দটোৰ ব্যাপক ভাৱে প্ৰচলন হব ধৰিছে।

'সংস্কৃতি' শব্দটোৰ ভাষাগত বিশ্লেষণ— কবি পণ্ডিত সকলে এনেদৰে দেখুৱাইছে— সং+কৃ+ক্তিন= সংস্কৃতি আৰু ইয়াৰ আভিধানিক অৰ্থই হ'ল সংশোধিত বা সংস্কাৰপ্ৰাপ্ত। "জন্মনা জায়তে শূদ্ৰ সংস্কাৰাৎ দ্বিজ উচ্যতে" বোলা কথাষাৰো ইমানতে উল্লেখ যোগ্য। বিশ্বনাৰায়ণ শাস্ত্ৰীদেৱে এঠাইত উল্লেখ কৰিছে— "একে প্ৰাকৃতিক নিয়মকে সংস্কাৰ কৰি একো একো দল মানুহে নিজৰ বাবে আৱশ্যকীয় বুলি ভবা কিছুমান কৃত্ৰিম বিধি-বিধান সৃষ্টি কৰি

সেইবোৰৰ মাজেদিয়েই জীৱন যাত্ৰা আৰম্ভ কৰিলে। অৰ্থাৎ যি বিলাক প্ৰকৃতিৰ প্ৰেৰণা থাকিলেও কেৱল প্ৰাকৃতিক নিয়মত হোৱা নাই, কিন্তু মানুহে নিজৰ শৰীৰ আৰু মনৰ বিকাশৰ বাবে, সমাজৰ কল্যাণৰ অৰ্থে সৃষ্টি কৰিছে, মানি লৈছে আৰু লগে লগে তাৰ বিকাশ সাধন কৰিছে, সেয়েই হল 'সংস্কৃতি।" শাস্ত্ৰী ডাঙৰীয়াই আকৌ কৈছে— "কৃষ্টি হ'ল এটা জাতিয়ে কৰা সকলো কামৰে সমষ্টি আৰু সংস্কৃতি হল এটা জাতিৰ চিন্তা, কল্পনা আৰু কামৰ শ্ৰেষ্ঠ অংশখিনি।"

সেইদৰে সাহিত্য আৰু সংস্কৃতিৰ মাজত থকা অবিচ্ছেদ্য সম্বন্ধৰ কথা উল্লেখ কৰি ডঃ হাজৰিকাইও লেখিছে—

"ভাষা যেনেকৈ কেইটিমান আখৰ নহয়,
সাহিত্য যেনেকৈ কেইটিমান বাক্য নহয়,
গৱেষণা যেনেকৈ সাঁচি পাতৰ ধূলি জোকাৰি চপোৱা কাৰ্যই নহয়,
সংস্কৃতিও তেনেকৈ কেইটিমান গীত আৰু নৃত্য নহয়।

সংস্কৃতি এটি জীৱন দৃষ্টি। এই জীৱন দৃষ্টি বা সংস্কৃতি নহলে সাহিত্যই কঢ়িয়াব কি? ৰবীন্দ্ৰ নাথ ঠাকুৰে কবিলৈ লেখিছিল—

"ওৰা তো সব পথেৰ মানুষ
তুমি পথেৰ ধাৰেৰ"

আজিৰ সঁচা আধুনিক গীতিকাৰেও ঠিক তেনেকৈ জীৱনৰ দাঁতিত থিয় হৈ চিৰ-প্ৰবাহমান সামূহিক বা ব্যক্তিগত মানৱ গতিক নিৰীক্ষণ কৰি গীতেৰে প্ৰকাশ কৰে।···সঁচা আধুনিক গীতি সৃষ্টিয়ে মানৱতাক বিশ্বাস কৰে। জনজীৱনৰ প্ৰতীকেৰে মানৱাত্মাক স্পৰ্শ কৰিব বিচাৰে।" সাহিত্য আৰু সংস্কৃতিৰ মাজত থকা নিবিড় সম্পৰ্কৰ কথা উল্লেখ কৰি আকৌ লেখিছে— "জীৱনটোনো কিমান পৰ? কেইটিমান মুহূৰ্ত, কেইটামান প্ৰহৰ ···· ····। কিন্তু কি বিশাল অনিঃশেষ সৌন্দৰ্যৰ মাজেৰে সেই মুহূৰ্ত, সেই প্ৰহৰ আহিছে ৰূপৰ মাজেৰে, মাধুৰ্যৰ মাজেৰে। সিহঁতে যেন চিৰস্মৰণীয় হ'বলৈ ক্ষুধাৰ

হাত পাতি আছে। সেই মুহূৰ্ত হয়তো আহেও শেষো হৈ যায়, কিন্তু মাধুৰ্য্যৰতো শেষ নাই। সেই মুহূৰ্তকে, নাট্যকাৰে নাটকেৰে, চিত্ৰকৰে তুলিকাৰে, গীতিকাৰে গীতেৰে, নৃত্যবিদে নৃত্যমুদ্ৰাৰে, কবিয়ে কবিতাৰে চিৰদিনৰ বাবে সৃষ্টিত বন্দী কৰি ৰাখে। সেয়েই হ'ল সংস্কৃতি। গতিকে সাহিত্য আৰু সংস্কৃতি বা কবিতা আৰু গীত জানো বৰ লগা ভগা নহয়?"

সেয়ে, মহামানৱ মহাত্মা গান্ধীয়েও এনেদৰেই সাহিত্য আৰু কলা-সংস্কৃতিৰ মূল উদ্দেশ্য ব্যাখ্যা কৰি কৈছে— "I Want art and Literature that can speak to the millions."

উপৰোক্ত ধৰণে বহুতো দিশৰ পৰা সাহিত্য-সংস্কৃতিৰ ওপৰত আলোকপাত কৰি গভীৰ আলোচনাৰ শেষত ডঃ হাজৰিকাদেৱে সেই কবি সন্মিলনীতে আবৃতি কৰি শুনাইছিল এটি স্বৰচিত কবিতা— "প্ৰচণ্ড ধুমুহাই প্ৰশ্ন কৰিলে মোক"। কবিতাটি আবৃতি কৰোতে ড° হাজৰিকাই সমগ্ৰ দৰ্শক শ্ৰোতাক তন্ময় কৰি তুলিছিল কবিতাটোৰ ভাবগম্ভীৰ আবৃত্তিৰ মোহনীয়া সুৰৰ ঝংকাৰত। কবিতাটিত হাজৰিকাদেৱে এনেদৰে উল্লেখ কৰিছে—

"মহাকাশে দিলে মোক বিশাল দৃষ্টি / আৰু ধুমুহাই প্ৰচণ্ড শক্তি
বজ্ৰই দিলে মোক উদাত্ত কণ্ঠ / আৰু দিলে সাহসৰ যুক্তি ।।
বজ্ৰৰ কণ্ঠেৰে / ধুমুহাৰ শক্তিৰে / গীত গাই কঁপাম দিগন্ত।
দানৱৰ সমাজতো গাম মানৱৰ গীত / কলিজাৰ সুৰসিক্ত ।।
মুমূৰ্ষু মানৱক / জীৱনৰ বিদ্যুত / কিঞ্চিতো যদি দিব পাৰোঁ।
আকাশ ধুমুহা আৰু বজ্ৰক / তাৰ বাবে শতবাৰ প্ৰণিপাত কৰোঁ।।"

১৯৬৩ চনত ভূপেন হাজৰিকাদেৱৰ অন্যান্য সৃষ্টি সমূহৰ ভিতৰত সৰ্বেশ্বৰ চক্ৰৱৰ্তীৰ দ্বাৰা পৰিচালিত "মনিৰাম দেৱান" কথাছবিৰ সংগীত ৰচনাও মন কৰিব লগীয়া। ছবিখনৰ সংগীত পৰিচালনাও কৰে ড° হাজৰিকাদেৱেই। তাৰ বাহিৰেও সেই বছৰতে বিহুৰ সময়ত ড° হাজৰিকাদেৱে কলিকতাৰ পৰা তেজপুৰলৈ উৰা-

জাহাজেৰে আহোঁতে আকাশী যানখনৰ ভিতৰতে বহি বহি লেখিবলৈ আৰম্ভ কৰিছিল— "আকাশী যানেৰে উৰণীয়া মনেৰে" বোলা গীতটি আৰু তেজপুৰলৈ আহি শ্ৰীদুৰ্গা গোস্বামীৰ ঘৰত গীতটিৰ বাকী অংশ লিখি সম্পূৰ্ণ কৰিছিল। তাৰোপৰি এই বছৰৰে বহাগ মাহতে লেখিলে— "শৈশৱতে ধেমালিতে" বোলা গীতটি। গীতটিয়ে হাজৰিকাদেৱৰ জীৱনৰ প্ৰেম আৰু বিৰহৰ আবেগজড়িত এখনি সংবেদনশীল চিত্ৰ অংকণ কৰা যেন লাগে। কিন্তু সেইবুলি বিৰহৰ বেদনাত হাহাকাৰ কৰি ডিঙিত চিপজৰী লৈ আত্মহত্যা কৰা বিধৰ ব্যক্তি ভূপেন হাজৰিকা নহয়। তাৰ বিপৰীতে জীয়াই থাকি এখনি নতুন সমাজ গঢ়াৰ মন লৈ দৃঢ় সংকল্প গ্ৰহণ কৰাহে দেখা যায়— য'ত সোণতকৈও মানুহৰ দাম অলপ হলেও বেছি আছে। তাকেই তেখেতে গীতৰ ভাষাৰে এইদৰে কৈছে—

"জীয়াই থাকি এখন সমাজ
গঢ়িবৰ মোৰ মন আছে
য'ত সোণতকৈও মানুহৰ দাম
অলপ হলেও বেছি আছে।"

মানৱতাবাদী ভূপেন হাজৰিকাৰ ক্ষেত্ৰত এয়াই এক স্বকীয়া বৈশিষ্ট। কিয়নো আশাবাদী ডঃ হাজৰিকাদেৱে মানুহৰ য'ত প্ৰকৃত মানৱীয় মূল্যবোধ থাকে তেনে এখনি সুন্দৰ সমাজ গঢ়াৰ সপোন লৈ নিত্য-নতুন উদ্যমেৰে তেখেতৰ কৰ্মময় জীৱনৰ বাটত সদায় বাট বুলিব লাগিছে। কাৰণ "সংঘাতে আনি দিয়ে জীৱনৰ নতুন তৰঙ্গ" বুলি কোৱাৰ দৰেই তেখেতেও সংঘাতৰ পৰাহে নিতৌ নতুন সৃষ্টিৰ প্ৰেৰণা আৰু উৎস বিচাৰি পোৱা যেন লাগে। গীতটিৰ মাজত অন্তৰ্নিহিত হৈ থকা নাৰী আৰু পুৰুষ চৰিত্ৰৰ দুখনি প্ৰতিচ্ছবি জিলিকি উঠিছে। পুৰুষৰ দৃঢ়সংকল্পবদ্ধ জীৱন সংগ্ৰামৰ মাজত থকা মহৎ লক্ষ্য আৰু নাৰীচৰিত্ৰত থকা ধন-সোণৰ প্ৰতি লালসা আৰু দুৰ্বলতাক স্পষ্ট কৰি দেখুৱাইছে হাজৰিকাদেৱে

আৰু মানুহকহে প্ৰকৃত মানুহ হিচাবে গণ্য কৰি পাৰ্থিৱ দ্ৰব্যৰ প্ৰতি নিৰাসক্ত হবৰ বাবে পৰোক্ষভাৱে আহ্বান জনাইছে। তাৰ বাহিৰেও তেখেতৰ "প্ৰথম নহয় দ্বিতীয় নহয়, তৃতীয় শ্ৰেণীৰ যাত্ৰী আমি" বোলা গীতটিৰ লগতে অন্যান্য পাঁচটা গীত ৩ খন ৰেকৰ্ডত বাণীবদ্ধ কৰি শ্ৰোতা জনতাক আমোদ দিয়াৰ চেষ্টা কৰিছে।

১৯৬৪ চনত শিৱসাগৰৰ ওচৰৰ দিচাংমুখৰ মিছিংসকলে ড° ভূপেন হাজৰিকাক এবাৰ আমন্ত্ৰণ কৰি নিছিল তেওঁলোকৰ অতি প্ৰিয় মিছিং কেবাং অনুষ্ঠানত যোগদান কৰিবৰ কাৰণে। মিছিং কেবাঙত আয়োজন কৰা মিছিং বিহুনৃত্য দেখি তাতেই হাজৰিকাদেৱে ৰচনা কৰিলে "বোলো মিছিং ডেকাটি" বোলা গীতটি আৰু সেই কেবাং থলিতে গীতটিত সুৰাৰূপ কৰি তেওঁ গাই শুনাইছিল দিচাংমুখৰ মিছিং ৰাইজক। হৃদয়ৰ সুৰ ঢালি গোৱা এই গীতটি আজিও সকলোৰে মাজত এটি প্ৰিয় গীত। সেই একে বছৰতে তেখেতে অন্যান্য কেইবাটাও সংগ্ৰামী গীত ৰচনা কৰিছিল। তাৰ ভিতৰত— 'আহ আহ ওলাই আহ সজাগ জনতা" গীত টোৱেই প্ৰধান। তাৰ বাহিৰেও সেই বছৰতে ১২ টা গীত ৪খন ৰেকৰ্ডত বাণীবদ্ধ কৰে। ইয়ানতে উল্লেখযোগ্য যে ১৯৬৪ চনৰ জানুৱাৰী মাহত প্ৰথম বাৰৰ বাবে এখন EP Record প্ৰকাশ কৰে আৰু তাৰ পিচত পুনৰ আগষ্ট মাহত আন এখন EP Record প্ৰকাশ কৰে সুৰ সুধাকৰ ভূপেন হাজৰিকাই। প্ৰতিখন ৰেকৰ্ডত ৪ টাকৈ গীত সন্নিবিষ্ট কৰা হৈছিল।

এনেতে ১৯৬৪ চনৰ ২৭ মেই বুধবাৰে হঠাতে শুনা গ'ল— জৱাহৰ নাই। ভাৰতৰ প্ৰধানমন্ত্ৰী পণ্ডিত জৱাহৰ লাল নেহেৰু এই ধৰাধামৰ পৰা চিৰদিনৰ বাবে বিদায় ললে। এই অবিশ্বাস্য সঁচা খবৰ পাই সমগ্ৰ দেশবাসীৰ লগতে অলপ হলেও বেচিকৈ আঘাত পালে ভূপেন হাজৰিকাই আৰু প্ৰায় কান্দি কান্দিয়েই লেখিলে—

"জেঠতৰে তেৰৰে বুধৰ দুপৰীয়া / তেৰশ এসত্তৰ চন।
বাতৰি আহিলে জৱাহৰ নাই / অবিশ্বাস কৰিবৰ মন ॥
সমসাময়িক সুখ-দুঃখৰ পৰিস্থিতিৰ লগত ভূপেন হাজৰিকাই একাত্মতা অনুভৱ কৰাৰ উদাহৰণৰ অভাৱ নাই। সঁচা শিল্পীৰ বাবে এইয়ে হ'ল সমাজ সচেতনতাৰ প্ৰকৃত লক্ষণ।

সেইদৰে ১৯৬৪ চনত — শিৱসাগৰ ব'ৰ্ডিং ফিল্ডত মুছলমান সমাজে আয়োজন কৰা ঈদ মেহফিললৈ ড° হাজৰিকাক এবাৰ নিমন্ত্ৰণ কৰি নিছিল আৰু হাজৰিকা দেৱে সেই অনুষ্ঠানত আন্ত-ৰিকতাৰেই যোগদান কৰিবলৈ গৈছিল। উল্লেখযোগ্য যে সেই মেহফিলতেই ড° হাজৰিকাদেৱে "ৰমজানৰে ৰোজা গ'ল" গীতটি ৰচনা কৰাৰ উপৰিও তাতেই সেই গীতটিত সুৰাৰূপ কৰি সমবেত ধৰ্মপ্ৰাণ ৰাইজৰ মাজত গীতটি পৰিবেশন কৰি অনুষ্ঠানটিক অতি আকৰ্ষণীয় আৰু গাম্ভীৰ্যপূৰ্ণ পৰিবেশৰ সৃষ্টি কৰি আহিছিল। যি কোনো পৰিবেশৰ লগত ৰজিতা খুৱাই অতি কম সময়ৰ ভিতৰতে গীত ৰচনা কৰি সেই গীতত সুৰ সঞ্চাৰ কৰিব পৰাটোও ভূপেন হাজৰিকাৰ এক বিশেষ বৈশিষ্ট্য। তেখেতৰ জীৱনত এনে উদাহৰণ অনেক আছে। এনে পাৰদৰ্শিতাৰ বাবে ভূপেন হাজৰিকাদেৱক এজন প্ৰত্যুৎপন্নমতিসম্পন্ন ব্যক্তি বুলিয়েই কব লাগিব। যি কোনো জটিল পৰিস্থিতিকো স্বকীয় ব্যক্তিত্বৰ দ্বাৰাই অতি সহজে আয়ত্বাধীন কৰিব পৰা বিশেষ ধৰণৰ গুণ সমূহেই তেখেতৰ মহানতাক অধিকতৰ উজ্বল কৰি তুলিছে — তেখেতৰ এই সৃষ্টিশীল শিল্পী জীৱনৰ প্ৰতি পদক্ষেপতেই। সেয়া তেওঁৰ বিশাল ব্যক্তিত্বৰ এটা উজ্বল দিশ।

সংস্কৃতিৰ ধ্বজাবাহী ড° ভূপেন হাজৰিকা পাহাৰ ভৈয়ামৰ মাজত সমন্বয়ৰ প্ৰতীক। পাহাৰ-ভৈয়ামৰ এনা জৰীডাল শকত কৰিবৰ বাবে তেখেতে অহৰহ চেষ্টা চলাই থকাৰ কথা কোনেও অস্বীকাৰ কৰিব নোৱাৰে। তাৰেই এক উজ্বল স্বাক্ষৰ হ'ল "প্ৰতিধ্বনি" বোলছবিখন।

১৯৬৪ চনতে নির্মাণ কৰা এই ছবিখন "কা স্বৰাতি" নামকৰণেৰে খাছী ভাষালৈ 'ডাব' কৰি দিয়াত ছবিখনে অধিক জনপ্রিয়তা অর্জন কৰাৰ লগতে ৰাষ্ট্রপতিৰ ৰূপৰ পদক লাভ কৰিবলৈকো সক্ষম হৈছিল। আনকি ১৯৬৪ চনত ফ্রান্সত অনুষ্ঠিত হোৱা আন্তর্জাতিক বোলছবি মহোৎসৱলৈকো ছবিখন আমন্ত্রিত হৈছিল। এয়াই হৈছে ড° হাজৰিকাদেৱৰ কর্মময় জীৱনত ঐকান্তিক সাধনাৰেই সুফল। উল্লেখ কৰিবলগীয়া যে এই ছবিখন নির্মাণ কৰিবৰ বাবে হাজৰিকাদেৱে গাঁও-ভূঁই, চহৰ-নগৰ সকলোতে গীত গাই গাই ধন সংগ্ৰহ কৰিবলগীয়া হৈছিল। ছবিখনৰ বাবে গীত সমূহৰ ৰচনা আৰু সংগীত পৰিচালনা কৰিছিল হাজৰিকাদেৱে নিজেই আৰু গীতত কণ্ঠদান কৰিছিল তালাদ মামুদ আৰু সুমন কল্যানপুৰে। "কহিমাৰে আধুনিকা ডালিমী" — গীতটোৰেই সমন্বয়ৰ বাতৰি বিলাই গীতটিৰ এঠাইত লেখিছে— "আমি দুয়ো পূর্ব ভাৰতীৰে / জীয়া প্রতীক সমন্বয়ৰ।"

কণ্ঠশিল্পী ড° ভূপেন হাজৰিকাই অকল গীতি-কবিতাৰ ৰচনা আৰু সংগীত সাধানাৰ মাজতেই নিজকে আবদ্ধ কৰি ৰখা নাই— অসমীয়া ভাষা-সাহিত্যৰ মন্দিৰলৈকো তেখেতৰ চিন্তা-চর্চাৰ পৰিধি সম্প্রসাৰিত হৈ আছে। ১৯৬৪ চনত গুৱাহাটীৰ "গতি প্রকাশে" ভূপেন হাজৰিকাৰ কেইটামান মূল্যবান গীত একেলগ কৰি "আগলি বাঁহৰে লাহৰি গগণা" নামৰ এখন গীতৰ সংকলন প্রকাশ কৰে। গীতি-সাহিত্যৰ ভঁৰালত ইও এক মূল্যবান অৱদান। ড° হাজৰিকাই গীত ৰচনা কৰাৰ উপৰিও গদ্য সাহিত্যৰ ক্ষেত্রতো আন্তৰিক প্রচেষ্টাৰে আগবঢ়োৱা অৱিহণাখিনিৰ বাবেও তেখেতে অসমীয়া সাহিত্যৰ পথাৰতো এডৰা উর্বৰা ভূমিৰ গৰাকী হৈ থাকিব। মন কৰিবলগীয়া যে — ১৯৬৪ চনতে দুখন অসমীয়া আলোচনীয়ে জন্মলাভ কৰিছিল ড° ভূপেন হাজৰিকাৰ হাতত— এখন হ'ল আর্ট জার্নেল— 'গতি' আৰু আনখন উচ্চ মানদণ্ডৰ অসমীয়া

মাহেকীয়া আলোচনী "আমাৰ প্ৰতিনিধি"। দুয়োখন আলোচনীৰেই সম্পাদক আছিল ড° হাজৰিকা নিজে। আৰ্ট জাৰ্নেল 'গতি' য়েই আছিল অসমত সৰ্বপ্ৰথম। ১৯৬৪ চনৰ পৰা ১৯৬৭ চনলৈকে চলি থকা এই আলোচনীখনে এক নতুন প্ৰতিশ্ৰুতিৰে অসমৰ সাহিত্যাকাশত ভুমুকি মাৰিছিল। অসমত চিত্ৰ নিৰ্মাণৰ বাবে ষ্টুডিও প্ৰতিষ্টানৰ ক্ষেত্ৰত এই আলোচনীখনে অসমত এক শক্তিশালী জনমত গঠনত সহায় কৰিছিল। ড° ভূপেন হাজৰিকা নিজেও এগৰাকী সুদক্ষ চিত্ৰশিল্পী। ছবি অঁকাত তেখেতৰ হাত পৰিষ্কাৰ। তেজপুৰত থকা সময়ৰ পৰাই তেখেতে ছবি অঁকাত মনোনিবেশ কৰিছিল যদিও এই ক্ষেত্ৰত ধাৰাবাহিকতা ৰক্ষা কৰা নাছিল। একান্ত নিষ্ঠাৰে একাধাৰে চৰ্চা নকৰাৰ বাবেই হয়তো তুলিকা আৰু চিত্ৰপটৰ লগত বিশেষ ঘনিষ্ঠতা গঢ়ি নুঠিল। শিল্পী সকলে সকলো-ধৰণৰ নন্দনশিল্পতেই হাত ফুৰাব বিচাৰে। বিশ্ব কবি ৰবীন্দ্ৰনাথ ঠাকুৰেও বহুতো ছবি আঁকিছিল তেখেতৰ জীৱনত আৰু কবিগুৰু ৰবি ঠাকুৰে ছবি আৰু গীতৰ বিষয়ে এনেদৰে কৈছিল— "ছবি জিনিসটা অৱনীৰ, গান জিনিসটা গগনেৰ। অসীম যেখানে সীমাৰ মধ্যে সেখানেই ছবি, অসীম যেখানে সীমাহীনতায় সেখানেই গান।" সেয়ে সসীমৰ মাজত অসীমৰ অনুসন্ধান কৰিবৰ বাবেই হয়তো ড° ভূপেন হাজৰিকাই চিত্ৰপটৰ বুকুত তুলিকা বোলাই দিয়াৰ প্ৰয়াস কৰিছিল— যেন সুৰ আৰু সংগীতেৰে প্ৰকাশ কৰিব নোৱাৰা কল্পনাশ্ৰয়ী ভাৱধাৰাখিনিকে ছবিৰে প্ৰকাশ কৰি পূৰ্ণতাৰ পৰিতৃপ্তি লাভ কৰিবলৈকে তেখেতে হয়তো এনেদৰে চিত্ৰৰ সহায় লৈছিল। কবি দুৰ্গেশ্বৰ শৰ্মাৰ এফাকি কবিতাতো ঠিক এইদৰে পোৱা যায়—

সদায় চকুৰে দেখা গছপাতটিও
ছবিটিত ভাল হৈ পৰে;
সদায় কানেৰে শুনা সৰু কথাটিও
গীত হলে প্ৰাণ টানি ধৰে।

মহামতি বেকন ( Becon ) এ কিন্তু এই কথাৰ সম্পূৰ্ণ বিপৰীত ধৰণেৰে মত পোষণ কৰি এই দৰে কয় - "The Last part of beauty is that which no picture can express."

অসমৰ জনসাধাৰণৰ মাজত অতিকৈ সমাদৰ লাভ কৰা বহুল প্ৰচাৰিত "আমাৰ প্ৰতিনিধি" সাহিত্য সংস্কৃতিৰ ক্ষেত্ৰত এখনি উচ্চস্তৰৰ আলোচনী আছিল। ডঃ হাজৰিকাদেৱৰ সম্পাদনাত সুদীৰ্ঘকাল ধৰি একেৰাহে চলি থকা এই আলোচনীখনে অসমৰ পাঠক সমাজৰ মাজত এক অভুতপূৰ্ব সাহিত্যিক পৰিবেশ সৃষ্টি কৰিছিল। ১৯৬৪ চনৰ পৰা ১৯৮০ চনলৈকে আলোচনীখন সগৌৰৱে আৰু জনপ্ৰিয়তাৰ আশীষ নিৰ্মালি লৈ চলি আছিল যদিও আৰ্থিক অনাটন আৰু সম্পাদক হাজৰিকাদেৱৰ বহুব্যস্ততাৰ কাৰণেই আলোচনীখন সম্প্ৰতি বন্ধ হৈ আছে। কিন্তু সুখৰ কথা যে ড° ভূপেন হাজৰিকাদেৱৰ সম্পাদনাতেই 'প্ৰতিধবনি' নামৰ আন এখন তিনি মহীয়া আলোচনীয়ে ১৯৮৩ চনৰ পৰা পুনৰ আত্মপ্ৰকাশ কৰিছে। এইখন আলোচনীৰ মানদণ্ড আৰু জনপ্ৰিয়তাও লেখত লবলগীয়া। আলোচনী সমূহৰ বাবে ড° হাজৰিকাদেৱে লেখা সম্পাদকীয় নিবন্ধ সমূহৰ লগতে প্ৰশ্নোত্তৰ সমূহো বিশেষ আকৰ্ষণীয় তথা গুৰুত্বপূৰ্ণ।

সু–সাহিত্যিক ভূপেন হাজৰিকাই গদ্য সাহিত্য চৰ্চাৰ ক্ষেত্ৰত নিজৰ বিষয়ে এইদৰে কয়— "সুন্দৰৰ পথাৰত খোজ কাঢ়ি, লৰৰি, কেতিয়াবা এন্ধাৰত ভয়াবহ বোকা গছকিছোঁ— কেতিয়াবা বাইজে কৃপাৰে যচা পদুমৰ সুঘ্ৰাণো সাৱটি লৈছোঁ। এই লৰৰাৰ বাটত মুহূৰ্তৰ সংঘাতে মোক কিঞ্চিত অভিজ্ঞতা দিছে। বিৰাট এই সুন্দৰৰ গতিৰে যাযাবৰী জীৱনত আগুৱাওঁতে মই নিজকে চিৰছাত্ৰ বুলিয়ে ভাবি লৈছোঁ, কেতিয়াবা সামূহিক সমস্যাৰ তথ্য বা বাতৰি পাই ৰাইজৰ সৈতে একেলগে কথা পতাৰ লোভ সামৰিব পৰা নাই। মাজে মাজে অসহায়তাত চিঞৰি ৰাইজক

গোচৰো দিছোঁ— কিজানিবা সহায় পাওঁ– সংগ্ৰামত । সেই বাবেই কেতিয়াবা কাপ হাতত লৈ বিভিন্ন কাৰণত বিভিন্ন সময়ত গদ্য লেখিছোঁ ।" আকৌ আন এঠাইত হাজৰিকাদেৱে কৈছে— "অশান্ত মনটোৱে ভাগৰ নলগায় । নতুন সুৰ বিচাৰি উচ-পিচাই থাকে । লেখা মই বেচি কৰিব পৰা নাই । কিন্তু চৌতে খৰ মাৰি সুবিধা কৰিব পাৰিলেই লেখিব খোজোঁ । অনুপ্ৰেৰণা লবলৈ আৰু অনুপ্ৰেৰণা বিলাবলৈ । আৰ্টে মানুহ মিলায় । আৰ্টে অহংকাৰ শুকায় ।" সাহিত্য চৰ্চ্চাৰ ক্ষেত্ৰত এয়াই হ'ল হাজৰিকাদেৱৰ মনৰ কথা । এটা কথাই ভূপেন হাজৰিকাৰ গীত আৰু গদ্যক পৃথক পৃথক কৰিছে আৰু সেয়ে তেখেতে কৈছে— "গীত লিখাহে মোৰ বৃত্তপথ আৰু মই গানেই গাব লাগিব, মোৰ মাধ্যমটোৱেই হ'ল গান ।"

১৯৬৫ চন। তেতিয়াৰ পূৰ্ব পাকিস্থানে স্বাধীনতা লাভ কৰিবলৈ পশ্চিম পাকিস্থানী চৰকাৰৰ বিৰোদ্ধে আন্দোলন আৰম্ভ কৰিলে । শেহান্তৰত পূৰ্ব পাকিস্থানৰ স্বাধীনতাক কেন্দ্ৰ কৰিয়েই ভাৰত চাৰকাৰে পূৰ্ব পাকিস্থানক সহায় কৰিবলৈ যাওঁতে পাকিস্থানৰ লগত যুদ্ধতো অৱতীৰ্ণ হবলগা হয় । তেতিয়া পাকিস্থানৰ ৰাষ্ট্ৰপতি আছিল আয়ুব খান আৰু শক্তিশালী নেতা আছিল জুলফিকৰ আলি ভুট্টো । ভুট্টো শেষত প্ৰধান মন্ত্ৰীও হৈছিল । দুয়োজন নেতাই দেশৰ জন-স্বাৰ্থৰ নীতি বিৰোধী কাৰ্যত লিপ্ত হৈছিল । কিন্তু ভাগ্যৰ পৰিহাসত ১৯৭৯ চনত নৰহত্যাৰ অপৰাধত (?) ভুট্টোক ফাঁচিও দিয়া হৈছিল । এই দুয়োজন নেতাৰ এনে কু-কৰ্মৰ বিষয়ে নিন্দা কৰি ১৯৬৫ চনত চলি থকা ভাৰত পাকিস্থান যুদ্ধৰ সময়তে নিৰ্ভীক সাহসী তথা স্পষ্টবাদী গীতিকাৰ ড° হাজৰিকাদেৱে লেখিলে— "অ আয়ুবখান আৰু ভুট্টোজান" বুলি এটি নিন্দাগীতি । তাৰ বাহিৰেও এই বছৰৰে বহাগ মাহতে লেখিলে— "মিঠা মিঠা বহাগৰ গীত এটিকে ৰচোঁ বুলি ভাবিলো" আৰু বছৰৰ আন আন সময়ত লেখিলে—

"যদি জীৱনে কান্দে নাই নাই বুলি" আৰু "শ্বিলঙৰ মনালিছা" আদি বিচিত্ৰ ধৰণৰ গীত। তাৰ বাহিৰেও সেই বছৰত আন বিশেষ উল্লেখযোগ্য একো ৰচনা বা সৃষ্টি কৰা নাছিল। বোধহয় ব্যক্তিগত জীৱনৰ কোনোবাখিনিত সৃষ্টি হোৱা কোনো এক সংঘাতৰ আঘাতত ভাবাক্ৰান্ত হৈ হঠাতে "নাই নাই" বুলি হাহাকাৰ কৰি কান্দি উঠিছিল কলাৰত্ন ড° হাজৰিকাদেৱৰ মন-প্ৰাণ। কিন্তু "সাগৰতে মাৰ যায় ঢৌ সাগৰৰ" বুলি কোৱাৰ দৰেই তেখেতৰ ব্যথিত হৃদয়ত উথলি উঠা কান্দোনখিনি হৃদয়ৰ এচুকত সযত্নে সামৰি থৈ হাঁহিখিনিকে বিলাই দি মহানতাৰ পৰিচয় দিবলৈ প্ৰয়াস কৰিলে আৰু সেয়েই হয়তো পুণৰ লেখিলে—

"যিমানে বিলাই দিবা
সিমানে মহান হবা
তাৰে নাম সঁচা উদাৰতা"

সেইদৰেই তেখেতৰ যাযাবৰী জীৱনৰ কিঞ্চিত বিদ্যুৎ ব্যথিত আৰু মুমূৰ্ষু মানৱৰ মাজত ছটিয়াই দিয়াৰ হাবিয়াস লৈ ধৰাৰ গন্ধৰ্ব ভূপেন হাজৰিকাই একান্ত মনেৰে আগবাঢ়ি থাকিল সুন্দৰৰ নতুন দিগন্তলৈ .... .... .... ।

—★★—

# নৱম অধ্যায়

## ১৯৬৬ চনৰ পৰা ১৯৭০ চনলৈ

সংস্কৃতিৰ নন্দন কাননত বৈচিত্ৰতাৰে মহিমামণ্ডিত যাযাবৰী শিল্পী জীৱনৰ কাব্যময় ইতিকথাৰ মাজত কলাৰত্ন ড° ভূপেন হাজৰিকাৰ সমাজ সচেতনতাই হৈছে এটি সুবিস্তৃত অধ্যায়। এই ক্ষেত্ৰত ড° হাজৰিকাদেৱে নিজেই কৈছে— 'সমাজ সচেতনতা লৈয়েই মই জন্ম গ্ৰহণ কৰিছোঁ। সেই সমাজ সচেতনতা লৈয়েই মই সৃষ্টি কৰি যাম আৰু সমাজ সচেতনতা লৈয়েই মই চকু মুদিম।" এয়াই হৈছে কলাৰত্ন ড° ভূপেন হাজৰিকাৰ সৃষ্টি-শীল শিল্পী জীৱনৰ ধ্যান-ধাৰণা আৰু অমোঘ মন্ত্ৰৰ দৰে উচ্চাৰিত প্ৰতিশ্ৰুতি। মন কৰিবলগীয়া যে ড° হাজৰিকাদেৱৰ সমাজ সচেতনতাৰ অন্তৰালত কোনো ধৰণৰ ব্যক্তিগত উচ্চাকাংক্ষা নাই। আছে মাথোঁ কৃষ্টিৰ পুৰণি পথাৰত নতুনত্ব প্ৰতিষ্ঠাৰ প্ৰতিশ্ৰুতি; সমাজ, দেশ আৰু জাতিক প্ৰগতিৰ পথত আগুৱাই নিয়াৰ দৃঢ় সংকল্প আৰু মানৱ সমাজৰ মাজত শান্তি আৰু সংহতি প্ৰতিষ্ঠা কৰাৰ অনন্তকালীন আবেদন। তেখেতৰ সমাজ সচেতনতাৰে বিধৌত সংগীত কলা, সাহিত্য, বক্তব্য আৰু সংস্কৃতিৰ সংকৰ্ষণজনিত দূৰদৰ্শী চিন্তা-চৰ্চ্চাৰ মাজেদি সেয়া সুন্দৰকৈ প্ৰকাশ পাইছে। ড° হাজৰিকাদেৱৰ ভাষাৰে— "সচেতনতা হ'ল ঈন্ধন। জাগৰণ হ'ল একপ্ৰকাৰ অগনি, যি অগনিয়ে দুষ্কৃতিক পুৰি ন-পজালি গজাত সহায় কৰে।"

১৯৬৬ চন। ভূপেন হাজৰিকা গৈছিল লক্ষীমপুৰলৈ— "মিৰি জীয়ৰী" কথাছবিৰ বাবে তথ্যৰ সন্ধানত। সেই সময় খিনি আছিল— অসমত বিধান সভাৰ নিৰ্বাচনৰ বাবে পূৰ্ব প্ৰস্তুতিৰ সময়। তেতিয়া লক্ষীমপুৰৰ ডেকা-গাভৰু আৰু সৰ্বসাধাৰণ ৰাইজে ভূপেন হাজৰিকাক হঠাতে তেওঁলোকৰ মাজত দেখা পাই সকলোৱেই স্বতঃস্ফূৰ্তভাৱে একেমুখে দাবী জনালে যে-হাজৰিকাদেৱে নিৰ্বাচনত অংশ গ্ৰহণ কৰিব লাগে। সংস্কৃতিৰ সঁচা বনুৱা হিচাবে ভূপেন হাজৰিকাৰ ক্ষেত্ৰত সেয়া আছিল এক অভাৱনীয় দাবী। ৰাইজৰ এনে দাবীত হাজৰিকা সচাঁকৈয়ে স্তম্ভিত হ'ল। সেইবাৰ ৰাইজৰ সেই দাবীৰ প্ৰতি তেখেতে কোনো সহাঁৰি নজনালে। এনেকি কোনো বিশেষ মন্তব্য নকৰাকৈয়ে তেখেত গুৱাহাটীলৈ উভতি আহিল।

১৯৬৬ চনৰ লক্ষ্মী পূৰ্ণিমাৰ আগ দিনাৰ কথা। ভূপেন হাজৰিকা গৈছিল নলবাৰীলৈ— সংগীত সন্মিলনত গীত গাবৰ বাবে। গীত গাই গভীৰ নিশা টেক্সীৰে গুৱাহাটীলৈ উভতি আহোঁতে তেওঁলোক সাতজন মানুহ একেলগে আহিছিল। আহি থাকোঁতে গুৱাহাটী আৰু নলবাৰীৰ মাজৰ কোনো এক নিৰ্জন ঠাইত তেওঁলোকে হঠাত দেখা পালে মানুহৰ দৰে কিবা এটা বস্তুৱে তেওঁলোকৰ গাড়ীৰ হেডলাইটৰ সন্মুখত মুখখন বহলকৈ মেলি চিঞৰি দিছে। গাড়ীৰ লাইটৰ পোহৰত তেওঁলোক সকলোৱেই দেখা পালে সেই অস্বাভাৱিক মুখখনৰ মাজ ভাগত এটা ডাঙৰ সুৰঙ্গ। গাড়ী চালকে অতি সাহসেৰেই তীব্ৰ গতিৰে গাড়ীখন চলাই আগুৱাই যাব ধৰিলে। কিছুদূৰ আগবাঢ়ি যোৱাৰ পাচতেই ভূপেন হাজৰিকাই গাড়ীখন ৰাখিবলৈ কলে— বিস্ময়াভিভূত মনৰ সন্দেহ গুচাবলৈ। গাড়ী ঘূৰাই পুণৰ সেই ঠাইলৈকে উভতি গৈ চাৰিওফালে চকু ফুৰাই চাই একোকে কিন্তু দেখা নেপালে— দেখা পালে মাথোঁ বাটৰ দাঁতিত চাৰিওফালে কেৱল বিলৰ পানী। দোকমোকালিতে গুৱাহাটী

পাই সেইদিনাই অৰ্থাৎ লক্ষ্মী পূণিমাৰ দিনা ভূপেন হাজৰিকাই তেখেতৰ অতি সুস্থ দেউতাকৰ ভৰি চুই আশীৰ্বাদ লৈ ল'টিঘটি' কথাছবি খনৰ আবহ সংগীতৰ কামত জয়ন্ত হাজৰিকাক লগত লৈ কলিকতালৈ উৰা মাৰিলে। কিন্তু দুৰ্ভাগ্যবশতঃ সেই লক্ষ্মী পূণিমাৰ দিনা নিশা ফোনৰ যোগেদি ভূপেন হাজৰিকাই জানিব পাৰিলে যে পিতৃ নীলকান্ত হাজৰিকাই তেখেতৰ অতি চেনেহৰ বৰ মইনা, ভূপেন হাজৰিকাক বিশ্ববাসীৰ হাতত গতাই দি হঠাতে শেষ নিশ্বাস ত্যাগ কৰি এই ধৰাধামৰ পৰা চিৰদিনৰ বাবে বিদায় ললে। উল্লেখযোগ্য যে-মৃত্যুৰ আগদিনা দেউতাকে ভূপেন হাজৰিকাক কাষলৈ মাতি নি মাত্ৰ এটা কথা কৈছিল— "তই সম্পাদকলৈ চিঠি হৈয়েই থাকিবি নেকি ? বিধান সভাৰ মজিয়ালৈ যাব লাগে, গৈ তাত দৃষ্টি আকষণ কৰিলেহে সি আইন হব, বিধান হব। বাহিৰৰ পৰা চিঞৰিলে কি হব ?" পিতৃ নীলকান্ত হাজৰিকাৰ এয়াই আছিল শেষ ইচ্ছা আৰু এই কথাখিনি শুনাৰ লগে লগে ভূপেন হাজৰিকাৰ মনত পৰিছিল লক্ষীমপুৰীয়া ৰাইজৰ কথা।

স্বৰ্গীয় নীলকান্ত হাজৰিকাদেৱৰ শ্ৰাদ্ধলৈ আহিল কলাগুৰু বিষ্ণুৰাভাকে আদি কৰি বিভিন্ন স্তৰৰ জ্ঞানী-গুণী ব্যক্তিসকল। শ্ৰাদ্ধলৈ অহা সকলৰ বহুতেই বহু ধৰণৰ আলোচনা কৰাৰ লগতে নিৰ্বাচনত ভূপেন হাজৰিকাক প্ৰাৰ্থী হিচাবে থিয় কৰাৰ কথাও আলোচনা চলালে। বিষ্ণুৰাভাই সেই কথাত গুৰুত্ব সহকাৰে কলে— "আমি কিছুমান আৰ্টিষ্ট যাব লাগে। নহঁতো উঠিমেই তেজপুৰৰ পৰা।" তাৰে আন এজনে পোনে পোনেই ভূপেন হাজৰিকাক কলে— "আপুনি এইবাৰ নিৰ্বাচনত উঠক আৰু আপুনি নাওবৈচা সমষ্টিৰ পৰা উঠিব লাগিব— সমষ্টিটো খালি আছে।" ঠিক তেনেকৈয়ে শ্ৰাদ্ধলৈ আহি ৰাজনীতিৰ মুখৰোচক আলোচনাতেই

ব্যস্ত হোৱা দেখা গ'ল বহুতকেই। অথচ তেতিয়ালৈকে ভূপেন হাজৰিকাই তেনেধৰণৰ কোনো কথাই ভাবিব পৰা নাছিল নাইবা কোনো স্থিৰ সিদ্ধান্ততো উপণীত হব পৰা নাছিল। ইফালে ইয়াৰ পূৰ্বে নাওবৈচালৈ ভূপেন হাজৰিকা কেতিয়াও গৈও পোৱা নাই। সেই অঞ্চলৰ মানুহকো তেওঁ চিনি নেপায়। নাওবৈচা অঞ্চলৰ ৰাইজেও হয়তো ভূপেন হাজৰিকাক তেতিয়ালৈকে ভালকৈ জানিব পৰা নাছিল।

তাৰ পাচত দ্বিতীয়বাৰ যেতিয়া ড° হাজৰিকা লক্ষীমপুৰলৈ যায়— তেতিয়া হেজাৰ হেজাৰ ডেকা-গাভৰুৱে মিলিত ভাৱে তেওঁৰ ওচৰত সেই একেটা দাবীকে জনালে— "নিৰ্বাচনত আপুনি উঠিবই লাগিব।" ৰাইজৰ এনে অকুণ্ঠ আহ্বান শুনি হাজৰিকাদেৱৰ মনত নানান ধৰণৰ ক্ৰিয়া প্ৰতিক্ৰিয়াৰ সৃষ্টি হ'ল। ৰাইজৰ প্ৰবল দাবী উপেক্ষা কৰিব নোৱাৰি শেষ পৰ্যন্ত পাঁচটা বছৰৰ বাবে ৰাজনীতিৰ পথাৰতে নিজৰ মনটোক খেকেচা মাৰি থবলৈ সিদ্ধান্ত গ্ৰহণ কৰিবলৈ তেওঁ বাধ্য হ'ল। জ্ঞানপিপাসু ড° ভূপেন হাজৰিকাৰ ভাষাত— "ঠিক আছে, চাওঁচোন পাঁচটা বছৰ। কেনেকৈনো চৰকাৰটো চলে। মোৰ জ্ঞানত আৰু এপ্ৰপ যোগ হব।" তাৰ বাহিৰেও সেই অঞ্চলৰ অনা-অসমীয়া এচ, ডি, ও (I. A. S.) গৰাকীয়েও তেখেতক কলে— "দাদা খেলিয়েনা। নাটক বহুত খেলে হ্যায়। আপ নমিনেচন্ পেপাৰ দিজিয়েনা, উচকো বাদ ফিৰ উইড্ৰ' কৰ লিজিয়ে।" বহুতৰ পৰাই সেই একেধৰণৰ কথা শুনি শুনি বহুতো কথা ভাবি চিন্তি লৈ শেষত ড° হাজৰিকাই লক্ষীমপুৰ Court লৈ গৈ মনোনয়ন পত্ৰত চহী কৰি দিলে। তেখেতে ভাবিছিল যে ৰাইজৰ দাবীত চহী কৰিলেও মনোনয়ন পত্ৰ প্ৰত্যাহাৰ কৰাৰ দিনা ৰাইজে গম নোপোৱাকৈয়ে মনে মনে গৈ সেই মনোনয়ন পত্ৰ প্ৰত্যাহাৰ কৰিব। ইফালে তাৰ পিচদিনাই

Statesmen কাকতৰ প্ৰথম পৃষ্ঠাতেই ভূপেন হাজৰিকাই ৰাজনীতিত নামি নিৰ্বাচন খেলিব বুলি ডাঙৰকৈয়ে খবৰ ছপাই ৰাইজনজনাই পেলালে। পিচে মনোনয়ন পত্ৰ প্ৰত্যাহাৰৰ বাবে চৰকাৰে নিৰ্দ্ধাৰণ কৰি দিয়া তাৰিখৰ দিনা মনোনয়ন পত্ৰ প্ৰত্যাহাৰ কৰিবৰ বাবে কলাকোঁৱৰ ড° হাজৰিকাদেৱো ওলাই আহিছিল। কিন্তু নিৰ্দ্দিষ্ট ঠাইলৈ গৈ দেখে যে হেজাৰ হেজাৰ যুৱক-যুৱতীয়ে আৰু লগতে সৰ্বসাধাৰণ ৰাইজে ক'ৰ্টলৈ সোমাই যোৱা বাটতেই তেখেতক আগভেটা দিবৰ বাবে বাধাৰ প্ৰাচীৰ তৈয়াৰ কৰি ৰাখিছে। প্ৰত্যেকৰেই মুখত একেই দাবী— "আপুনি নিৰ্বাচনত উঠিবই লাগিব। মনোনয়ন পত্ৰ প্ৰত্যাহাৰ কৰিব নোৱাৰে।" ৰাইজৰ দাবীত সৈমান হৈ ড° হাজৰিকা সেইদিনা উভতি আহিল। এই খিনিতে এটা কথা মন কৰিবলগীয়া যে বহুতেই কলাৰত্ন ড° ভূপেন হাজৰিকাক এজন তথাকথিত চি, পি, এম দলৰ সমৰ্থক বুলিহে অনুমান কৰে। সেই হিচাবে তেখেতে চি, পি, এম দলৰ লেবেল লগাই, দলীয় মতাদৰ্শৰ দোহাই দি নিৰ্বাচনী জখলাৰে বিধান সভাৰ মুখৰোচক মঞ্চলৈ আগবাঢ়ি যাব লাগিছিল। কিন্তু ড° হাজৰিকাদেৱে প্ৰাৰ্থীত্ব গ্ৰহণ কৰিলে নিৰ্দলীয় হিচাবেহে। কিয়নো ৰাজনীতিৰ ক্ষেত্ৰত ভূপেন হাজৰিকা কিন্তু চি, পি, এম দলৰ সদস্য নাইবা সমৰ্থকো নহয়, সমাজ সচেতন ভূপেন হাজৰিকা প্ৰকৃততে মহামনীষী কাৰ্লমাৰ্ক্সৰ মহান আদৰ্শ আৰু মাৰ্ক্সীয় দৰ্শনৰ প্ৰতিহে বিশ্বাসী আৰু শ্ৰদ্ধাশীল এগৰাকী সংগ্ৰামী শিল্পীহে। সেয়েহে ভূপেন হাজৰিকাৰ ৰাজনীতিৰ ক্ষেত্ৰতো এক নতুন আদৰ্শৰ উদাহৰণ বিচাৰি পোৱা যায়। কাৰণ ইয়াৰ দ্বাৰাই ৰাজনীতিৰ ক্ষেত্ৰত চি, পি, এম দলৰ মতাদৰ্শ আৰু মাৰ্ক্সীয় দৰ্শনৰ মাজত বহল ব্যৱধান থকাৰ কথাটোহে স্পষ্টকৈ প্ৰকাশ পাইছে।

তাৰ পাচত ভূপেন হাজৰিকা গ'ল নাওবৈচালৈ। বিৰাট

জনসভাত ভাষণ দি তেখেতে কলে— "যদি মই হাৰি যাওঁ, তেতিয়া মই কম–ৰাইজে মোক নুবুজিলে। আৰু যদি মই জিকি যাওঁ, তেন্তে মই কম মই মন্ত্ৰী হবলৈ নেযাওঁ। মই ৰাইজৰ সুখ-দুখখিনি বিৰোধী পক্ষৰ পৰা ভূপেন হাজৰিকা হিচাবে চৰকাৰক কমঁগে। কাৰণ মই দলীয় ৰাজনীতিৰ ভৃত্য নহওঁ। কিমানখিনি আনি দিব পাৰো কব নোৱাৰো। কাৰণ মই ক্ষমতাৰ আসনত নেথাকোঁ।"

নিৰ্বাচন হ'ল আৰু বহু সংখ্যক ভোটৰ ব্যৱধানত জয়ী হ'ল ভূপেন হাজৰিকা। পাঁচ বছৰৰ বাবে অসম বিধান সভাৰ তেখেত সদস্য হ'ল সঁচা— কিন্তু হাজৰিকাদেৱৰ প্ৰকৃত ৰাজনীতিয়েই হ'ল মানুহে মানুহৰ বাবে, কলা সংস্কৃতিৰ বাবে— কেৱল আলি-পদূলি আৰু গাদী-পদবীৰ বাবে নহয়। ড° হাজৰিকাদেৱে নিজেই এঠাইত কৈছে— "মানুহে মানুহৰ বাবে / যদিহে অকণো নেভাৱে / ভাবিব কোনেনো কোৱা ? মোৰো ৰাজনীতি আছে সেয়ে········।" সেই বাবেই হয়তো সেই পাঁচটা বছৰৰ ভিতৰত তেখেতৰ মূল লক্ষ্য আছিল— অসমত এটা পূৰ্ণ পৰ্যায়ৰ ফিল্ম ষ্টুডিঅ' নিৰ্মাণ আৰু অসম্পূৰ্ণ হৈ থকা গুৱাহাটীৰ ৰবীন্দ্ৰ ভৱনটো সম্পূৰ্ণ কৰা। যোল্ল লাখ টকাৰে নিৰ্মিয়মান সেই ৰবীন্দ্ৰ ভৱনটো যোল্ল বছৰমান পাৰ হৈ যোৱাৰ পাচতো সম্পূৰ্ণ হৈ উঠা নাছিল। সেয়ে, হাজৰিকাদেৱৰ উদ্যোগতে বিধান সভাৰ মজিয়াত নানান চিঞৰ-বাখৰ কৰি ৰবীন্দ্ৰ ভৱনৰ অসম্পূৰ্ণখিনি সম্পূৰ্ণ কৰাৰ দিহা কৰা হৈছিল। এনেতে আগবাঢ়ি আহিল ভ্ৰাম্যমান নাট্যজগতৰ এগৰাকী সাহসী শিল্পী-সেনা অচ্যুত লহকৰ। পৰামৰ্শ ললে বিধায়ক শিল্পী ড° ভূপেন হাজৰিকাৰ পৰা। উদ্দেশ্য আছিল মহৎ আৰু সেয়ে হাজৰিকাদেৱৰ লগত হোৱা আলোচনা আৰু পৰামৰ্শমতেই জন্মলাভ কৰিলে ভ্ৰাম্যমান থিয়েটাৰ— নটৰাজে। সেয়া আছিল অসমৰ নাট্য সমাজ আৰু

অভিনয়ৰ জগতত এক নতুন আবিষ্কাৰ। তাৰ বাবে গৌৰৱান্বিত হ'ল ভূপেন হাজৰিকা নিজেই আৰু সেয়েইতো— তেখেতে বংগৰ বিখ্যাত অভিনেতা শম্ভু মিত্র আৰু উৎপল দত্তক অসমলৈ মাতি আনি অসমীয়া থিয়েটাৰ দেখুৱালেহি। নটৰাজ থিয়েটাৰৰ অভিনয় আৰু কলা-কৌশল সমূহ চাই তেওঁলোকে ভূয়সী প্ৰশংসা কৰিলে অসমৰ কলা-সংস্কৃতিক, শলাগ ললে উদ্যোক্তা সকলৰ সফল প্ৰচেষ্টাৰ বাবে। আনকি বংগৰ সেই আমন্ত্ৰিত সকলে ভাৰতত্যে এনে উদাহৰণ বিৰল বুলি মন্তব্য কৰি গৈছিল। এইবোৰ কৰাৰ বাহিৰেও বিধায়ক ভূপেন হাজৰিকাই চৰকাৰৰ ওচৰত আন এটা দাবী জনাইছিল প্ৰবল ভাবেই আৰু সেয়া হ'ল অসমত এটি Commercial Art Gallery নিৰ্মাণৰ দাবী। অৱশ্যে বহুতো প্ৰচেষ্টাৰ ফল স্বৰূপে ৰবীন্দ্ৰ ভৱনৰ এটা অংশত তেনে এটি Art gallery নিৰ্মাণ কৰা হ'ল— কিন্তু সেয়া নিশ্চয় সন্তোষজনক বুলি কব নোৱাৰি। আৰু নাওবৈচা সমষ্টিত? নাওবৈচা সমষ্টিৰো কিছু কিছু অভাৱ পূৰণ কৰিলে বিধায়ক ভূপেন হাজৰিকাই। বহুতো কিবা কৰিব নোৱাৰিলেও গাদী পাইয়েই সকলো প্ৰতিশ্ৰুতি পাহৰি যোৱা বিধব বিধায়ক নহয় কাৰণেই নাওবৈচা সমষ্টিৰ ৰাইজেও শলাগ ললে ভূপেন হাজৰিকাৰ কৰ্মপন্থাৰ।

পাঁচটা বছৰৰ মূৰত বিধান সভাৰ পৰা বিদায় লৈ আহিবৰ সময়ত ভাষণ দি হাজৰিকাদেৱে কৈছিল "There is nothing honourable about the honourable members, there is nothing august about the august house and parliamentary system in a country where there are lot of people who are unliterate, it is nothing but a delaying technique for getting what about the people needs." ( অৰ্থাৎ অশিক্ষিত সাধাৰণ ৰাইজে বিচৰাখিনিক

পলম কৰিব পৰা বিধান সভাখন হ'ল এবিধ মুখৰ খেল আৰু আমি বিধায়ক সকলো শ্ৰদ্ধেয় নহয়।) এইখিনিতে Disraeli এ কোৱা এষাৰ কথা উল্লেখ কৰিব পাৰি— "There is no gambling like Politics." হাজৰিকাদেৱৰ মতে ন্যায্য প্ৰাপ্তিৰ বাবে জনসাধাৰণে চৰকাৰৰ ওচৰত দাবী জনোৱাটো ৰাজনীতি হব নোৱাৰে সেয়া সমাজ সচেতনতাহে। সাম্প্ৰতিক কালৰ ৰাজনীতিত দেশৰ জনসাধাৰণৰ দুখঃ দুৰ্গতিবোৰ নিৰাময় কৰাৰ মানসিকতা একেবাৰেই হেৰাই গৈছে, দেশ আৰু দহৰ প্ৰতি নিষ্ঠাৰে সেৱা কৰাৰ মনোভাবৰ দুৰ্ভিক্ষ ঘটিছে— মুঠতে গাদী আৰু পদবীৰ বাবে লালায়িত সকলে নিজকে কেৱল ডাঙৰ মানুহ হিচাবে আত্মপ্ৰতিষ্ঠা লাভ কৰিব বিচাৰে আৰু ব্যক্তিগত স্বাৰ্থ পূৰণৰ বাবে নকৰিবলগীয়া বহুতো কিবা কৰিব বিচাৰে। সেয়ে প্ৰকৃতপক্ষে "Goodness is better than greatness" বোলা কথাষাৰ সম্প্ৰতি একেবাৰে অচল হৈ পৰিছে।

অসম বিধান সভাৰ এগৰাকী বিধায়ক হৈ থকা পাঁচটা বছৰ হাজৰিকাদেৱে কেৱল ৰাজনীতিৰ মুখৰোচক বাকবিতণ্ডা কৰিবৰ বাবে বিধান সভাৰ মজিয়াতেই নাইবা অফিচ-কাছাৰীৰ বাৰান্দাই বাৰান্দাই ঘূৰ-ফুৰা কৰিহে যে অতিবাহিত কৰিছিল এনে নহয়। প্ৰকৃততে কলা-সংস্কৃতিৰ এগৰাকী সঁচা বনুৱা হিচাবে মানৱ সাগৰৰ পাৰে পাৰে মাণিক বিচাৰি হাবাথুৰি খাই দৌৰি ফুৰোঁতে ভুলতে কেতিয়াবা শামুকৰ খোলাকে বুতলি লৈ আপোন পাহৰা হোৱা শিল্পী ভূপেন হাজৰিকাক কোনো দলীয় ৰাজনীতিয়ে ভৃত্য কৰি ৰাখিব নোৱাৰিলে।

সেইবাবেইতো সুবিধা পালেই বিধান সভাৰ চৌহদত থকা— পহৰাৰত সশস্ত্ৰ আৰক্ষীৰ আৰেণ্টনীৰ মাজৰ পৰা ওলাই আহি তেখেতৰ ধ্যেয়-বস্তুৰ সন্ধানত নিমগ্ন হৈ পৰিছিল। সেয়ে ১৯৬৬ চনত

ভূপেন হাজৰিকাই তেখেতৰ তিনিখন গীতৰ ৰেকৰ্ড প্ৰকাশ কৰাৰ বাহিৰেও জ্যোতি প্ৰসাদৰ "গাঁৱৰ ল'ৰা গাঁৱে গাঁৱে" গীতটিও ৰেকৰ্ডিং কৰে। তাৰোপৰি ভাৰতৰ জনপ্ৰিয় কণ্ঠশিল্পী মহম্মদ ৰফীৰ মনোমোহা কণ্ঠেৰে "চেনেহৰ চৈয়দ" আৰু "চাহাব যায় আগতে" দুটা জিকিৰ আৰু জাৰি ৰেকৰ্ডিং কৰে সেইবছৰতে।

এনেতে ভাৰতবৰ্ষৰ বাবে এক অঘটন ঘটিছিল। ভাৰত আৰু পাকিস্থানৰ মাজত যুদ্ধ আৰম্ভ হৈছিল। দুয়ো দেশৰ মাজত হোৱা যুদ্ধৰ বিবাদমান বিষয়টো মীমাংসা কৰিবৰ বাবে চোভিয়েত ৰাছিয়াই মধ্যস্থতা কৰিবলৈ আগবাঢ়ি আহিছিল। ৰাছিয়াৰ প্ৰধান মন্ত্ৰীয়ে সেই উদ্দেশ্যে আলোচনা কৰিবৰ বাবে ভাৰতৰ তেতিয়াৰ প্ৰধান মন্ত্ৰী লালবাহাদুৰ শাস্ত্ৰী আৰু পাকিস্থানৰ পৰা আয়ুব খানক ৰাছিয়ালৈ আমন্ত্ৰণ কৰিছিল। আলোচনা অনুষ্ঠিত হৈছিল ৰাছিয়াৰ তাচখণ্ডত। ৰাছিয়াৰ মধ্যস্থতাত অনুষ্ঠিত হোৱা আলোচনাৰ ফল স্বৰূপে ভাৰত আৰু পাকিস্থানৰ মাজত উদ্ভৱ হোৱা বিবাদমান বিষয়টি নিস্পত্তি কৰা হৈছিল আৰু লালবাহাদুৰ শাস্ত্ৰী আৰু আয়ুব খানৰ মাজত এখনি চুক্তিও স্বাক্ষৰিত হৈছিল। ১৯৬৬ চনৰ ৪ জানুৱাৰীত চুক্তি স্বাক্ষৰিত হোৱাৰ শেষত ৰাতি বিচনাত শুবলৈ যোৱাৰ অলপ পিচতেই শান্তিদূত লালবাহাদুৰ শাস্ত্ৰীৰ দৈহিক অশান্তিয়ে দেখা দিছিল আৰু সেই নিশাতেই শাস্ত্ৰীজীয়ে সমগ্ৰ দেশবাসীৰ চকুৰ লোতক বোৱাই থৈ শেষ নিশ্বাস ত্যাগ কৰিছিল। লালবাহাদুৰৰ সেই আকস্মিক মৃত্যুৰ বাতৰি পাই সমগ্ৰ দেশবাসীৰ লগতে দৰদী শিল্পী ভূপেন হাজৰিকাও অত্যন্ত মৰ্মাহত হ'ল আৰু লগে লগে "নাই নাই নাই হেনো / আমাৰ আপোন শাস্ত্ৰী" বোলা এটি বেদনাসিক্ত আবেগ মধুৰ গীত ৰচনা কৰি শাস্ত্ৰীদেৱলৈ তেখেতৰ শেষ শ্ৰদ্ধা নিবেদন কৰিলে। তাৰ বাহিৰেও সেই একে বছৰতে নিৰ্মাণ কৰিলে "লটিঘটি" নামৰ কথাছবিখন। ছবিখনৰ

বাবে প্ৰয়োজনীয় গীত কেইটাৰ ৰচনা আৰু পৰিচালনাও আছিল ড° হাজৰিকাদেৱৰ নিজস্ব।

অসমীয়া জাতিৰ বাপতি সাহোন বহাগ বিহুৰ সময়ত অসমী আইৰ সুযোগ্য সন্তান ভূপেন হাজৰিকা প্ৰতি বছৰেই যেন মাকৰ মৰম আৰু আশীৰ্বাদ বিচাৰি অসমলৈ দৌৰি আহে। অসমৰ বাহিৰত থাকিবলৈ লোৱা দিনৰে পৰাই তেখেতৰ ক্ষেত্ৰত এই কথাৰ ব্যতিক্ৰম কাহানিও হোৱা নাই। নিজৰ জন্মদায়িনী মাতৃ আৰু অসমী আইৰ মাজত ভূপেন হাজৰিকাই সদায় এক অভিন্নতা অনুভৱ কৰে। ১৯৬৭ চনৰ কথা। তেতিয়ালৈকে ড° হাজৰিকাৰ মাতৃ শান্তিপ্ৰিয়া হাজৰিকা জীৱিত; কিন্তু ৰোগশয্যাত। মহিলা সমিতিকে আদি কৰি বিভিন্ন ধৰণৰ মহিলা সংগঠনৰ কাম কৰি কৰি ১৯৬০ চন মানৰে পৰাই শান্তিপ্ৰিয়া হাজৰিকাই ৰক্তচাপ (Blood Pressure) ৰোগত আক্ৰান্ত হৈ ৰোগ শয্যাত বিশ্ৰাম লব লগা হৈ পৰিছিল। মাজতে এবাৰ জটিল অৱস্থাই দেখা দিয়াত ডা° ভুবনেশ্বৰ বৰুৱাৰ চিকিৎসাত আৰোগ্যৰ পথত কিছুদূৰ আগুৱাই আহিলেও বিচনা এৰি উঠি আহিব নোৱাৰিলে। সেয়ে মাতৃভক্ত ভূপেন হাজৰিকা অসমৰ বাহিৰত থাকিলেও মাতৃ প্ৰেমত আকুল হৈ বাৰে বাৰে অসমলৈ দৌৰি আহে। সেইদৰে ১৯৬৭ চনৰ এপ্ৰিল মাহতো আহিছিল। ৰঙালি বিহুৰ সময়ত। ভৰলুমুখত "পশ্চিম গুৱাহাটী বিহু সন্মিলনী"য়ে সেইবছৰত আয়োজন কৰা সাংস্কৃতিক সন্ধিয়া উদ্বোধন কৰাৰ দায়িত্ব অৰ্পণ কৰা হৈছিল কলাৰত্ন ড° ভূপেন হাজৰিকাৰ ওপৰত। গুৱাহাটীৰ ভৰলুমুখৰ এই বিহু সন্মিলনীৰ প্ৰতিষ্ঠাতা আছিল ভূপেন হাজৰিকা আৰু সেয়ে নিজ হাতে গঢ়ি থৈ যোৱা অনুষ্ঠানটিয়ে মাতিলে বা নেমাতিলেও তেখেতে তাত সময়ে সময়ে যোগদান নকৰাকৈ নেথাকে। সেইবাৰ কলিকতাৰ পৰা আহি বাহিৰে বাহিৰে ভৰলুমুখত সাংস্কৃতিক সন্ধিয়া মুকলি কৰি

থৈ ড° হাজৰিকাদেৱে তাৰ পৰা লাহেকৈ ওলাই আহিল। লগত লগে গল্পকাৰ নিৰোধ চৌধুৰীদেৱকো। ভৰলুমুখৰ পৰা ফাঁচী-বজাৰলৈকে ৰিক্সাত দুয়ো আহি টেক্সী এখন ভড়ালৈ লৈ ভূপেন হাজৰিকাই ড্ৰাইভাৰক নিজৰাপাৰলৈ আগবাঢ়িবলৈ নিৰ্দেশ দিলে। তাৰ পৰা পুনৰ উভতি আহি ভৰলুমুখত সংস্কৃতিক সন্মিয়াত গীত গাবৰ বাবেও তেখেত ৰাইজৰ ওচৰত প্ৰতিশ্ৰুতিবদ্ধ। তথাপিতো তেখেতে কোনো এক উদ্বিগ্নতাৰে সৈতে মঞ্চৰ পৰা বাহিৰলৈ ওলাই অহাটো নিৰোধ চৌধুৰীয়ে মনে মনে লক্ষ্য কৰিলে। টেক্সীত উঠি অলপদূৰ গৈয়েই ড° হাজৰিকাদেৱে নিৰোধ চৌধুৰীদেৱলৈ লক্ষ্য কৰি কলে— "মনটো ভাল লগা নাই, মাৰ গা বৰ বেয়া হেনো।"

নিজৰাপাৰৰ ঘৰত উপস্থিত হৈ শয্যাশায়ী মাকৰ ওচৰলৈ গৈ বৰমইনা ভূপেন হাজৰিকাই সুখ-দুখৰ খবৰ ললে। মাকে-পুতেকে একান্তমনে বহুত সময় কথা পাতিলে। শেষত ভূপেন হাজৰিকাই মাকক কলে— "আমি যাওঁ। মই এতিয়া আকৌ গান গাব লাগিব।" মাকে ধীৰ কণ্ঠেৰে কলে— "তই যা বৰমইনা; মানুহ ৰৈ আছে।"

দুয়ো ওলাই আহি টেক্সীৰে ভৰলুমুখলৈ গ'ল। বাটত বিশেষ কেনেও একো কথা নেপাতিলে। অসংখ্য মানুহৰ ভীৰ ঠেলি দুয়ো মঞ্চৰ ভিতৰলৈ সোমাই গ'ল। লগে লগে মাইকত ঘোষণা হ'ল "আমাৰ প্ৰতি মৰমৰ ভূপেন হাজৰিকা এতিয়াই মঞ্চলৈ আহিব।" আনন্দত ৰাইজে হাত চাপৰিৰে আদৰণি জনালে। বীৰৰ দৰে বলিষ্ঠ খোজেৰে ভূপেন হাজৰিকাইও মঞ্চলৈ গৈ গীত আৰম্ভ কৰিলে। এটাৰ পিচত এটাকৈ ৰাইজৰ অনুৰোধত বহুতো গীত গালে। কিন্তু সুৰৰ যাদুকৰ ভূপেন হাজৰিকাৰ গীত শুনি মন্ত্ৰমুগ্ধৰ দৰে ৰৈ থকা ৰাইজৰ কোনেওতো শুনিবলৈ নেপালে মাতৃভক্ত ভূপেন হাজৰিকাৰ বেদনাকাতৰ অন্তৰাত্মাৰ সেই করুণ

ক্ৰন্দনৰ নীৰৱ সুৰ। সেয়ে, নিৰোধ চৌধুৰীদেৱৰ ভাষাত— "কোনো সাক্ষী নাই সেইটো দিনৰ যেতিয়া মোৰ বাবে প্ৰতিটো গান দ্ব্যৰ্থক হৈ দেখা দিছিল।"

ইয়ানতে উল্লেখ যোগ্য যে-কলাৰত্ন ড° ভূপেন হাজৰিকাই সৌ সিদিনালৈকে ব্যৱহাৰ কৰি থকা নেপালী টুপীটোক কেন্দ্ৰ কৰি বহুতৰেই মাজত বহুধৰণৰ প্ৰশ্ন হোৱা দেখা যায়। এদিন ড° হাজৰিকাদেৱৰ লগত এই লেখকে আলোচনা কৰি থাকোঁতে কথা প্ৰসংগত তেখেতৰ সেই নেপালী টুপীটো পিন্ধি থকাৰ কাৰণ সম্পৰ্কে জানিব বিচৰাত তেখেতে কৈছিল "প্ৰথমতে মোৰ দেউতা স্বৰ্গগামী হোৱাৰ পিচত মূৰটো খুৰাই দিয়াত টপা মূৰটো ঢাকিবৰ কাৰণে বজাৰৰ পৰা তিনি টকা আঠঅনাৰে নেপালী টুপী এটা কিনি আনি পিন্ধিছিলোঁ। তাৰে সৈতে ঠায়ে ঠায়ে গৈ গান গাই ফুৰোঁতে বহুতে ফটো লৈ প্ৰকাশ কৰিছিল। তাৰ পিচত টুপীটো খুলি থব পৰাকৈ চুলিখিনি দীঘল হবলৈ নেপাওঁতেই ছমাহমানৰ পিছত মা— ঢুকাল। তেতিয়া আকৌ চুটি চুটি চুলিখিনিকে পুনৰ খুৰাই দিয়াত টপা মূৰটো ঢাকিবলৈকে সেই নেপালী টুপীটোকে পিন্ধিয়েই থাকিলো বহু দিনলৈকে। সিয়েই শেষলৈ গৈ একপ্ৰাৰ অভ্যাসত পৰিণত হৈ গ'ল। অৱশ্যে ছমাহৰ মূৰে মূৰে মা–দেউতাক হেৰুৱাই বাৰে বাৰে মৰটো খুৰাই থাকিব লগীয়া হোৱাত মনত এটা ভাব হ'ল যে টুপীটো খুলিলে জানোচা আৰু কোনোবা ....। সেই কাৰণে তেনেকুৱা এটা Sentiment লৈ টুপীটো পিন্ধিয়েই থাকিলোঁ। এই টুপীটোকেই আজি বহুতেই মোৰ ট্ৰেডমাৰ্ক হিচাবে ভুলতে ব্যৱহাৰ কৰে যেন পাইছোঁ।" অৱশ্যে বৰ্তমান তেখেতে সেই নেপালী টুপীটো ব্যৱহাৰ নকৰে, আন এক ধৰণৰ টুপী ব্যৱহাৰ কৰে। সম্প্ৰতি মূৰৰ চুলি সৰি যোৱাৰ বাবেই হয়তো টুপী ব্যৱহাৰ মূল কাৰণ। তাৰ বাহিৰেও ড° হাজৰিকাদেৱৰ ডিভিত

কলা সূতাৰে বান্ধি লৈ অলংকাৰৰ দৰে যি বস্তুটো ব্যৱহাৰ কৰা দেখা যায় সেই বিষয়েও তেখেতে এই লেখকৰ আগত কৈছে যে দক্ষিণ আমেৰিকাৰ কোনো এখনি গাঁৱলৈ গান গাবলৈ যাওঁতে এজন গাঁৱলীয়া ৰেডইণ্ডিয়ান বুঢ়া মানুহে তেখেতৰ গান শুনি অতি ভাল পাই মৰমতে সেই বস্তুটো হাজৰিকাদেৱৰ ডিঙিত পিন্ধাই দিছিল। ৰূপেৰে তৈয়াৰী সেই মুদ্ৰাটো সিজু গছৰ আকৃতিৰ আৰু অন্য দুই এটা প্ৰতীকো আছে। বুঢ়া মানুহজনে সেইটো উপহাৰ হিচাবে দি ড° হাজৰিকাক হেনো কৈছিল যে, সেইটো পিন্ধি থাকিলে কতো কোনো ধৰণৰ ক্ষয়ক্ষতি বা অমঙ্গল নহয়। সেয়ে কলাৰত্ন ড° হাজৰিকাদেৱে তেনে এটা বিশ্বাসেৰেই সেই ৰূপৰ মুদ্ৰাটো সদায় বৰ যত্ন সহকাৰে ডিঙিত পিন্ধি থাকে।

১৯৬৭ চনত নিজৰ ৰচিত তিনিটা গীতৰ সৈতে ড° নিৰ্মল প্ৰভা বৰদলৈ ডাওৰীয়ানীৰ এটি গীতো হাজৰিকাদেৱে ৰেকৰ্ডিং কৰিছিল। তাৰে এটি উল্লেখযোগ্য গীত হ'ল— "বিস্তীৰ্ণ পাৰৰে অসংখ্য জনৰে" বোলা গীতটি। এই গীতটিতেই তেখেতে বুঢ়া লুইতক মৰমতে গালি পাৰি সমাজৰ অন্যায় অবিচাৰৰ বিৰোদ্ধে ক্ষোভ প্ৰকাশ কৰিছে আৰু তেখেতে নিজৰ সাংগীতিক ভাষাৰেই বুঢ়া লুইতৰ ওচৰত দাবী জনাইছে যে আত্মকেন্দ্ৰিক দুষ্কৃতিকাৰীৰ অন্যায় অবিচাৰত জৰ্জৰিত হোৱা অসংখ্য সাধাৰণ মানুহৰ হাহাঁকাৰ দেখিও নিঃশব্দে-নীৰৱে কিয় বৈ আছে? ব্যক্তিকেন্দ্ৰীক মানৱ সমাজৰ সমষ্টিও যেতিয়া ব্যক্তিত্বৰহিত হৈ পৰিছে— যি খনি সমাজত নৈতিকতাৰ স্খলন আৰু মানৱতাৰ পতন ঘটিছে— যিখনি দেশৰ জ্ঞানবিহীন নিৰক্ষৰ আৰু খাদ্য বিহীন নাগৰিক সকলে তেওঁলোকৰ যোগ্য নেতৃত্বৰ অভাৱত হাহাঁকাৰ কৰিব লাগিছে— এনে আত্মকেন্দ্ৰীক শিথিল সমাজক ভাঙি পেলাবৰ কাৰণে লুইতৰ ওচৰত দাবী জনাইছে। অন্যথাই ব্ৰহ্মাৰ পুত্ৰৰূপী ব্ৰহ্মপুত্ৰৰ উদ্দাম শক্তিৰ

সাৰ্থকতাই বা ক'ত ? মন কৰিবলগীয়া যে লুইতখনক কেন্দ্ৰ কৰিয়েই ভূপেন হাজৰিকাই সমাজ সংস্কাৰমূলক এনে বহুতো গীত ৰচনা কৰিছে। সাধাৰণতে সামাজিক বিষয়ৰ যি কোনো কথাকেই তেখেতে লুইতখনক কেন্দ্ৰ কৰিহে ব্যক্ত কৰা দেখা যায়— যেন সমাজখনক নতুন ৰূপত গঢ় দিবৰ বাবে লুইতখনকে অৱলম্বন কৰি সুন্দৰৰ নতুন দিগন্তলৈ আগবাঢ়ি যাবলৈ প্ৰয়াস কৰিছে।

তাৰ বাহিৰেও ৰাজনীতিৰ মাজতে থাকি ৰাজকীয় চিন্তাধাৰাক একাষৰীকৈ এৰি থৈ ১৯৬৭ চনতে হাজৰিকাদেৱে এখনি হিন্দী ছবি অসমীয়ালৈ ৰূপান্তৰ কৰি 'ভাগ্য' নামকৰণেৰে অসমৰ দৰ্শক ৰাইজলৈ আগবঢ়াইছিল। ছবিখনে দৰ্শক সমাজত এক আলোড়ন সৃষ্টি কৰি সকলোৰে মাজত বিশেষভাবে সমাদৰো লাভ কৰিছিল। এইবোৰৰ লগতে তেখেতে বিভিন্ন সময়ত লেখা আৰু বিভিন্ন পত্ৰ-পত্ৰিকাত প্ৰকাশ পোৱা কেইটামান মূল্যবান প্ৰবন্ধ সন্নিবিষ্ট কৰি শ্ৰীনিবোধ চৌধুৰী আৰু শ্ৰীযোগেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ যৌথ সম্পাদনাত "সুন্দৰৰ ন-দিগন্ত" নামেৰে এখনি গ্ৰন্থ প্ৰকাশ পায় ১৯৬৭ চনতে। গ্ৰন্থখনি নিঃসন্দেহে এখনি উচ্চমান বিশিষ্ট প্ৰবন্ধ সাহিত্য— যিখনি গ্ৰন্থৰ প্ৰতিটো পৃষ্ঠাতেই সামাজিক আৰু সাংস্কৃতিক চেতনা উদ্ৰেক-কাৰী— বক্তব্যৰ মাজেদি গধুৰ তথ্য পৰিবেশন কৰিছে চিন্তানায়ক ভূপেন হাজৰিকাই।

যুগজয়ী গীতিকাৰ ভূপেন হাজৰিকাই ১৯৬৮ চনত ৰচনা কৰিলে আন এটি বিশেষ মূল্যবান গীত— "মই এটি যাযাবৰ"। সমগ্ৰ ধৰাৰ বুকুত জিৰণী বিহীন উৰণীয়া মৌৰ দৰে ৰঙৰ খনিৰ সন্ধানত বিশ্ব ব'হাগী ভূপেন হাজৰিকা ঠিকনা বিহীন এক দুৰন্ত যাযাবৰ আৰু সেয়ে তেখেতৰ এই যাযাবৰী শিল্পী জীৱনৰ কথা উল্লেখ কৰি গীতটিত কৈছে যে— লুইতৰ পৰা মিচিচিপি হৈ সমগ্ৰ ধৰাৰ দিহিঙে দিপাঙে লৰালৰি ফুৰোঁতে বাটিতে লগ পোৱা

বহুতো মানুহ তেওঁৰ অতিকৈ আপোন হৈ পৰিছে অৰ্থাৎ বিশ্ব-ভ্ৰাতৃত্ব আৰু মানৱ মৈত্ৰীৰ সমন্বয়াত্মক আপোনত্ব গঢ়ি উঠিছে। অৱশ্যে বিশ্বৰ বুকুত তেখেতে লগ পোৱা লক্ষ্যবিহীন ভাবে ঘূৰি ফুৰা বহুতো যাযাবৰকো তেওঁ লগ পাইছে— কিন্তু হাজৰিকা নিজে কিন্তু তেনে লক্ষ্যবিহীন যাযাবৰ নহয়— তেওঁৰ লক্ষ্য হ'ল য'তেই ৰত্নৰ খনিৰ সন্ধান পায় তাকেই জনসমাজত বিলাই দিয়াটোহে। কিয়নো সমগ্ৰ বিশ্বতে তেখেতে ধনী আৰু দুখীয়াৰ মাজত থকা বিৰাট ব্যৱধানৰ কথা উল্লেখ কৰি কৈছে—

"মই দেখিছোঁ অনেক গগণচুম্বী অট্টালিকাৰ শাৰী
তাৰ ছাঁতেই দেখিছোঁ কতনা গৃহহীন নৰ-নাৰী"।

সমগ্ৰ বিশ্বৰ মানৱ সমাজৰ বুকুত অৱহেলিত হৈ থকা গৰীৱ মানুহৰ দুখ-দুৰ্দশা দেখি আৰু মনৰ মানুহ বহুতো ঘৰতেই পৰ হোৱা দেখি মানৱশিল্পী হাজৰিকাদেৱৰ অন্তৰত মৰ্ম্ম-বেদনা অনুভৱ কৰাৰ কথাও উল্লেখ কৰিছে গীতটিৰ শেষ-স্তৱকত।

এনেতে ১৯৬৮ চনৰ মাচ মাহত মাজুলীৰ বংশী গোপাল নাট্য-মন্দিৰত ভূপেন হাজৰিকাক আমন্ত্ৰণ কৰি নি মাজুলীৰ ৰাইজে তেখেতৰ কৃতিত্বৰ প্ৰতি সন্মান জনাই সম্বৰ্দ্ধনা জ্ঞাপন কৰিছিল। অসম সাহিত্য সভাৰ সেই বছৰৰ সভাপতি শ্ৰীঅতুল চন্দ্ৰ বৰুৱাদেৱে সেই মাঙ্গলিক অনুষ্ঠানৰ জৰিয়তে ড° হাজৰিকা-দেৱক 'সুধাকণ্ঠ" উপাধিৰে বিভূষিত কৰিছিল। প্ৰকৃততে সুৰৰ মায়াজাল ৰচনা কৰা ভূপেন হাজৰিকাৰ প্ৰতি অসমবাসীয়ে এনে সুযোগ্য সন্মান আৰু সমাদৰ জনোৱাটো যথেষ্ট পলম হৈ যোৱা যেন লাগে।

১৯৬৮ চনৰ বছৰটোৰ ভিতৰতে ডঃ হাজৰিকাই সৃষ্টি কৰিলে আন কেইবাটাও গীত। তাৰ ভিতৰতে— "অট' ৰিক্সা চলাওঁ / আমি দুয়ো ভাই" আৰু 'বৰ দৈ চিলা নে সৰু দৈ চিলা"

গীত দুটিয়েই প্ৰধান। শ্ৰমৰ মৰ্যাদা দিব নজনা অসমীয়া জনজীৱনক স্বয়ংনিৰ্ভৰশীল কৰি তুলিবৰ বাবে—বিশেষকৈ শিক্ষিত নিবনুৱা সকলক উদ্দেশ্য কৰিয়েই লেখিছিল "অট' ৰিক্সা চলাওঁ" বোলা গীতটি। গীতটিয়ে জনসমাজত সমাদৰ লাভ কৰাৰ বাহিৰেও শিক্ষিত নিবনুৱা সকলৰ মাজত এক আলোড়ন সৃষ্টিও নকৰাকৈ থকা নাছিল—আৰু আত্মনিৰ্ভৰশীল হওৰ বাবে শিক্ষিত সমাজৰ বাবে এক নতুন দিশ মুকলি কৰাৰ ক্ষেত্ৰতো অৰিহণা যোগাইছে। অন্যহাতে সামাজিক চিন্তাৰ খোৰাক যোগাই আৰু অসমীয়া জাতিৰ শতৰু বিসাকৰ কুটাঘাত মূলক কাৰ্যকলাপৰ নিন্দা কৰি পৰোক্ষভাবে লিখিছিল 'বৰদৈচিলানে" গীতটি। তাৰ বাহিৰেও ১৯৬৮ চনতে ভূপেন হাজৰিকাই অসমীয়া গীতৰ প্ৰথম এল, পি ৰেকৰ্ড এখন প্ৰকাশ কৰিলে। ৰেকৰ্ড খনত মুঠ আঠোটা গীত সন্নিবিষ্ট কৰা হৈছে। লগতে "সহস্ৰজনে মোক প্ৰশ্ন কৰে" গীতটোৰ বাহিৰেও আন দুটা বঙালী গীতোতো তেখেতৰ কণ্ঠনিৰ্গত সুৰেৰেই বাণীবদ্ধ কৰিছিল সেই একেটা বছৰতে।

এইদৰেই নিত্য নতুন সৃষ্টিৰ উন্মাদনাতেই সংস্কৃতিৰ ধ্বজাবাহী ভূপেন হাজৰিকাই অসীমৰ বুকুত যেন সীমা হেৰুৱাই সুৰৰ দিগলয়ৰ সন্ধানত হাবাথুৰি খাই অবিৰাম দৌৰিব লাগিছে। সৃষ্টিৰ উন্মাদনাত অনাবিল আনন্দ বিৰাজ কৰে আৰু সেয়া মাথোঁ স্ৰষ্টা জনৰহে উপভোগ্য। অৱশ্যে ৰসজ্ঞজনেও তাৰ কিছু সোৱাদ উপভোগ কৰে। তেনে এক উন্মাদনাৰেই—অতীতমুখী অসমীয়া জাতিৰ নিদ্ৰাভঙ্গ কৰিবৰ বাবে অৰ্থাৎ গৌৰবোজ্জল অতীতক লৈ গৌৰব অনুভৱ কৰি হাত সাবটি বহি থকা বৰ্তমানৰ অসমীয়া সমাজত জাতীয় চেতনা জগাই তুলিবৰ বাবে তথা জাতীয় স্বাৰ্থৰ হকে কৰিব লগীয়া কৰ্তব্যাকৰ্তব্য সম্পৰ্কে সোঁৱৰাই দিবৰ বাবে শতিকাৰ শিল্পী ভূপেন

হাজৰিকাই এইবাৰ আকৌ লেখিলে—

"আমি অসমীয়া নহওঁ দুখীয়া
বুলি শান্তনা লভিলেই নহ'ব
আজিৰ অসমীয়াই
নিজক নিচিনিলে
অসম ৰসাতলে যাব ।।"

উল্লেখযোগ্য যে সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাদেৱে অসমীয়া জাতিৰ গৌৰৱোজ্জ্বল অতীতৰ কথা উল্লেখ কৰি অসমীয়া জাতিক গৌৰৱান্বিত কৰি তুলিবৰ বাবে লিখা "আমি অসমীয়া নহওঁ দুখীয়া / কিহৰ দুখীয়া হম" বোলা গীতটিৰ সত্যতাখিনি স্বীকাৰ কৰিলেও বৰ্তমানৰ অসমীয়াই অতীতৰ গৌৰৱখিনিকে বুকুত সাৱটি লৈ শান্তনা লভিলে নহব বুলি ড° হাজৰিকাই সকলোকে সোঁৱৰাই দিবৰ বাবেহে এই গীতটি লেখিলে। কাৰণ—অতীত অতীতেই অৰ্থাৎ অতীতত যি আছিল আছিলেই। সাম্প্ৰতিক কালৰ অসমীয়াই বৃহত্তৰ জাতীয় স্বাৰ্থৰ হকে বৰ্তমানৰ এই সময়োপযোগী কৰ্তব্য আৰু দায়িত্বৰ প্ৰতি সচেতন নহ'লে অতীতৰ গৌৰৱখিনিয়ে বৰ্তমানৰ সমস্যা জৰ্জৰিত এটা জাতিক জানো ভৱিষ্যতলৈ জীয়াই ৰাখিব পাৰিব? নিশ্চয় নোৱাৰে। অৱশ্যে এটা কথা স্বীকাৰ কৰিব লাগিব যে অতীতে বৰ্তমানক সোঁৱৰাই দিয়ে আৰু ভৱিষ্যত নিৰ্ণয়ৰ ক্ষেত্ৰত সাহস আৰু প্ৰেৰণা যোগায়। মুঠতে অতীতৰ ভেটিত বৰ্তমান আৰু বৰ্তমানৰ ভেটিত অনাগত ভৱিষ্যতৰ ৰৰভেটি গঢ় লৈ উঠে। সেই বুলি অতীতসৰ্বস্ব এটা জাতিৰ ভৱিষ্যত কিন্তু অন্ধকাৰ। সেয়ে অসমীয়া জাতিৰ ভৱিষ্যতটোও বৰ্তমানৰ অসমীয়া মানুহখিনিৰ হাতৰ মুঠিত— যেন বৰ্তমানৰ গৰ্ভত ভৱিষ্যতৰ ভ্ৰূণ জন্মৰ বাসনাত উকমুকাই আছে। গতিকেইতো বৰ্তমানৰ নতুন পুৰুষৰ উপৰতেই ভৱিষ্যতৰ উত্তৰপুৰুষ সকলৰ সকলোখিনি নিৰ্ভৰ কৰিছে। অৱশ্যে

"Sadness brings to us the memory of happiness that we enjoyed in the past" বুলি কোৱাৰ দৰেই বৰ্তমানৰ দুখ–দুৰ্গতিৰ সময়ত অতীতৰ গৌৰৱখিনিৰ কথা সুঁৱৰি হাত সাবটি থাকিলেই কৰ্তব্যৰ শেষ হোৱা বুলি ভাবিব নোৱাৰি। সেই বাবেই ড° ভূপেন হাজৰিকাই অসমীয়া জাতিয়ে নিজক চিনি লবৰ বাবে জাতীয় বুনিয়াদ সম্পৰ্কেও আঙুলিয়াই দি কৈছে—

"নানা জাতি উপজাতি
ৰহণীয়া কৃষ্টি
আকোৱালি লৈ হৈছিল সৃষ্টি
এই মোৰ অসম দেশ।"

এইষাৰ কথাতেই অসমীয়া জাতিৰ বুনিয়াদ সৃষ্টিৰ অন্তৰালত থকা জাতি গঠন প্ৰক্ৰিয়াৰ হেজাৰ হেজাৰ বছৰৰ পুৰণি ইতিহাসৰ কথালৈহে আঙুলিয়াই দিছে আৰু ইয়াৰ দ্বাৰাই ড° হাজৰিকাদেৱে সংক্ষিপ্তভাবে তেখেতৰ সাংগীতিক ভাষাৰে অসমীয়া জাতিৰ এটি স্পষ্ট সংজ্ঞা দাঙি ধৰিছে। ঐতিহাসিক সত্যতাৰ ভিত্তিত আজি এই কথা প্ৰতীয়মান হৈছে যে— অসম বোলা এই মাটিডৰাৰ বুকুত হেজাৰ হেজাৰ বছৰ ধৰি অহৰ্নিশে চলি থকা পাৰস্পৰিক দিয়া লোৱাৰ ধীৰ প্ৰক্ৰিয়াৰে একত বিলীন হৈ ৰবলুইতৰ দৰে চিৰ প্ৰবাহমান অসমীয়া বোলা এই বৃহত্তৰ জাতি সত্বাৰ সৃষ্টি হৈছে আৰু সেই বাবেই তেখেতে আকৌ লেখিছে—

"প্ৰতি অসমীয়া আমি ভাল ভাৰতীয়
আৰু দূৰণিৰ পৰা আহি
লুইতৰ পাৰৰে মাটিক
মাতৃ বোলা প্ৰতি ভাৰতীয় হ'ল
নতুন ৰূপৰ অসমীয়া।
আমি সেই ভাবে থাকিলেই হ'ব
নহ'লে আমাৰ 'ৰাজহাড় নাই' বুলি

বিশ্বই বৰকৈ হাঁহিব।” কিন্তু প্ৰশ্ন হ'ল বিশ্বই বৰকৈ হাঁহিব নোৱাৰা আদৰ্শৰ অৱলম্বনত 'আমি সেইভাবে' আছোনে? দূৰণিৰ পৰা অহা সকলে লুইতৰ পাৰৰ এই মূৰৰ ওপৰত থকা আকাশখনি আৰু ভৰিৰ তলৰ মাটিখিনিক মাতৃ বুলি আকোৱালি লব পাৰিছেনে? বহুতেই পাৰিছে, কিন্তু কিছুমানেহে পৰা নাই। আৰু সেই সকলৰ বাবেই শান্তিপ্ৰিয় অসমীয়া জাতিৰ মাজতো মাজে মাজে বিভেদৰ সৃষ্টি হয়। অসমীয়া জাতিৰ বৃহত্তৰ জাতীয় স্বাৰ্থৰ ক্ষেত্ৰত এনে বিভেদ চৰম আত্মঘাতীমূলক কথাৰ বাহিৰে অন্য একো নহয়। সেই বাবেই শতিকাৰ গীতিকবি ড° ভূপেন হাজৰিকাই গীতৰ ভাষাৰেই ঐক্যবদ্ধভাৱে দেশখনক গঢ়িবৰ বাবে আহ্বান জনাই লেখিছে --

"বিভেদ পৰিহৰি
নিজ হাতে শ্ৰম কৰি
দেশক নগঢ়িলে
এই দেশ হব নিঃশেষ।"

তাৰ বাহিৰেও বিশ্বপ্ৰেমৰ দোহাই দিয়া সকলৰ প্ৰতি তেখেতে আকৌ এঠাইত কৈছে—

"আপোন মাতৃৰ অশ্ৰু নমচিলে
বিশ্বপ্ৰেম হ'ব বৃথা"

আৰু সেয়ে বিশ্বৰ বিভিন্ন অঞ্চলত বিভিন্ন জাতি-গোষ্ঠী বিলাকে যিদৰে শান্তি সম্প্ৰীতিৰে বসবাস কৰি প্ৰগতিৰ পথত আগবাঢ়িব লাগিছে সেইদৰে অসমীয়া মানুহখিনিয়ে অসমত যদি থাকিব নোৱাৰে তেন্তে ক'তনো থাকিব? হাজৰিকাদেৱৰ গীতৰ ভাষাত এনেদৰে পোৱা যায়—

"আনৰে লগতে অসমীয়া অসমতে
যদিহে নেবাচে বাৰু ক'তনো বাচিব
মোৰ আইক ভাল পাওঁ বুলি কলে
আনৰ আইক জানো ঘিনকৰাটো বুজাব?"

মুঠতে ‘শান্তিপূৰ্ণ সহাৱস্থান’ বোলা কথাষাৰৰ সপক্ষে সকলোৰে মাজত এটি সমন্বয় সম্প্ৰীতিৰ মনোভাব গঢ়ি তুলিবৰ বাবে সকলোৰে প্ৰতি এক আকুল আহ্বান জনাইছে। গীতৰ শেষৰ ভাগত তেনেকৈ থলুৱা আৰু নতুন অসমীয়া আদি সকলোকে বিহুৰ সেৱা যাচি সোঁৱৰাই দিব বিচাৰিছে যে “আজিৰ অসমীয়াই নিজক নিচিনিলে নাইবা নিজক পাহৰি গলে ভোগালী বিহুটিত দুৰ্ভোগ ভোগিব লাগিব – আৰু ৰঙালী বিহুটিও কঙালীতহে পৰিণত হব। উল্লেখযোগ্য যে এনে ধৰণৰ বাণীময় গীতেৰে নিদ্ৰিত অসমীয়া জাতিক সজাগ কৰিবলৈ হাজৰিকাদেৱৰ দৰে ইমান তেজস্বী ভাষাৰে হয়তো আন কোনেও গীত লেখা নাই বা গোৱা নাই। ড° হাজৰিকাদেৱৰ এই গীতটোৰ প্ৰতিটো শব্দই বহন কৰি থকা ভৱিষ্যত বাণী আজিৰ এই অসমীয়া জাতিৰ জনজীৱনত হুবহুৰূপে ফলিয়াই থকাৰ কথা কোনেও অস্বীকাৰ কৰিব নোৱাৰে। অসমৰ এই জাতীয় অস্তিত্ব ৰক্ষাৰ সংগ্ৰামত প্ৰাণটাকি যুঁজ দিয়া অসমীয়া জাতিয়ে বহু পলমকৈ হলেও হাজৰিকাদেৱৰ সেই গীতৰ কথাখিনি মৰ্ম্মে-মৰ্ম্মে উপলব্ধি কৰিব লাগিছে। অৱশ্যে আত্মসচেতনতা বিহীন ধ্বংসমুখী অসমীয়া জাতিক জীয়াই ৰাখিবৰ বাবে গীতৰ মাজেদি বিশেষ কোনো কৰ্ম্মপন্থাৰ নিৰ্দেশ তেখেতে দিয়া নাই যদিও বৃহত্তৰ জাতীয় স্বাৰ্থৰ হকে কৰ্তব্য নিৰূপণ কৰিবলৈ যাওঁতে প্ৰতিজন অসমীয়াই জাতীয় আত্মপৰিচয় সাব্যস্ত কৰিবৰ বাবে সচেতন হবলৈ আহ্বান জনাইছে। এই আহ্বান — অসমীয়া জাতিৰ প্ৰতি এক অনন্তকালীন আহ্বান – যাৰ মাজত চিৰন্তনতাৰে পৰিপূৰ্ণ সুস্পষ্ট ভাৱধাৰা বিৰাজমান।

১৯৬৯ চনত ভূপেন হাজৰিকাদেৱৰ আন এক উজ্বলতম সৃষ্টি “চিকমিক বিজুলী” নামৰ কথাছবিখন। ছবিখনৰ কাহিনী, চিত্ৰনাট্য, সংগীত আৰু পৰিচালনা আদি সকলোখিনিয়েই ড°

হাজৰিকাৰ নিজস্ব সৃষ্টিৰ স্বাক্ষৰ বহন কৰিছে। তায়েক জয়ন্ত হাজৰিকাই ছবিখনত আংশিকভাবে অভিনয় কৰাৰ লগতে "মৃত্যু সাৱটি সমাধি তলত" গীতটিও ছবিত গাইছিল। ড° ভূপেন হাজৰিকাইও হেনো ছবিখনৰ অভিনয়াংশৰ কোনোবাখিনিত চকা মকাকৈ দেখা দি ছবিৰ নামকৰণৰ সাৰ্থকতা ৰক্ষা কৰিছে। কণ্ঠশিল্পী সুমন কল্যানপুৰ, আশা ভোচলে আৰু মুকেশৰ দৰে বিখ্যাত শিল্পী সকলৰ কণ্ঠত অসমীয়া গীত গোৱাই হাজৰিকাদেৱে ছবিখনৰ গাম্ভীৰ্যপূৰ্ণ আকৰ্ষণ বঢ়াবলৈ সক্ষম হব পাৰিছে। তাৰ বাহিৰেও তেখেতে এই বছৰতে "বিস্তীৰ্ণ দুপাৰেৰ" বঙালী গীত এটি ৰেকৰ্ডিং কৰে। "লুইতত মোৰ ঘৰ" বুলি আৰম্ভ কৰা আন এটি প্ৰাণ পৰশা গীত ৰচনা কৰি তাৰেই এঠাইত লেখিলে—

"আশাৰ বালিচৰত এদিন
তুমি হ'লা মোৰ
এখনি নাৱ'ত দুয়ো হৈছিলোঁ বিভোৰ

আজি কিয় গুছি গ'লা কিয় নিৰুত্তৰ?" গীতটিৰ কথা আৰু সুৰত যেন মাজনিশা ভাঁহি অহা কোনোবা বিৰহী প্ৰাণৰ বিননিহে শুনিবলৈ পোৱা গৈছে। হাজৰিকাদেৱৰ অন্তৰত এইদৰে মাজে সময়ে বিৰহ বেদনাই সামান্যভাবে হলেও আঘাত নকৰাকৈ নেথাকে আৰু সেয়েই হয়তো তেখেতে লেখা কোনো কোনো গীতৰ মাজত আত্মবিলাপৰ সুৰ ৰিণিকি ৰিণিকি শুনিবলৈ পোৱা যায়। প্ৰকৃতাৰ্থত তেজ মঙহৰে গঢ়া আবেগ অনুভূতিপ্ৰৱণ মানুহৰ জীৱনৰ সকলোখিনি সুৰ আৰু সংগীতেই জানো পূৰণ কৰিব পাৰে? অৱশ্যে নিঃসঙ্গতাকেই তেখেতৰ সঙ্গী বুলি আক্ষেপ কৰাৰ বিপৰীতে নিজৰ ছাঁটোকে নিচেই আপোন বুলি ভাবি লৈ আত্মতুষ্টি লাভ কৰাও দেখা যায়।

১৯৬৯ চনৰ আন এক উল্লেখযোগ্য বিষয় হৈছে— ফ্ৰান্সৰ

ফিলিপ্ পাৰা নামৰ এজন যুৱকৰ অশেষ প্ৰচেষ্টাৰে পেৰিচ চহৰত ভাৰতবৰ্ষ আৰু ফ্ৰান্সৰ মাজত বন্ধুত্ব চিৰযুগমীয়া কৰি ৰাখিবৰ বাবে এক ফলপ্ৰসূ আঁচনিৰ সফল ৰূপায়ণ। এই আঁচনি অনুযায়ী "সাগৰ সংগম" (SAGAR SANGAM) নামেৰে যুটীয়াভাৱে গঠন কৰা হয় ফ্ৰান্স-ভাৰত Co-Production Company এটি। ড° হাজৰিকা আৰু ফিলিপপাৰা নামৰ সেই যুৱকজনৰ যুটীয়া উদ্যোগত গঠিত এই সংগঠনৰ উদ্দেশ্য হ'ল— ফ্ৰান্সত তৈয়াৰী যন্ত্ৰ পাতিৰ যোগান ধৰি ভাৰতৰ চিত্ৰ নিৰ্মাতা সকলক প্ৰামাণ্য চিত্ৰ নিৰ্মাণৰ বাবে সহায় কৰি চিত্ৰশিল্পক আগবঢ়াই নিয়া।

ইমানতে উল্লেখযোগ্য যে 'প্ৰতিমা'ৰ খনিকৰ চন্দ্ৰ কুমাৰ আগৰৱালাদেৱে তেখেতৰ কবিতা লেখাৰ মহৎ উদ্দেশ্য ব্যাখ্যা কৰি এটি কবিতাত লেখিছিল—

"মোৰেই মুখেদি মানৱ প্ৰাণৰ
ফুটক আকুল মাত,
মোৰ চিন্তাতেই গূঢ় ৰহস্যৰ
সত্য হওক প্ৰতিভাত।"

আৰু সেইদৰেই আস্থাহীনতাৰ বিপৰীতে মানুহৰ মাজত এক গভীৰ আস্থাশীল মনোভাৱ গঢ়ি তুলিবৰ বাবেই হয়তো শান্তিপ্ৰিয় ভূপেন হাজৰিকাইও তেখেতৰ গীত লেখাৰ উদ্দেশ্যৰ কথা উল্লেখ কৰি ১৯৬৯ চনৰ কোনো এক ৰাতিপুৱা লেখিলে—

"মোৰ গান হওক
আস্থাহীনতাৰ বিপৰীতে
এক গভীৰ আস্থাৰ গান।
..........................................
ধ্বংসমুখী দৃষ্টি ভঙ্গী
কিম্বা মনোমালিন্য

সেয়া নহয় মোৰ গানৰ লক্ষ্য
লক্ষ্য শান্তি অনন্য ।"

অৱশ্যে এইখিনিতে এটা কথা কব পাৰি যে কোনো কটু সমালোচকৰ দৃষ্টিত নাইবা শ্ৰোতা বন্ধু সকলৰ ওপৰতো তেখেতৰ সংগীতসমূহ অনাদৃত হৈ থকা বুলি আত্মসন্দিগ্ধ হৈয়েই হয়তো হাজৰিকাদেৱে এই গীতটো এনেদৰে লেখিলে। কিন্তু তেনেদৰে সন্দিহান হোৱাৰ কোনো স্থল থাকিব নোৱাৰে। কিয়নো ড° হাজৰিকাদেৱৰ প্ৰায় প্ৰত্যেকটো গীতেই একো একোটি মূল্যবান নিবন্ধৰ দৰেই তথ্যাগধুৰ ভাৱধাৰাৰে পৰিপুষ্ট-যিবোৰ বিচাৰি বিশ্লেষণ কৰি চালে তাৰ পৰা বহুতো গভীৰ চিন্তাৰ খোৰাক আৰু জাতীয় চেতনাৰ সমল বিচাৰি পোৱা যায়। প্ৰকৃততে সংগীতৰ জৰিয়তে ক'লা-সংস্কৃতিৰ ক্ষেত্ৰত নিত্য-নতুন তথ্য পৰিবেশনৰ বাবে ভূপেন হাজৰিকাক কলা জগতৰ এগৰাকী উৎকৃষ্ট সাংবাদিক বুলিয়েই কব পাৰি।

আদৰ্শবাদী মহৎ সৃষ্টিৰ অন্তৰালত শিল্পী-সাহিত্যিক দাশনিক-বৈজ্ঞানিক কাৰোৰেই ব্যক্তিগত কোনো স্বাৰ্থ লুকাই নেথাকে -আনৰ মনত আনন্দ দান কৰিবলৈ নাইবা আনৰ উপকাৰ সাধিবলৈকে তেওঁলোকে নিত্য নতুন সৃষ্টিৰ বাবে মনোনিবেশ কৰে। তাকেই হয়তো কোনোবাই প্ৰচাৰ ধৰ্মিতাৰ আশ্ৰয় লোৱা বুলি কব বিচাৰে। এই ক্ষেত্ৰত হাজৰিকাদেৱে এনেদৰে কয়- "শিল্পীয়ে আৰ্ট কৰে আনৰ মন পৰশিবলৈ। আনৰ লগত ( Communicate ) অৰ্থাৎ ভাৱৰ আদান প্ৰদানেৰে একাত্মতা সৃষ্টি কৰিবলৈ। সেইটো যদি প্ৰচাৰ ধৰ্মিতা হয় তেন্তে উপায় নাই।"

১৯৭০ চন। এই বছৰতে ড° ভূপেন হাজৰিকাই নতুন পুৰুষ সকলক নতুন দিশতলৈ আগবঢ়াই লৈ যাবৰ বাবে আহ্বান জনাই লেখিলে— "আজি জীৱন বুতলিবি ওলাই ওলাই আহ" আৰু "তুমি নতুন পুৰুষ তুমি নতুন নাৰী" বোলা দুটা গীত। তাৰোপৰি

সেই বছৰতে তিনিখন গীতৰ ৰেকৰ্ড প্ৰকাশ কৰিলে। অকল ইমানেইনে ? কলিকতাত যেতিয়া বিশ্ববিখ্যাত চিত্ৰ পৰিচালক সত্যজিৎ ৰায়ে ক্ষুদ্ৰ আকাৰৰ এখন আলোচনী প্ৰকাশ কৰিছিল সেই একেখিনি সময়তে ড° ভুপেন হাজৰিকাইও এখনি সৰু আকাৰৰ আলোচনী— 'বিন্দু' প্ৰকাশ কৰিছিল। অসমীয়া ভাষাত এনেধৰণৰ অনু আলোচনী— 'বিন্দু'য়েই প্ৰথম আছিল। কিন্তু আলোচনীখন বৰ বেচি দিন জিলিকি নেথাকিল। 'বিন্দু'— বিলীন হৈ গ'ল হাজৰিকাদেৱৰ সাধনাময় শিল্পীজীৱনৰ বহু ব্যস্ততাৰ মহাসিন্ধুৰ বুকুত-কিন্তু তথাপিও 'বিন্দু' অসমীয়া ভাষা সাহিত্যৰ বেদীত এপাহি সৰু মুকুতা স্বৰূপ বুলিয়েই কব পাৰি।

০ ০ ০

# দশম অধ্যায়

## ১৯৭১ চনৰ পৰা ১৯৭৫ চনলৈ

গৌৰবোজ্জ্বল ঐতিহ্যৰে মহিমামণ্ডিত ভাৰতবৰ্ষ এসময়ত বিশ্বৰ গুৰু আছিল— সেইখিনি সময়ত সমগ্ৰ বিশ্ব অন্ধকাৰত ডুব গৈ আছিল। কিন্তু আজি আমি সেই গৌৰৱময় ঐতিহ্যৰ যোগ্য উত্তৰাধিকাৰী বুলি দাবী কৰিব পৰাৰ স্থল আছেনে? আমাৰ দেশৰ এই পোহৰৰ সমাজখন আজি দুৰ্ভাগ্যবশতঃ অন্ধকাৰত ডুব গৈছে আৰু পাশ্চাত্যৰ দেশ সমূহতহে জ্ঞান-বিজ্ঞানৰ জেউতি জিলিকি উঠিছে। কিয়নো আজিৰ এই একবিংশ শতিকাৰ উষালগ্নতো আমাৰ দেশৰ মানুহৰ মাজত সমাজৰ অতি সাধাৰণ আৰু সৰু সৰু সামান্য কথাকে কেন্দ্ৰ কৰি ভুল বুজাবুজি হব লাগিছে, দ্বন্দ-খৰিয়াল হব লাগিছে, মুখৰ মাতষাৰি, পেটৰ ভাত মুঠি, আনকি পিন্ধন-উৰণৰ কানি-কাপোৰ ডোখৰকে লৈ পৰস্পৰৰ মাজত কটা-মৰা, হিংসা-প্ৰতিহিংসাৰ জুই জ্বলিব লাগিছে। ক্ষমতা আৰু গাদীৰ লোভত ৰাজনৈতিক নেতা-মহানেতা সকলেও নকৰিবলগীয়া সকলো ধৰণৰ অন্যায়-অবিচাৰ কৰিব লাগিছে আৰু আত্মকেন্দ্ৰিক শোষক-বোৰে দ্বিধাহীনভাৱে মানৱতাক হত্যা কৰি কিৰিলি পাৰিব লাগিছে— আৰু অন্যহাতে পশ্চিমীয়া অসভ্য দেশবোৰ আজি সুসভ্য হৈ সমগ্ৰ বিশ্বৰ বুকুত সভ্যতাৰ পোহৰ বিলাব লাগিছে।

সেয়েইহে, ১৯৭১ চনত আমেৰিকাৰ তিনিজন বিজ্ঞানী— এডুইন এলড্ৰিন, মাইকেল কলিন্স আৰু নীল আৰ্মষ্ট্ৰংএ মাটিৰ মায়া এৰি এপল'— ১১ যান খনত উঠি চন্দ্ৰলোকলৈ উৰা

মাৰিছিল— নভোমণ্ডলৰ বুকুত থকা ন-ন তথ্য আবিষ্কাৰৰ অভিপ্ৰায়ৰে। তেওঁলোকৰ দেশৰ বাবে তেতিয়া সেয়াই আছিল সভ্যতাৰ চৰম পৰ্যায়। আৰু আমাৰ ভাৰতত? বিশেষকৈ অসমত? ভাৰতত চলিছে দুৰ্নীতিৰ অবাধ ৰাজত্ব আৰু অন্নবস্ত্ৰৰ চৰম সংকট। অসমৰ পৰা অৰণ্যৰ ছাঁয়া এতিয়াও আতৰা নাই। ব্ৰহ্মপুত্ৰৰ দুটি পাৰ দলঙে লগ লগাইছে মাত্ৰ। ১৯৭১ চনত চন্দ্ৰলৈ মানুহ যোৱাৰ বিস্ময়কৰ বাতৰিৰ দৰেই অসমৰ এই দুখলগীয়া দলংখন সম্পূৰ্ণ হোৱাৰ বাতৰিয়েহে আমাৰ মাজত তেতিয়া অধিক বিস্ময়ৰ সৃষ্টি কৰিছিল। অসমৰ উন্নতিৰ ক্ষেত্ৰত সেয়াই আছিল চৰম পৰ্যায়। আশাবাদী ড° ভূপেন হাজৰিকাই সেই বছৰতে লেখিছিল— "

"আমি সৰু সৰুবোৰে জোনাকী পৰুৱা হৈ
পোহৰ বিলাওঁ বুলি দলে দলে ওলামেই
মানুহৰ মনৰ মাজত চেনেহ দলঙ গঢ়িবলৈ" বোলা এটি গীত। বিভিন্ন ধৰণৰ সমস্যাত ভাঙি পৰা অসমীয়া মানুহৰ মনবোৰ যোৰা লগাই চেনেহৰে পৰিপূৰ্ণ এখনি নতুন সমাজ গঢ়ি তোলাৰ ক্ষেত্ৰত হাজৰিকাদেৱৰ এয়া এক আশাভৰা প্ৰতিশ্ৰুতিহে আছিল।

ইমানতে আন এটা কথা উল্লেখযোগ্য যে, ১৯৭১ চনত ভাৰতবৰ্ষত অনুষ্ঠিত হোৱা লোকসভাৰ মধ্য কালীন নিৰ্বাচনত কলা-কেশৰী ড° ভূপেন হাজৰিকাই নিৰ্দ্দলীয় প্ৰাৰ্থী হিচাবে লেতেৰা ৰাজনীতিৰ নৰ্দমাত নামি পানী ঘোলা কৰিছিল বুলি বহুতেই মত প্ৰকাশ কৰে। প্ৰতিদ্বন্দ্বী আছিল অসম সিংহ হেম বৰুৱাদেৱ। হেম বৰুৱা ডাঙৰীয়া ৰাজনীতিৰ মক্তিয়াত প্ৰবীণ আৰু সুখ্যাতি সম্পন্ন আছিল। সাহিত্যৰ পৰা ৰাজনীতিলৈকে সকলো ক্ষেত্ৰতেই তেখেতৰ পাণ্ডিত্যাজনিত বৈদগ্ধৰ স্বাক্ষৰ বিস্তৃত হৈ আছিল আৰু বৰ্ত্তমানেও আছে। কিন্তু তথাপিও বাইজৰ গণতান্ত্ৰিক ৰায় স-সন্মানেৰে মানি

লৈ দুয়োগৰাকী মহান ব্যক্তিয়েই পৰাজয় বৰণ কৰি আন এজনৰ ডিঙিত জয়মাল্য পিন্ধাই দিবলগীয়া হৈছিল। অৱশ্যে দুয়োজনৰে কোনোবা এজনে কিম্বা দুয়োজনেই স্বদেশ আৰু স্বজাতিৰ বৃহত্তৰ স্বাৰ্থৰ খাতিৰত পাৰস্পৰিক বুজা বুজিৰ মাজেৰে কোনো এটা ফলপ্ৰসূ কৰ্মপন্থা স্থিৰ কৰাটোহে সমীচিন আছিল। স্পষ্টকৈ কবলৈ হ'লে দুয়োৰে কোনোবা এজনে নিৰ্বাচনত অংশ গ্ৰহণ নকৰা হলে ভাল হ'লহেঁতেন। অন্ততঃ এজন সুযোগ্য প্ৰতিনিধিক ভাৰতৰ লোকসভাত পোৱা গ'লহেঁতেন। বহুতেই কব বিচাৰে যে ভূপেন হাজৰিকা কলা-সংস্কৃতিৰ মানুহ, তেওঁ ৰাজনীতিৰ বোকা গাত সানি লব নেলাগিছিল— সংস্কৃতিৰ নন্দন কাননৰ মাজত বিচৰণ কৰি থাকিলেহে ভূপেন হাজৰিকাক শোভা পায়— ৰাজনীতিত নহয়। বেজলী এটি কবিতাত— "বন্যেৰা বনে সুন্দৰ

মাতৃ ক্ৰোড়ে শিশু" বুলি কোৱাৰ দৰেই কলাকোঁৱৰ ভূপেন হাজৰিকাও প্ৰকৃতাৰ্থত কলা-সংস্কৃতিৰহে মানুহ— এই কথা সৰ্বজন স্বীকৃত। কিন্তু তুলনামূলক ভাবে হেম বৰুৱাও নিঃসন্দেহে এজন সুদক্ষ সাহিত্যিক আছিল। তথাপি তেওঁৰ ৰাজনীতিৰ প্ৰতি আকৰ্ষণ আছিল অত্যাধিক প্ৰবল। কিয়নো নিৰ্বাচনত পৰাজিত হোৱাৰ ফলতেই হেনো মানসিক আঘাত পাই হেম বৰুৱাদেৱে পক্ষাঘাত জনিত দুৰাৰোগ্য ব্যাধিৰ কবলত পৰি শেষ নিঃশ্বাস ত্যাগ কৰিবলগীয়া হৈছে বুলিয়েই কোনো কোনোৱে মত প্ৰকাশ কৰা শুনা যায়। কিন্তু প্ৰকৃততে ৰাজনীতিৰ অভিধানত হেনো আত্মাভিমান নাইবা আবেগ প্ৰৱণতা ( Sentiment ) বোলা শব্দটো হেনো নাই— থকাটোও সমীচিন নহয়। এনেবোৰ ক্ষেত্ৰত Sportsman spirit লৈহে সকলো কাম কৰিব লাগে।

১৯৭১ চনত পূৰ্ব পাকিস্থানে পশ্চিম পাকিস্থানৰ কবলৰ পৰা মুক্তিলাভ কৰি বাংলাদেশ নামেৰে জন্মলাভ কৰাৰ আনন্দত ভূপেন

হাজৰিকাদেৱেও আনন্দিত হৈ এটি গীত লেখিলে— "জয় জয় নৱজাত বাংলাদেশ" আৰু তাৰ লগতে লেখিলে সমন্বয়ৰ বাৰ্তবাহী আন এটি গীত "গঙ্গা মোৰ মা পদ্মাও মোৰ মা"। দুয়োটি গীতেই আজি সমগ্ৰ দেশবাসীৰ মাজত বৰ জনপ্ৰিয় আৰু ভৱিষ্যতেও জনপ্ৰিয় হৈ থাকিব। সেই বছৰতে ডঃ হাজৰিকাদেৱে তেখেতৰ "গঙ্গা মোৰ মা" গীতটোৰ বাংলা ৰূপান্তৰ আৰু "এ শহৰ প্ৰান্ত" বোলা গীতটো ৰেকৰ্ডিং কৰি বঙ্গভাষী শ্ৰোতা সমাজকো আপ্যায়িত কৰিলে।

১৯৭২ চনৰ ১১ ফেব্ৰুৱাৰী। বাৰ্লিনৰ অক্টোবৰ ক্লাবৰ সৌজন্যত আয়োজন কৰা হৈছিল বিশ্ব-সংগীত সন্মিলন। ভাৰতৰ ফালৰ পৰা অসমী আইৰ সুযোগ্য সন্তান ড° ভূপেন হাজৰিকাই আমন্ত্ৰণ পাইছিল সেই সন্মিলনত অংশ গ্ৰহণ কৰিবলৈ। অসম সংগীত সন্মিলনীৰ জন্মদাতা ৰাধাগোবিন্দ বৰুৱাদেৱৰ পৰা আশীৰ্বাদ আৰু বিদায় সম্বৰ্দ্ধনা গ্ৰহণ কৰি বাৰ্লিনৰ সেই বিশ্ব-সংগীত সন্মিলনীলৈ বুলি যাত্ৰা কৰিছিল সুৰ-সম্ৰাট ভূপেন হাজৰিকাই আৰু তেখেতৰ লগত গৈছিল মৰমৰ ভায়েক জয়ন্ত হাজৰিকা।

বাৰ্লিনৰ বিৰাট কংগ্ৰেছ ভৱন লোকে লোকাৰণ্য। কংগ্ৰেছ ভৱনৰ বাহিৰত ২০ খন দেশৰ পতাকা উৰিছে। ইতিমধ্যে সেই ঠাইত উপস্থিত হৈছেগৈ ড° ভূপেন হাজৰিকা আৰু তেখেতৰ ভায়েক জয়ন্ত হাজৰিকা। পূৰ্বেও অৱশ্যে ডঃ হাজৰিকাই পাশ্চাত্যৰ বহু দেশতেই গান গাইছে–বিশ্ব-শান্তিৰ মহাসভাত, বিশ্ব-যুৱ মহোৎসৱত নিউ ইয়ৰ্ক, ফিনল্যাণ্ড, ছানফ্ৰান্সিস্কো, মস্কো, লেনিনগ্ৰেড, কামপালা, পেৰিচ, হেলচিংকি ইত্যাদি বহুতো ঠাইত। কিন্তু এইবাৰ বাৰ্লিনৰ কথা অলপ সুকীয়া। এয়া বিশ্বসংগীত প্ৰতিযোগিতা নহ'লেও বিশ্ব সংগীত সন্মিলন। সেই সন্মিলনত বিশ্বৰ ২০ খন দেশৰ সুবিখ্যাত গায়ক-গায়িকা আৰু গীতিকাৰ সকলৰ উপৰিও বিখ্যাত যন্ত্ৰশিল্পী সকলৰ এক মহা সন্মিলন। সংগীত শিল্পৰ

ক্ষেত্ৰত বিশ্বৰ কোনখন দেশ কিমান আগবঢ়া নাইবা পিচপৰা সেয়া ইয়াতেই ওলাই পৰিব। তাতে আকৌ প্ৰাচ্য আৰু পাশ্চাত্যৰ সংগীতৰ মাজত পাৰ্থক্যও প্ৰচুৰ। ইফালে ভাৰতীয় শিল্পী মাত্ৰ দুজনহে—য'ত আন আন দেশৰ পৰা পাঁচ ছয়জনকৈ শিল্পীয়ে সম্মিলনত যোগদান কৰিবলৈ আহিছে।

বাৰ্লিনৰ সেই সংগীত সম্মিলনত ভাৰতৰ ফালৰ পৰা অংশগ্ৰহণ কৰিবৰ বাবে সম্মিলনীৰ উদ্যোক্তাসকলে যেতিয়া ভূপেন হাজৰিকালৈ নিমন্ত্ৰণী পত্ৰ পঠাইছিল তাত ভাৰতৰ পৰা মাত্ৰ তিনিজন শিল্পীকহে লৈ যাবৰ বাবে বিনম্ৰ অনুৰোধ জনাইছিল। উদ্যোক্তা সকলৰ অনুৰোধক্ৰমেই নগাঁৱৰ ৺প্ৰাণবল্লভ গোস্বামীৰ পুত্ৰ আৰু তবলা-শিক্ষাৰ গুৰু নগাঁৱৰ শ্ৰীবিবেকানন্দ ভট্টাচাৰ্যৰ প্ৰিয় শিষ্য চিঠা সুৰীয়া সংগীত শিল্পী তবলাবাদক শ্ৰীসূৰ্য গোস্বামী আৰু ভায়েক জয়ন্ত হাজৰিকাক সহশিল্পী হিচাবে লৈ যাবৰ বাবে ভূপেন হাজৰিকাই বাৰ্লিনলৈ নাম পঠাইছিল। এনেতে বাংলাদেশে পশ্চিম পকিস্থানৰ পৰা মুক্তিলাভ কৰিবৰ কাৰণে চলাই থকা স্বাধীনতা সংগ্ৰাম চৰম পৰ্যায়ত উপণীত হৈছিলহি আৰু শেষত ভাৰতবৰ্ষই পূৰ্ববঙ্গক সহায় কৰিবৰ বাবে সৈন্য সামন্তৰ যোগান ধৰি পশ্চিম পাকিস্থানৰ বিৰোদ্ধে পূৰ্ণ পৰ্যায়ৰ যুদ্ধও ঘোষণা কৰিব লগীয়া হৈছিল। এই যুদ্ধ চলি থকা সময়চোৱাৰ ভিতৰত ভাৰতৰ সৈতে বিদেশৰ সকলো ধৰণৰ যোগাযোগ বন্ধ হৈ যোৱাৰ কাৰণেই বাৰ্লিনৰ বিশ্ব-সংগীত সম্মিলনৰ উদ্যোক্তা সকলেও ভূপেন হাজৰিকাৰ লগত বিশেষ কোনো যোগাযোগ কৰিব পৰা নাছিল। যুদ্ধৰ অৱসান হোৱাৰ পাচত বাৰ্লিনৰ পৰা পুণৰ্বাৰ জনালে যে-বাকী ১৯ খন দেশৰ প্ৰতিনিধিৰ বাবে বহুতো ধন ইতিমধ্যে খৰছ হৈ যোৱাত ভাৰতৰ পৰা মাত্ৰ দুজন শিল্পীয়েহে যোগদান কৰাটো সম্ভৱ হব। গতিকেই ভূপেন হাজৰিকাই যেন মনোকষ্ট নেপায় তাৰবাবেও তেওঁলোকে ক্ষমা

প্ৰাৰ্থনাৰে অনুৰুধ জনালে। সেয়ে, অনিচ্ছা সত্বেও একান্ত অপৰি-হাৰ্য সহযোগী শিল্পী জয়ন্ত হাজৰিকাক বাদ দিব নোৱাৰি শ্ৰীসূৰ্য গোস্বামীকেই এৰি থৈ যাব লগীয়া হৈছিল। কাৰণ জয়ন্তই সকলো ক্ষেত্ৰতে সহায় কৰিব পাৰে ড° হাজৰিকাক। বালিনত উপস্থিত হৈয়েই আন আন দেশৰ পৰা অহা শিল্পীদলৰ সাজ সজ্জা আদি দেখা পাই হাজৰিকা ভাতৃদ্বয়ে বৰ অকলশৰীয়া যেন অনুভৱ কৰিছিল প্ৰথমতে।

সময় তেতিয়া দুটা বাজিছে। বিৰাট কংগ্ৰেছ ভৱনত জন সমাবেশৰ উদুলি মুদুলি। অত্যাধুনিকভাবে সুসজ্জিত মহামঞ্চখনিও ৰমকজমক হৈ আছে। সেইদৰে শ্ৰোতা-দৰ্শক সকলৰ বাবেও সুবিধাসন্মতভাৱে সজাই থোৱা বহাৰ আসন সমূহো ৰুচিসন্মতভাবেই আৰামদায়ক। বহুতো মাইক্ৰোফোন মঞ্চৰ উপৰত। প্ৰেক্ষাগৃহৰ ভিতৰত টেলিভিশ্যন। আৰু শব্দ নিয়ন্ত্ৰণৰ ব্যৱস্থাও অত্যাধুনিক ভাৱেই সুন্দৰ। ফটোগ্ৰাফাৰ সকলে দলে দলে ঘূৰিছে প্ৰেক্ষাগৃহৰ ভিতৰে বাহিৰে সকলোতে। ৰেডিও আৰু বাতৰি কাকতৰ সাংবাদিক সকলেও সেইদৰেই ঘূৰি ফুৰিছে। এই সকলোবোৰ মিলাই সৃষ্টি হোৱা এক অভূতপূৰ্ব পৰিবেশৰ মাজতে দুয়ো গৰাকী ভাৰতীয় শিল্পীয়ে নিজৰ দেশৰ কথা মনত পেলাই সকলো-খিনি তুলনামূলক ভাৱে জুখি চাইছে— প্ৰাচ্য-পাশ্চাত্যৰ মাজত কিমানখিনি ব্যৱধান আৰু কাৰ অৱস্থিতি কোন স্তৰত !

এনেতে বিৰাট মঞ্চত ঘোষণা হ'ল—"সংগীত সম্মিলনীৰ মঞ্চ মুকলি কৰিব ভাৰতীয় প্ৰতিনিধিয়ে— মঞ্চলৈ তেওঁলোক এতিয়াই আহিব।" হলৰ ভিতৰত হাত চাপৰিৰ জোৱাৰ উঠিল। ড° ভূপেন হাজৰিকা আৰু জয়ন্ত হাজৰিকা-দুয়ো ভাই-ককাই যথা সময়ত মঞ্চলৈ আহিল। তেওঁলোকৰ পিন্ধনত সাধাৰণ সাজ পোছাক। দুয়োয়ে দুটা জেকেট পিন্ধি লৈছে। জেকেট দুয়োটা হেনো নেফাৰ

'জিৰো'ত দুয়োজনে উপহাৰ হিচাবে পাইছিল। গান গাবৰ বাবে ড° হাজৰিকাক মাত্র ৩০ মিনিট সময় নিৰ্দ্ধাৰণ কৰি দিয়া হৈছে আৰু বাকী পোন্ধৰ মিনিট দোভাষীৰ বাবে। হাজৰিকা ভাতৃদ্বয়ৰ পিচতেই মঞ্চলৈ আহিব লগীয়া শিল্পী গৰাকী হ'ল— পশ্চিম জাৰ্ম্মেনীৰ সুবিখ্যাত জনপ্ৰিয় গীতিকাৰ আৰু পৰাণ কপোঁৱা সুৰকাৰ — চিলভাৰ ক্ৰুপ।

মঞ্চৰ ওপৰত ইতিমধ্যে ভূপেন হাজৰিকা আৰু জয়ন্ত হাজৰিকাই নিজ নিজ স্থানত থিয় দিছে— দুয়োৰে সন্মুখত বহুতো মাইক্ৰোফোন। ভূপেন হাজৰিকাই স্বভাৱ সুলভ সেই মিচিকিয়া হাঁহিৰে দৰ্শক-শ্ৰোতাক লক্ষ্য কৰি ( Friends ) বন্ধুসকল! বুলি সম্বোধন কৰিলে আৰু লগে লগে গোটেই প্ৰেক্ষাগৃহটো মৌন হৈ গ'ল। একাষত দোভাষীও প্ৰস্তুত। সেই দোভাষীজনো আছিল এগৰাকী সংগীতজ্ঞ। নাম হাৰবাৰ্ট। প্ৰথমতেই ড° হাজৰিকাই গীত গাবলৈ আৰম্ভ কৰাৰ পৰিবৰ্তে ভাৰতীয় সংগীতৰ বিষয়েহে কিছু কথা কবলৈ আৰম্ভ কৰিলে আৰু কথা শেষ কৰি আৰম্ভ কৰিলে তেখেতৰ— "দোলা দোলা" গীতটি। গীতটি গাই শেষ কৰিয়েই হাৰমোনিয়াম এৰি দি ড° হাজৰিকাদেৱে কলে— "ভাৰতৰ ৰজা মাহাৰজাৰ Privy purse এতিয়া বন্ধ হৈ গ'ল। সামন্তবাদৰ সলনি সমাজবাদহে এতিয়া ভাৰতৰ Staud point .... .... " আকৌ হাত চাপৰিৰ খলকনি। তাৰ পাচত পুনৰ আৰম্ভ কৰিলে বঙালী ভাষাৰে— "গঙ্গা আমাৰ মা পদ্মাও আমাৰ মা" গীতটি। তাৰ লগে লগে হাজৰিকাই ইংৰাজীতে লাহে লাহে কৈ গ'ল ভাৰতৰ মৈত্ৰী বাহীনীয়ে বাংলা-দেশৰ মুক্তিবাহিনীক কিদৰে সহায় কৰিলে— সেই বিষয়ে। ইয়াৰ পাচতেই আৰম্ভ কৰিলে অসমীয়া বিহুগীত "বিহুৰেনো বিৰিণা।" গীতৰ প্ৰথম কলিটো গাওঁতেই দৰ্শক শ্ৰোতাসকলে হেনো গুণগুণাই গাবলৈ খুজিলে। সেই কথা গম পাই তেখেতে দৰ্শক সকলক

লক্ষ্য কৰি কলে— "গুণগুণাওক"। জয়ন্ত হাজৰিকাই ককায়েকৰ ফালে চাই পঠিয়ালে— চকুৱে চকুৱে পৰিল— চকু টিপ মাৰি দিলে ড° হাজৰিকাদেৱে আৰু হাত চাপৰি বজাই গীতটি গাই যাবলৈ ধৰিলে। বিহুগীতৰ ছন্দময় সুৰৰ লহৰে লহৰে হাত চাপৰি বজাবলৈ লাগি গ'ল দৰ্শক সকলেও। বিহুগীতটি শেষ হোৱাৰ পাচত পুনৰ আৰম্ভ কৰিলে আমেৰিকাৰ মহান সংগ্ৰামী শিল্পী পল ৰ'বছনৰ সেই "We are on the same boat brothers" গীতটো— যিটো ড° হাজৰিকাই দেশ-বিদেশত বহুবাৰ গাইছে প্ৰায় প্ৰত্যেক সংগীত অনুষ্ঠানতেই। সাধাৰণতে ভূপেন হাজৰিকাই যি কোনো মঞ্চতেই এই গীতটোকে তেখেতৰ সামৰণি গীত হিচাবেই গায় আৰু এই গীতটো গোৱাৰ পাচত অন্য গীত নেগায়। পল ৰ'বছনৰ এই গীতটি গাই শেষ হোৱাৰ পাচতেই ৰাইজৰ প্ৰতি সেৱা জনাই মঞ্চৰ পৰা আতৰি আহিব ধৰোতেই দৰ্শক শ্ৰোতাসকলে হাত চাপৰি বজাই বজাই 'More-More' বুলি চিঞৰি চিঞৰি হাজৰিকাদেৱক আৰু কিছু গান গাবৰ বাবে অনুৰোধ জনালে। এই অনুৰোধৰ যেন শেষ নাই। ফটোগ্ৰাফাৰ সকলেও ইতিমধ্যে সকলো ফালৰ পৰা ফটো লবৰ বাবে হেতাওপৰা লগাই দিলে। প্ৰেক্ষাগৃহৰ ভিতৰত থকা প্ৰায় আঠাইবোৰ কেমেৰাই চাৰিওফালৰ পৰা যেন বিজুলীৰ দৰে ঘনে ঘনে চমকিবলৈ আৰম্ভ কৰিলে- কেমেৰাৰ পোহৰবোৰে মঞ্চৰ ওপৰত যেন নাচিবলৈ ধৰিলে। ৰাইজৰ দাবীক উপেক্ষা কৰিব নোৱাৰি বাধ্য হৈ ভূপেন হাজৰিকাই পুনৰ গান গাবলগীয়া হ'ল— । আৰম্ভ কৰিলে শেহতীয়া গীত— "জয় জয় নৱজাত বাংলাদেশ।" দোভাষী হাৰবাৰ্টে গীতৰ প্ৰত্যেকটো শব্দৰ অৰ্থ কৈ দিলে। হাত চাপৰিৰ যেন শেষ নাই। সেইদৰেই গীত গাই প্ৰেক্ষাগৃহত উপস্থিত থকা সকলো দৰ্শক শ্ৰোতাকেই হৃদয়ৰ সুৰ চালি গোৱা গীতেৰে আপোন পাহৰা কৰি তুলিছিল

সুৰৰ যাদুকৰ ভূপেন হাজৰিকাই। এনেতে ঘড়ী চাই দেখে যে তেখেতৰ বাবে নির্দ্ধাৰণ কৰি দিয়া সময় কেতিয়াবাই পাৰ হৈ গৈছে। কাইজে তথাপিও যেন হাজৰিকাক এৰি দিব নিবিচাৰে। হলেও তেখেতে আৰু গান নেগালে। জয়ন্ত হাজৰিকাক লগত লৈ ভূপেন হাজৰিকাই গ্ৰীণৰুমৰ ফালে আহিব ধৰোঁতেই জার্মেনীৰ বিখ্যাত শিল্পী চিলভাৰ ক্ৰুপে ডঃ হাজৰিকাদেৱৰ ওচৰলৈ আহি অনুৰোধ জনাই কলে—"হাজৰিকা, আপুনি আকৌ যাওক।" কিন্তু তেওঁ আৰু মঞ্চলৈ উভতি নগ'ল। ভাৰতীয় নমস্কাৰেৰে ক্ষমা বিচাৰি মঞ্চ ত্যাগ কৰি গ্ৰীণৰুমলৈ আগবাঢ়িলে। মঞ্চ এৰাৰ পূর্বেই অক্টোবৰ ক্লাবৰ এজন উদ্যোক্তাই অতি আগ্ৰহেৰে দৌৰি আহি ভাই-কাকই দুয়োকে একো থুপা ফুল আগবঢ়াই দি কপালত চুমা খাই জার্মানী প্ৰথাৰে সন্মান জনাই আনন্দ প্ৰকাশ কৰিলে। তাৰ পিচতেই আৰম্ভ হ'ল—কৰমর্দ্দন, আলিঙ্গন, ফটোগ্ৰাফ, অট'গ্ৰাফ আদিৰ পৰ্ব আৰু তাৰ বাহিৰেও পশ্চিম বার্লিন, মিউনিক, প্ৰাগ, বুডাপেষ্ট, বাৰ্চ আদি বিভিন্ন ঠাইলৈ গৈ গীত গাবৰ বাবে নিমন্ত্ৰণ।

ইতিমধ্যে জার্মেনীৰ বিখ্যাত গণশিল্পী চিলভাৰ ক্ৰুপক মঞ্চলৈ আহিবৰ বাবে আহ্বান জনাই ঘোষণা কৰিলে। চিলভাৰ ক্ৰুপৰ বয়স ভূপেন হাজৰিকাৰ সমসাময়িক। মঞ্চলৈ যাবৰ সময়ত হাজৰিকাদেৱৰ ওচৰলৈ আহি ক্ৰুপে কলে—"You are great!" হাজৰিকাদেৱে উত্তৰত হাঁহি মাৰি কলে—"You are greater!" গুণীয়ে গুণীৰ প্ৰতি সন্মান জনায় এইদৰেই।

পিছ দিনা তেওঁলোক থকা হোটেল খনৰ কাষৰ কিতাপৰ দোকানত দেখা পালে যে বাতৰি কাকতৰ প্ৰথম পৃষ্ঠাতেই হাজৰিকা ভাতৃদ্বয়ৰ ছবিৰে সৈতে ভাৰতীয় শিল্পীক প্ৰসংশা কৰি লেখা বাতৰি ওলাইছে। হাজৰিকাদেৱৰ এই সুখ্যাতি নিশ্চয় ভাৰতবৰ্ষৰ বাবেও গৌৰৱৰ কাৰণ। তাৰ পাচত স্বদেশলৈ উভতি অহাৰ আগে

আগে হাজৰিকা ভাতৃদ্বয়ে পে'ডাণ্টন, ড্ৰেচডন আদি বিভিন্ন ঠাইত সংগীত পৰিবেশন কৰিছে— ড্ৰেচডনৰ সাংস্কৃতিক উপমন্ত্ৰী ৱাগনাৰ লগত আলোচনা চক্ৰতো যোগদান কৰিছে। কিউবাৰ ফ্ৰিল্ম নিৰ্ম্মাতা, গায়ক চিলভিয়ো, আমেৰিকাৰ বাৰবাৰা-ডেন, হাঙ্গেৰীৰ অৰফিওচ, চিলিৰ ফিলিপায়ন আৰু বহুতো গুণী-জ্ঞানী-শক্তিশালী শিল্পী-স্ৰষ্ঠা সকলৰ লগত বন্ধুত্ব গঢ়ি থৈ আৰু শেষত উভতি আহিবৰ সময়ত মস্কোৰ কিছু কিছু ঠাই ভাগ্নেকক দেখুৱাই লৈ ভূপেন হাজৰিকা উভতি আহিল স্বদেশৰ মাটিলৈ।

১৯৭২ চনত অসমৰ বুকুত আকৌ এবাৰ জ্বলি উঠিল মাধ্যম আন্দোলনৰ জুইকুৰা। লুইতৰ পাৰৰ মিলনতীৰ্থ এই অসমৰ বুকুত জ্বলি উঠা ভাষা-বিদ্বেশৰ এই জুইকুৰাৰ লেলিহান শিখাই শান্তি প্ৰিয় ভূপেন হাজৰিকাৰ অন্তৰখনো দগ্ধ কৰি পেলালে। কাৰণ ড° হাজৰিকাদেৱে সকলো সময়তেই "শান্তিপূৰ্ণ সহাৱস্থানৰ" সপক্ষে দোহাই দি আহিছে। ১৯৬০ চনতো সেই দৰে ভাষা আন্দোলনৰ সময়ত পৰস্পৰৰ মাজত স্নেহ-প্ৰীতিৰ ভাব জগাই তুলিবৰ বাবে "মৰমৰ ভাষাৰ আখৰ নাইকিয়া" বুলি গীত গাই ফুৰিছিল আৰু ভাবিছিল যে সেই কুৰা জুই যেন পুনৰ জ্বলি নুঠে। কিন্তু অভাৱনীয়ভাৱেই তেনে এক অমঙ্গলীয়া পৰিস্থিতিৰ উদ্ভৱ হোৱাত ড° হাজৰিকাদেৱে অত্যন্ত ক্ষুন্ন হৈ কিছুমান গীত লেখিলে ১৯৭২ চনতে। মাধ্যম আন্দোলনৰ সময়ত হাজৰিকাদেৱে লেখা গীত সমূহৰ ভিতৰত "যুক্তি কথা" "মৃত্যু কথা" "শেষ কথা" আৰু "বৰদৈচিলানে সৰুদৈ চিলানে" আদিয়েই বিশেষভাৱে উল্লেখযোগ্য। অসমীয়া ৰাইজে প্ৰাণপণ কৰি চলাই থকা মাধ্যম আন্দোলনৰ ন্যায্যতাৰ সমৰ্থনত স্পষ্টভাষাৰেই যথেষ্ট কথা তেওঁৰ সংগীত সমূহৰ জৰিয়তে প্ৰকাশ কৰিছে। উল্লেখযোগ্য যে স্বধৰ্ম্ম, স্বদেশ আৰু স্বজাতীয় ভাষা-সংস্কৃতিৰ ক্ষেত্ৰত পৃথিবীৰ

সকলো মানুহেই স্পৰ্শকাতৰ। কিন্তু তথাপিতো বিশাল হৃদয়ৰ ভূপেন হাজৰিকাই এনে স্পৰ্শকাতৰতাৰ প্ৰশ্ৰয় নিদিয়াকৈয়ে ভাষা-ধৰ্ম্ম বৰ্ণ নিৰ্বিশেষে সকলোৰে প্ৰতি সমন্বয় আৰু সম্প্ৰীতিৰ বন্ধনত আবদ্ধ হৈ থাকিবৰ বাবে মুক্ত কণ্ঠে আহ্বান জনাই ইতিপূৰ্বেই ৰচিত এটি গীতত লেখিছিল যে দূৰণিৰ পৰা আহিও লুইতৰ পাৰৰ মাটিক মাতৃ বুলি সাৱটি লব লাগে আৰু আকৌ কৈছে—

"তুমিয়ে মইয়ে দেশখন গঢ়োঁতে
যদিহে কেঁচা ঘাম সৰে,
দুয়োৰে ঘামৰে মিলনে দেখিবা
বুৰঞ্জী ৰচনা কৰে।"

কিন্তু শান্তি সংহতি আৰু প্ৰগতিৰ মূলমন্ত্ৰ স্বৰূপ এনে আকুল আহ্বানৰ প্ৰতি কোনো সহাঁৰি জনাই দূৰণিৰ পৰা অহা সকলে এই দেশৰ মাটিক মাতৃ বুলি আকোঁৱালি লোৱাটো দূৰৈৰ কথা তেওঁলোকে নিজে এৰি থৈ অহা ঠাইত ৰবষুণ হোৱা শুনিলে ইয়াতেই ছাতি মেলি থকাৰ মানসিকতাহে দেখা যায় আৰু সেয়ে তেওঁলোকে সাংবিধানিক অধিকাৰৰ দোহাই দি নিজৰ স্বকীয়তা খিনিক খামুচ মাৰি ধৰি থকাৰ উপৰিও অসমৰ মাটিতে তেওঁলোকৰ জাতীয় ভাষা সংস্কৃতিৰ প্ৰভাৱ আৰু প্ৰাধান্য বিস্তাৰ কৰিবলৈহে প্ৰয়াস কৰা দেখা যায়। প্ৰকৃততে সমগ্ৰ দেশৰ জন জীৱনৰ বাবে একান্ত অপৰিহাৰ্য শান্তি সংহতি আৰু প্ৰগতিৰ পথত এয়া এক অন্তৰায়। সেয়েইতো ড° হাজৰিকাদেৱে পুনৰ সকলোকে সতৰ্ক কৰি দিবৰ বাবে ৰচনা কৰিলে "যুক্তিকথা" নামৰ এটি গীত। এই গীতটিৰেই এঠাইত লিখিছে—

"তৰ্ক নকৰোঁ মই, শেষ হ'ল তৰ্ক
এই গীত সতৰ্ক কৰাৰ
নানিবি অসমলৈ ত্ৰাস পৰিৱেশ
ধ্বংস যজ্ঞ জ্বলোৱাৰ"

কিয়নো অসমৰ বাস্তিাক ভাষা স্থিৰ কৰিবলৈ যাওঁতে ১৯৬০ চনৰ ভাষা আন্দোলনৰ সময়তেই এনে বহুতো যুক্তি তৰ্কৰ মাজেদি সকলো কথা খৰচি মাৰি আলোচনা কৰা হৈছে আৰু সেইবোৰ কথাৰ পুনৰাবৃত্তিৰ প্ৰয়োজন নিশ্চয় নাই। আৰু সেই সম্দৰ্ভতে ড° হাজৰিকাদেৱে পুনৰ "মৃত্যু কথা" নামৰ আন এটি গীততো ১৯৭২ চনতে লেখিলে—

"চিন্তাৰ বাহন মোৰ মাতৃ ভাষা,

অস্ত্র নহয় ক্ষমতাৰ" আৰু তাৰ লগতে সেই একেটি গীতৰে আন এঠাইত ভাৰতৰ ৰাজ্য সমূহ পুনৰ গঠনৰ সময়ত এনে ভাৱৰ বাহন স্বৰূপ আঞ্চলিক ভাষাকেই ভিত্তি কৰি কাৰ্য ক্ষেত্ৰত আগবাঢ়িবলৈ যাওঁতে বিভাজনৰ যি চক্ৰান্ত চলোৱা হৈছিল তাকেই উল্লেখ কৰি পুনৰ লেখিলে—

"তেন্তে কিয় ভাৰতৰ অঞ্চলে অঞ্চলে
সু-আসন একেটি ভাষাৰ ?"
... .... .... .... -
পুনৰ গঠন বুলি পুনৰ ভাঙন কৰা
চক্ৰান্ত আছে যাৰ যাৰ
জুই লৈ নেখেলিবি ৰঙা চকু দেখুৱাই
সঁকীয়ালোঁ এয়ে শেষ বাৰ"

উল্লেখযোগ্য যে আঞ্চলিক ভাষাক ভিত্তি কৰি পুনৰ গঠন কৰা ভাৰতৰ ৰাজ্য সমূহৰ আন কোনো ঠাইতে অসমৰ দৰে ভাষা সমস্যা নাইবা মাধ্যম আন্দোলনৰ বিশেষ কোনো নজিৰ নাই। কিন্তু অসমে ১৮৩৬ চনৰ পৰাই আজিলৈকে কেইবাবাৰো নিজৰ ভাষাটোকে কেন্দ্ৰ কৰি সংগ্ৰাম কৰিবলগীয়া হোৱাটো সঁচাকৈয়ে পৰিতাপৰ বিষয়। অসমতে অসমীয়া ভাষা বাৰে বাৰে অঘৰী হবলগা হোৱাৰ বাবেই ড° ভূপেন হাজৰিকাদেৱৰ অন্তৰত ক্ষোভ-

জনিত সংগ্ৰামী মনোভাৱ জাগি উঠিছিল আৰু সেয়ে তেখেতে লেখিছে— "সূৰ্যৰ পিনে চাই সংগ্ৰাম কৰিবলৈ

অসমৰো আছে অধিকাৰ

তাৰেই প্ৰকাশক উচ্ছাত্মিকা বুলি কৰ

লুকুৱাই নিজ ব্যভিচাৰ"

কিন্তু সেই বুলি স্বদেশৰ বুকুত স্বজাতীয় ভাষা-সংস্কৃতিৰ হকে কৰিবলগীয়া হোৱা এই আন্দোলনৰ প্ৰকৃত লক্ষ্য আনকো অসমীয়া ভাষা শিকিবলৈ বাধ্য কৰা নাইবা আনৰ ভাষাক অৱহেলা কৰাটো নহয়। এই সন্দৰ্ভত ড° হাজৰিকাই ১৯৭২ চনত ৰচনা কৰা "শেষ কথা" নামৰ গীতটোতেই এনেদৰে লেখিলে—

"অসমীয়া জাতিটোৰ অসমতে নাই জানো

যোগ্যতা পোৱাৰ অধিকাৰ ?

.... .... ... .... .... ....

কাৰো প্ৰতি বিদ্বেষ, কাৰো ভাষা অৱহেলা

লক্ষ্য নহয় আমাৰ।

এই গীত নুবুজিলে শত গীত লেখি যাম

জগাই লুইতৰ পাৰ।"

অসমীয়া ভাষা-সাহিত্যৰ ইতিহাসত জোনাকী যুগৰে পৰাই স্বজাতীয় ভাষা-সংস্কৃতিৰ সংৰক্ষণ আৰু সংবৰ্দ্ধনৰ বাবে অবিৰত ভাৱে সংগ্ৰাম কৰিও ভাগৰি নপৰা অসমীয়া জাতিটো সততে শান্তিকামী এটি উদাৰ জাতি। এনে উদাৰতাক দুৰ্বলতা বুলি ভাবিলোৱা ভাষাপ্ৰেমী সকলৰ কুটচক্ৰান্তৰ বিৰোদ্ধে অসমীয়া জাতিয়ে চলাবলগীয়া হোৱা শান্তিপূৰ্ণ সংগ্ৰামৰ ন্যায্যতাৰ সমৰ্থনত ড° হাজৰিকাদেৱে নিৰ্ভীক ভাৱে লেখা প্ৰত্যেকটো গীততেই তেওঁৰ সৎসাহস আৰু স্পষ্ট-বাদীতাৰ পৰিচয় পোৱা যায়। মন কৰিবলগীয়া যে পশ্চিম বঙ্গৰ কলিকতাত প্ৰায় স্থায়ীভাৱে বসবাস কৰি থকা সত্বেও ভূপেন

হাজৰিকাই এনে সুযুক্তিপূৰ্ণ কথাৰেই গীত লেখাৰ ক্ষেত্ৰত অকণমানো কুণ্ঠিত হোৱা নাই। ইয়াৰ মূলতে মহামতি কল'ৰিজৰ ভাষাৰে "We get, What we give" বুলি কোৱাৰ দৰে হাজৰিকা-দেৱেও এনেদৰে কয়— "যি সকলে আনক ঘিণ কৰে, তেওঁলোকক আনেও ঘিণ কৰে।" সেয়েহে, ভাষা বিদ্বেষৰ পৰিপ্ৰেক্ষিতত হাজৰিকা ডাঙৰীয়াইও ১৯৭২ চনত লেখা গীতবোৰৰ মাজেদি অন্যায়ৰ প্ৰতিবাদ স্বৰূপে কিছু পৰিমাণে উষ্মা প্ৰকাশ কৰিবলৈ বাধ্য হৈছে— কিন্তু সেইবুলি আৱেগ বিহ্বলভাৱে নহয়, যুক্তিপূৰ্ণ সুস্থ বিচাৰ বিশ্লেষণেৰেহে।

১৯৭২ চনৰ এই বছৰটোতে দেশ বিদেশৰ বিভিন্ন ঠাইত গীত গাই ফুৰাৰ বাহিৰেও সুমতিসম্পন্ন সৌন্দৰ্য স্ৰষ্টা ভূপেন হাজৰিকাই নিত্য নতুন কৰ্ম-চিন্তাৰ মাজেৰে অক্লান্তভাৱে আগবাঢ়িবলৈ ধৰিলে। সৃজনপ্ৰয়াসী হাজৰিকাদেৱৰ কৰ্মময় জীৱনৰ সময়বোৰ লাহে লাহে আগবাঢ়ি আহি ১৯৭৩ চনত ভৰি দিলেহি। ১৯৭৩ চনতেই গুৰুদত্ত ফিল্মচৰ হৈ আত্মাৰামে নিৰ্মাণ কৰা "আৰোপ" নামৰ হিন্দী কথাছবিৰ সংগীত পৰিচালনা কৰিলে ভূপেন হাজৰিকাই। উল্লেখযোগ্য যে এই ছবিখনত ব্যৱহাৰ কৰা শ্ৰীমন্ত শঙ্কৰদেৱৰ বৰগীত এটি হিন্দীলৈ ৰূপান্তৰ কৰি গীতটিৰ ৰয়েলটিৰ বাবে পোৱা মুঠ ৮০০১'০০ (আঠ হেজাৰ এটকা) অসমৰ শংকৰী কলা প্ৰচাৰ আৰু প্ৰসাৰৰ মহৎ উদ্দেশ্যৰে তেতিয়াৰ মুখ্যমন্ত্ৰী শ্ৰীশৰৎ চন্দ্ৰ সিংহৰ হাতত তুলি দি হাজৰিকাদেৱে নিজেও এক মহত্বৰ অধিকাৰী হৈছিল।

কলাৰত্ন ড° ভূপেন হাজৰিকাৰ কৰ্ম ব্যস্ততাৰ বিষয়ে জানিবলৈ হলে ১৯৭২ চনৰ বছৰটোৰ কথা উল্লেখ কৰিব পাৰি। সেই বছৰৰ জানুৱাৰীত অসম আৰু কলিকতাত, ফেব্ৰুৱাৰীত জাৰ্মেনী, বাৰ্লিন, মস্কো, ইজিপ্ত, চৌদী আৰব আদি ঠাইত গীত গাইছে,

মাৰ্চ-এপ্ৰিলত আত্মাৰামৰ ছবিৰ সংগীত পৰিচালনা কৰিছে, বিহুৰ সময়ত অসমলৈ আহি গীত গাইছে, মেই জুনত অৰুণাচলত ডকুমেণ্টৰী ফিল্ম কৰিবলৈ পাহাৰ বগাইছে, জুলাইত বাংলাদেশৰ নাটঘৰ, টেলিভিশ্যন, ৰেকৰ্ড কোম্পানীত গীত পৰিবেশন কৰিছে। তাৰ পাচত বোম্বাইত সংগীতৰ কাম কৰিছে, 'আমাৰ প্ৰতিনিধি' আলোচনীৰ সম্পাদকীয় আৰু সহস্ৰজনে কৰা প্ৰশ্নৰ উত্তৰ লেখিছে। তাৰ বাহিৰেও জ্যোতি প্ৰসাদৰ বিষয়ে প্ৰামাণ্য চিত্ৰ নিৰ্মাণৰ কামত মনোনিবেশ কৰিছে, 'দৈনিক জনমভূমি' কাকতত ক'লা-সাংস্কৃতি বিষয়ৰ 'অন্যমত' শিৰোনামাতো লেখিছে। এইদৰেই কৰ্মযোগী ড° ভূপেন হাজৰিকাই সকলো সময়তে বহুব্যস্ততাৰ মাজেদি জীৱনৰ দিনবোৰ অতিবাহিত কৰি আছে।

ইমানতে আকৌ মন কৰিবলগীয়া যে ১৯৭৩ চনৰ জুলাই মাহত বাৰ্লিনত অনুষ্ঠিত "আন্তৰ্জাতিক যুৱ মহোৎসৱ'ত যোগদান কৰিবৰ বাবে ভূপেন হাজৰিকাক আমন্ত্ৰণ জনোৱা হৈছিল। বাৰ্লিনৰ বিখ্যাত "আলেকজেণ্ডাৰ প্লাজা"ত আয়োজিত এই আন্তৰ্জাতিক সংগীত সন্ধিয়াত গীত গাই তেওঁতে ৰাইজৰ পৰা ভূয়সী প্ৰশংসা লাভ কৰিছিল। এই দ্বিতীয় যাত্ৰাতো সহযোগী শিল্পী আছিল তেখেতৰ ভায়েক জয়ন্ত হাজৰিকা। এই যুৱ মহোৎসৱত গীত গাই প্ৰসংশিত হোৱাৰ লগতে সেই অনুষ্ঠানৰ পৰা এটি সোণৰ পদকো লাভ কৰিছিল ড° ভূপেন হাজৰিকাই। বাৰ্লিনৰ সেই যুৱ মহোৎসৱৰ সংগীত চেমিনাৰত অংশ গ্ৰহণ কৰি পলৰ'বছনৰ দৰেই ভূপেন হাজৰিকাইও কৈছিল— "Songs are Definatetly instruments for social change'" উল্লেখযোগ্য যে সেই বছৰতে ভূপেন হাজৰিকাই তেখেতৰ গীতৰ শ্ৰোতা সকলৰ লগত আন্তৰিকতা প্ৰতিষ্ঠা কৰি লেখিলে— "মোৰ গীতৰ হেজাৰ শ্ৰোতা / তোমাক নমস্কাৰ।" এই গীতৰ মাজেদি এনে এটি কথা প্ৰকাশ কৰিছে

যে শ্ৰোতাসকলেই হ'ল তেখেতৰ গীতৰ সভাত প্ৰধান অলঙ্কাৰ স্বৰূপ। কিয়নো প্ৰজাবিহীন ৰাজ্যত ৰজাৰ কোনো মূল্য নাই আৰু সেইদৰে গভীৰ আস্থা আৰু আন্তৰিকতা থকা শ্ৰোতা নহলে গায়ক নাইবা গীতিকাৰ শিল্পীৰ মূল্যাঙ্কণ কৰিবইবা কোনে ? আদৰ সন্মান জনাব কোনে ? মুঠতে শিল্পীৰ স্থান নিৰ্ণয় কৰে শ্ৰোতাইহে। এই গীতটিৰ মাজেদি ডঃ হাজৰিকাই শ্ৰোতা সকলৰ লগত আন্তৰিকতা গঢ়ি তোলাৰ লগতে শিল্পীয়ে শ্ৰোতা জনতাৰ প্ৰতিনিধিত্ব কৰাৰ প্ৰয়াসৰ কথা উল্লেখ কৰি লেখিলে—

"প্ৰয়াস কৰোঁ— তোমাৰ মুখত হাঁহি বিলাবলৈ'
প্ৰয়াস কৰোঁ— তোমাৰ দুখত সচাঁই কান্দিবলৈ'
তোমাৰ ক্ৰোধত ক্ৰোধান্বিত হৈও গীত ৰচোঁ
(সেয়ে) গীতৰ কুসুমেৰে আজি জীৱন জাতিষ্কাৰ।

তাৰ বাহিৰেও সেই বছৰতে বিশ্ব বিজয়ী যাযাবৰ শিল্পী ডঃ হাজৰিকাদেৱে তেখেতৰ ব্যক্তিগত জীৱনৰ কথা উল্লেখ কৰিয়েই হয়তো "মোৰ জীৱন ৰথ এবাৰ থমকি ৰৈছিল" বোলা এটা গীত ৰচনা কৰিলে। আৰু লগতে "ৰৰদৈ চিলানে, সৰুদৈ চিলানে" গীতটি ৰেকৰ্ডিং কৰি শ্ৰোতা জনতাক মুগ্ধ কৰাৰ উপৰিও অসমীয়া সকলৰ জাতীয় কৰ্তব্য সম্পৰ্কে সচেতন কৰি দিছিল।

১৯৭৪ চনৰ জানুৱাৰী মাহ। হিন্দী বোলছবিৰ শ্ৰেষ্ঠ গায়ক কিশোৰ কুমাৰক গুৱাহাটীলৈ মাতি আনি সংগীত সন্ধিয়া পাতিবলৈ উদ্যোগ গ্ৰহণ কৰিলে ডঃ ভূপেন হাজৰিকাই। এই সংগীত সন্ধিয়া আয়োজনৰ উদ্দেশ্য হ'ল— লাভাংশৰ আটাইখিনি ধন অসমৰ কেন্সাৰ ৰোগৰ চিকিৎসাৰ বাবে প্ৰস্তাৱিত ডাঃ ভুবনেশ্বৰ বৰুৱা কেন্সাৰ ইন্সটিটিউটৰ নামত দান কৰাটো। কাৰণ কেন্সাৰ বেমাৰে হৰণ কৰি লৈ যোৱা গুৰুস্থানীয় শিল্পী-সাধক সকলক অকালতে হেৰুৱাই ডঃ ভূপেন হাজৰিকাই নিজকে বৰ অসহায়

আৰু অকলশৰীয়া যেন অনুভৱ কৰে প্ৰায় সকলো ক্ষেত্ৰতেই। ৰূপকোঁৱৰ জ্যোতি প্ৰসাদ, কলাগুৰু বিষ্ণুপ্ৰসাদ, নটসূৰ্য ফণী শৰ্মা, নাট্যকাৰ সৰ্বেশ্বৰ চক্ৰৱৰ্তী আদি সকলোকেই এই কৰ্কট ৰোগে সংহাৰ কৰিলে। এনেকি ড° হাজৰিকাৰ মাতৃ শান্তিপ্ৰিয়া হাজৰিকা আৰু মোমায়েককো এই দুৰাৰোগ্য ব্যাধিয়ে গিলি থলে। ডা° কনকেশ্বৰ বৰুৱাই হেনো শিল্পী হাজৰিকাক এদিন কৈছিল— "ভূপেন, বিশ্বৰ শৰীৰ বিশেষজ্ঞ সকলৰ মতে ভাৰতৰ ভিতৰত অসমতেই দুৰাৰোগ্য কেন্সাৰ ৰোগত বেচি মানুহৰ মৃত্যু হয়।" সেই বাবেই হয়তো ভূপেন হাজৰিকাই অসমৰ জনসাধাৰণক অনিবাৰ্য অকাল মৃত্যুৰ গৰাহৰ পৰা ৰক্ষা কৰিবৰ বাবে চিকিৎসা কেন্দ্ৰক সহায় কৰিবলৈ আগবাঢ়ি আহিছিল।

১৯৭৪ চনৰ বছৰটোত ভূপেন হাজৰিকাই 'ধৰ্মকাই', 'বৃষ্টি' আদি কথা ছবিৰ সংগীত পৰিচালনাও কৰিছিল। তাৰোপৰি পুলক গগৈৰ "খোজ" ছবিৰ বাবে উষা মাঙ্গেশকাৰক মাতি আনি ভূপেন হাজৰিকাই অসমীয়া গীত গোৱাইছিল। সেই একে বছৰতে গীতৰ ২ খন ৰেকৰ্ডো প্ৰকাশ কৰিছিল। এনেতে ১৯৭৪ চনৰ ৯ ডিচেম্বৰ তাৰিখে কণ্ঠ শিল্পী পদ্মশ্ৰী মহম্মদ ৰফী ডাঙৰীয়া গুৱাহাটীলৈ আহিছিল "মেলডি সন্ধ্যা" বাবে গীত গাবলৈ। কিন্তু দুৰ্ভাগ্যবশতঃ অকাল বৃষ্টিৰ বাবে নিৰ্দ্ধাৰিত দিনত তেখেতৰ গীত গোৱা নহ'ল আৰু সেয়ে পুনৰ ২০ ডিচেম্বৰ তাৰিখে গুৱাহাটীলৈ আকৌ আহিব বুলি ৰফী ডাঙৰীয়াই নিজেই ঘোষণা কৰিলে। তেতিয়াৰ সেই আজৰি সময়খিনিতে HMV ৰ গুৱাহাটীস্থ কৰ্ম্মকৰ্ত্তা সকলৰ জনোৱা অনুৰোধমতেই দুটা জিকিৰ আৰু জাৰি ৰেকৰ্ডিং কৰিবলৈ মঃ ৰফী চাহাবো ৰাজী হৈছিল। এই ক্ষেত্ৰত আগভাগ ললে ভূপেন হাজৰিকাই আৰু সেয়েইতো অমৰ শিল্পী ৰফীচাহাবৰ সুমধুৰ কণ্ঠত ৰেকৰ্ডিং হ'ল দুটা জিকিৰ। তাৰে এটা আজান ফকীৰৰ মৃত্যুৰ

পিচত তেখেতৰ নশ্বৰ দেহাটিক কবৰস্থ কৰিবলৈ নিয়াৰ সময়তে শোকাভিভূত ভূপেন হাজৰিকাই হৃদয় বিদাৰক আবেগ অনুভূতিৰে লেখা জিকিৰ আছিল ।

১৯৭৫ চনত চাহ বাগিছাৰ শ্ৰমিক সকলৰ জীৱনৰ সুখ-দুখৰ কাহিনীৰ অৱলম্বনত সুখ্যাত গল্পকাৰ নিৰোধ চৌধুৰীয়ে লেখা "চামেলি মেম চাব" নামৰ কথাছবিখনৰ সংগীত পৰিচালনা কৰে ডঃ ভূপেন হাজৰিকাই আৰু ছবিখনত ব্যৱহৃত আটাইকেইটা গীতৰ ৰচনাও তেখেতৰ নিজস্ব সৃষ্টিৰ এক অনুপম অৱদান। আব্দুল মজিদৰ দ্বাৰা পৰিচালিত এই কথাছবিখনৰ কাহিনীভাগৰ আকৰ্ষণীয়তাক অতিক্ৰম কৰিছিল সংগীতৰ মাধুৰ্য্যইহে। উত্তৰ পূৰ্বাঞ্চলৰ সকলো শ্ৰেণীৰ বাইজৰ মাজত ছবিখনে বিশেষভাৱে সমাদৰ লাভ কৰাৰ কথাই এক অভিলেখ সৃষ্টি কৰিছিল। উল্লেখযোগ্য যে— 'চামেলি মেম চাব" ছবিখনৰ বাহিৰেও সেই একে বছৰতে ডঃ হাজৰিকাই সংগীত পৰিচালনা কৰা আন এখন ছবি হ'ল— "মেৰা ধৰম মেৰী মা"। অৰুণাচল প্ৰদেশৰ H M. TATA নামৰ এজন ছাত্ৰই লিখা এটি বিশেষ কাহিনীৰ অৱলম্বনত ছবিখন কৰা হৈছিল। কিন্তু ইয়ানতে বিশেষভাৱে উল্লেখ কৰিবলগীয়া যে— বঙালী আৰু হিন্দী ভাষালৈ অনুদিত কৰি হলেও সকলো বাইজে 'চামেলি মেম চাব' কথাছবিখনক যিদৰে আদৰি লৈছিল তাৰ মূলতেই হৈছে আব্দুল মজিদৰ দ্বাৰা নিখুঁতভাৱে পৰিচালিত চিত্ৰনাট্যৰ কাহিনীভাগৰ লগত সামঞ্জস্য ৰক্ষা কৰি ভূপেন হাজৰিকাদেৱৰ সংগীত পৰিচালনাৰ ক্ষেত্ৰত থকা বিশেষ সাৰ্থকতাহে। কিয়নো ছবিখনৰ বাবে ৰচনা কৰা গীত সমূহৰ লগতে ছবিখনৰ সংগীত পৰিচালনাই এক অভূতপূৰ্ব সাফল্য আৰু বিশেষ ধৰণৰ খ্যাতি কঢ়িয়াই আনিলে ডঃ হাজৰিকাদেৱৰ সাধনাময় শিল্পী জীৱনলৈ……।

# একাদশ অধ্যায়

## ( ১৯৭৬ চনৰ পৰা ১৯৭৮ চনলৈ )

লোক-সংস্কৃতিৰ কলাকাৰ ড° ভূপেন হাজৰিকাৰ সাধনাময় শিল্পী জীৱনৰ ভিতৰত ১৯৭৬ চনৰ বছৰটো বিশেষভাৱে উল্লেখযোগ্য এটি স্মৰণীয় বছৰ। কাৰণ আব্দুল মজিদৰ দ্বাৰা পৰিচালিত "চামেলি মেম চাব" নামৰ অসমীয়া কথাছবিখনত গৱেষণামূলক-ভাৱে সংগীত পৰিচালনা কৰি অসাধাৰণ প্ৰতিভাৰ পৰিচয় দিয়াত ভাৰতৰ ভিতৰত সেই বছৰৰ সৰ্বশ্ৰেষ্ঠ সংগীত পৰিচালক হিচাবে ড° হাজৰিকাদেৱে সুখ্যাতিসম্পন্ন স্বীকৃতি লাভ কৰিছিল আৰু সেয়ে ভাৰতৰ ৰাষ্ট্ৰপতিয়ে তেখেতক মাতি নি আনুষ্ঠানিক ভাৱে নগদ দহ হেজাৰ টকাৰে সৈতে "ৰজত কমল" বঁটা আগবঢ়াইছিল। ভাৰতৰ ৰাষ্ট্ৰীয় পৰ্যায়ৰ এনে সুযোগ্য সন্মান আৰু স্বীকৃতি ড° হাজৰিকাৰ বাবে এয়ে প্ৰথম। তাৰ বাহিৰেও "মেৰা ধৰম মেৰী মা" নামৰ বোলছবিত সফলতাৰে সংগীত পৰিচালনা কৰাৰ বাবেও ১৯৭৬ চনৰ ২৬ জানুৱাৰীৰ দিনা গণতন্ত্ৰ দিৱস উপলক্ষে অৰুণাচল প্ৰদেশৰ চৰকাৰ আৰু ৰাইজে ডঃ ভূপেন হাজৰিকাক আমন্ত্ৰণ কৰি নি স-সন্মানেৰে এটি সোণৰ পদক উপহাৰ দিয়ে। এয়া নিশ্চয় ড° হাজৰিকাদেৱৰ আজন্ম সাধনাৰ এক চৰম সাফল্য বুলিয়েই স্বীকাৰ কৰিব লাগিব। তেখেতৰ জীৱনজোৰা এনে সাফল্যজনিত সুখ্যাতি অৰ্জনৰ অন্তৰালত সংগীত শিল্পী মোমা-য়েকৰ প্ৰভাৱৰ কথা ড° হাজৰিকাদেৱে নিজেও স্বীকাৰ কৰে। তেখেতৰ ভাষাত কবলৈ হলে— "মোৰ এনেকুৱা ভাব হয় যে মোৰ জীৱনটো যেন Continuity of another life, সেইটো

মোৰ আইতাহঁতেও বিশ্বাস কৰিছিল। মই মোৰ বয়সৰ ল'ৰা ছোৱালীতকৈ অলপ বেছি কাম কৰিছিলোঁ। তাকে প্ৰমাণ কৰিবলৈ গৈ এই কথাটো কৈছিল— "তোৰ আগৰ জনমৰ সাধনাই যেন কাম দিছে। তই ডাঙৰ শিল্পী হব লাগিব।" সচাঁকৈয়ে তেখেতৰ পৰিয়ালৰ মানুহে আশা কৰা ধৰণেই ড° ভূপেন হাজৰিকা আজি অকল ডাঙৰ শিল্পীয়েই নহয়, বিশ্ববিশ্ৰুত এগৰাকী সঁচা শিল্পী হৈ পৰিছে।

শতিকাৰ কলাকেশৰী ডঃ ভূপেন হাজৰিকাই শ্ৰেষ্ঠ সংগীত পৰিচালকৰ সন্মান লাভ কৰাৰ সময়ত হিন্দী বোলছবি "সত্যম শিবম সুন্দৰম্"ৰ গীতিকাৰ পণ্ডিত শ্ৰীনৰেন্দ্ৰ নাথ শৰ্মাৰ বাসভৱনত 'নতুন নাইটেঙ্গল' লতা মাঙ্গেশকাৰে আবেগজড়িত কণ্ঠেৰে কৈছিল— "ভূপেনদাৰ এই সন্মান লাভ কৰাত পলম হৈ গ'ল। এই সন্মানৰ বাবে তেওঁ অতি যোগ্য ব্যক্তি বুলি মই কাহানিবাই ধাৰণা কৰিছিলোঁ। মোৰ সৈতে হোৱা সান্নিধ্যৰ পৰা মই এইখিনি কথা কব পাৰোঁ। ভূপেনদাৰ প্ৰতিটো সুৰ সৃষ্টিৰ প্ৰতিটো স্বৰ তেওঁ মুকুতা বছাদি বাছে। প্ৰত্যেকটিতে তেওঁৰ স্বকীয় সুগন্ধ আছে।" নিত্য নতুন সুৰ সৃষ্টিৰ ক্ষেত্ৰত স্বকীয়তা ৰক্ষা কৰাটোৱেই হ'ল ভূপেন হাজৰিকাৰ বৈশিষ্ট্য। আৰু সেই স্বকীয় বৈশিষ্ট্য খিনিৰ বাবেই হয়তো তেখেতে এই সন্মান আৰু স্বীকৃতি লাভ কৰিলে। অৱশ্যে সংগীত পৰিচালকৰ এনে শ্ৰেষ্ঠ সন্মান আৰু পুৰস্কাৰ লাভ কৰাৰ পাচত ড° হাজৰিকাই এটা প্ৰশ্নৰ উত্তৰত তেখেতৰ মনৰ ভাব প্ৰকাশ কৰি কৈছিল— "পোনে পোনে স্বৰ্গলৈ যোৱা যেন লগা নাছিল। বুকুখনো অহংকাৰেৰে ভৰি যোৱা নাছিল। পাই ভাবিলোঁ ভাগ্যে Politically motivated নহলোঁ।

এই পুৰস্কাৰ প্ৰতিযোগিতামূলক technical পুৰস্কাৰ আৰু ভাল লাগিছিল এই কাৰণে যে মোৰ পৰীক্ষামূলক সংগীতৰ ধাৰাটোক

সৰ্বভাৱতে স্বীকৃতি দিলে ।”

তাৰ বাহিৰেও ‘ৰজত কমল’ৰ সৈতে দহ হেজাৰ টকাৰে কি কৰিব বুলি প্ৰশ্ন কৰাত হাজৰিকাদেৱে উত্তৰত কৈছিল— “অসমৰ প্ৰায় কেন্দ্ৰ স্থল কুঠৰীত ( কাজিৰঙাৰ কাষত ) মই পঁজা এটি সাজিছোঁ। নগদে এখন কৃষি পাম। তাতে গাঁৱৰ মাজত, মোৰ লোক কৃষ্টিৰ এটি কেন্দ্ৰস্থল খোলাৰ বহুদিনৰ আশা আছিল। তাতে অসমৰ চুকে কোণে থকা লোক সংগীতৰ সংগ্ৰহ এটা কৰাৰো মোৰ বহুদিনৰ পৰা পুহি থকা আশা। যদি টকাৰ হিচাপ জানে দহ হেজাৰ টকা বৰ বেচি নহয়। তথাপি তাৰে ( যদি ৰাষ্ট্ৰই নগদ টকা দিয়ে ) আৰম্ভণি এটা কৰিব পাৰিম যেন লাগিছে। নহলেও কণ্ট কৰি গীত গাই হলেও, সেই কেন্দ্ৰ মই খুলি দেশক দি যামেই।”

প্ৰসঙ্গক্ৰমে উল্লেখযোগ্য যে স্বৰ্গীয় চন্দ্ৰ ফুকন আৰু শশী ফুকনৰ সৌজন্যত বহুদিনৰ আগতেই নগাঁও জিলা আৰু কাৰ্বি পাহাৰৰ সঙ্গম স্থল কাজিৰঙাৰ কুঠৰীত ড° ভূপেন হাজৰিকাই এডোখৰ মাটি পাইছিল। লোক সংস্কৃতিৰ সমল সমূহ সংগ্ৰহ কৰিবৰ বাবে উল্লেখিত সেই কেন্দ্ৰটো প্ৰতিষ্ঠা কৰাৰ মানসেৰেই কুঠৰীৰ সেই মাটিত সৰু এটি কুটীৰ তেখেতে সাজি থৈছে। অসমৰ ইমূৰৰ পৰা সিমূৰলৈ অহা যোৱা কৰোঁতে মাজে সময়ে তেখেতে সময় আৰু সুবিধা বুজি কুঠৰীৰ সেই কুটীৰত সোমাই ক্ষন্তেকৰ বাবে জিৰণী লয়। প্ৰকৃতিৰ কোলাত থকা নীৰৱ নিৰ্জন কুটীৰত বহি একান্ত মনেৰে কলম চলাবৰ বাবেও তেখেতে প্ৰয়াস কৰে। ৰবীন্দ্ৰ নাথ ঠাকুৰে যেনেকৈ দেউতাকৰ জমিদাৰী চলাবৰ বাবে শিলাই-দহত থাকোঁতে প্ৰকৃতিৰ কোলাত বহি সাহিত্য চৰ্চা কৰিবলৈ পৰ্য্যাপ্ত পৰিমাণে সময় আৰু সুবিধা উলিয়াই লৈছিল— ঠিক তেনেকৈয়ে বহুব্যস্ততাৰ পৰা কিছু আতৰি গৈ ভূপেন হাজৰিকাইও

কলম হাতত তুলি লবলৈ ইচ্ছা কৰে। ৰবীন্দ্ৰ নাথ ঠাকুৰে শিলাইদহত জমিদাৰী চলাই থাকোতেই বঙ্গৰ গ্ৰাম্য জীৱন আৰু প্ৰকৃতিয়ে মেলি থোৱা মুকলি পুথিৰ বিভিন্ন অধ্যায় অধ্যয়ন কৰাৰ সুযোগ পাইছিল। কলাবন্ত ড° ভূপেন হাজৰিকাইও তেনেকৈ চিন্তা-চৰ্চাৰ পৰিসৰ বৃদ্ধি কৰিবৰ বাবে জনজীৱনৰ পৰা উপকৰণ সংগ্ৰহ কৰাৰ অভিপ্ৰায় লৈ এঠাইত তেখেতে এনেদৰে কৈছে— "পশু-পক্ষীৰ সৈতে প্ৰকৃতিৰ কোলাত বহি এতিয়া মোৰ কলম হাতত লবৰ মন গৈছে। নিৰিবিলি ভাৱে চিন্তা কৰিবৰ মন গৈছে। তদুপৰি আশে-পাশে থকা চাহ-বনুৱা, কাৰ্বি আৰু অসমীয়া, ন-অসমীয়া খেতিয়কৰ জীৱন জানিবৰ মন গৈছে।" অনুসন্ধিৎসু মনৰ ভূপেন হাজৰিকাই কাজিৰঙাৰ কুঠৰীত বহি কলম হাতত লবলৈ ইচ্ছা প্ৰকাশ কৰাৰ অন্তৰালত অন্যান্য কিছুমান শুভ অভিপ্ৰায় নথকা নহয়। কিয়নো কাজিৰঙাকেই তেখেতে জীৱনৰ বিয়লি বেলাৰ শান্তিময় বিচৰণভূমি হিচাবে নিৰ্বাচন কৰি লোৱা যেন লাগে। যিহেতু পৃথিবীৰ আন ক'তো বিচাৰি নোপোৱা এক খড়্গৰ গড় চাবলৈ দেশ-বিদেশৰ অসংখ্য মানুহ কাজিৰঙা অভয়াৰণ্যলৈ আহে আৰু সেয়ে দেশ-বিদেশৰ পৰা অহা সেই লোক সকলৰ লগত দেখা-দেখি হোৱাৰ এক সুন্দৰ সুযোগ কাজিৰঙাতেই সম্ভৱ। তাৰোপৰি শান্তি-সম্প্ৰীতিৰ ধ্বজাবাহী ভূপেন হাজৰিকাই তেখেতৰ "কাজিৰঙা, কাজিৰঙা" গীতটোৰ জৰিয়তে কাজিৰঙা অভয়াৰণ্যৰ স্বকীয় মহিমাৰ কথা ব্যাখ্যা কৰি লেখিছে—

"কাজিৰঙা, কাজিৰঙা
ভয়াবহ নহয় / নহয় অভয়াৰণ্য
ইয়াতকৈও ভয়াবহ জানা
পৃথিবীৰ জন অৰণ্য।"

সঁচাকৈয়ে কাজিৰঙা অভয়াৰণ্যত থকা হিংস্ৰ জন্তুৰ মাজতো নিৰ্ভয়ে

বিচৰণ কৰিব পৰা যায়; কিন্তু জন অৰণ্যত পদে পদে ভয়। তাৰোপৰি অভয়াৰণ্যত থকা বিভিন্ন ধৰণৰ জীৱ-জন্তুয়ে প্ৰত্যেকেই যথা ৰীতিমতেই নিজ নিজ ভাৱত নিজৰ পৰিসীমাতেই মুক্তভাৱে বিচৰণ কৰি আছে, কাৰো ক'তো কোনো আহুকাল নাই; হিংস্ৰতা প্ৰদৰ্শনৰ প্ৰতিযোগিতা নাই — পৰস্পৰে পৰস্পৰক আক্ৰমণ নাইবা প্ৰতি আক্ৰমণ কৰাৰো কোনো আশংকা নাই। কিন্তু জন অৰণ্যত ? একবিংশ শতিকাৰ এই উষালগ্নত সুসভ্য মানৱ সমাজৰ মাজত চলি থকা বৰ্বৰোচিত হিংস্ৰতাৰ ওচৰত জান্তৱ হিংস্ৰতাইও লাজ পাব লগীয়া পৰিস্থিতিৰ উদ্ভৱ হৈছে। আজিৰ এই আধুনিক বিজ্ঞানসন্মত যান্ত্ৰিক সভ্যতাৰে সুসভ্য মানৱ সমাজে হিংসা আৰু প্ৰতিহিংসাত উন্মত্ত হৈ আদিম যুগতকৈও এক অন্ধকাৰ ভৱিষ্যতলৈ আগবাঢ়ি থকা নাইনে ? সেয়ে অভয়াৰণ্যত মিলাপ্ৰীতিৰে ওমলি থকা শান্তিপ্ৰিয় জন্তুবোৰৰ পৰাহে পৃথিৱীৰ জন অৰণ্যত বসবাস কৰি মানুহে সম্প্ৰীতিৰ আদৰ্শ নতুনকৈ শিকিবলগীয়া বহুতো বাকী আছে তাকেই ড° হাজৰিকাদেৱে তেখেতৰ গীতৰ ভাষাৰে লেখিছে —

কাজিৰঙাত মিলি জুলি খেলে
গড় আৰু হৰিণীৰ জাক
(পিছে) জনৰ অৰণ্যত হিংস্ৰজনে
কাহানি শিকিবনো তাক।
সভ্য মানুহ হেনো মান্য !

লোক সংস্কৃতিৰ সংবাহক ড° ভূপেন হাজৰিকাই তেখেতৰ সেই সেউজ সপোন কাজিৰঙাৰ মৰমী কুঠৰীত লোক সংস্কৃতিৰ এটি কেন্দ্ৰ প্ৰতিষ্ঠা কৰি তাত লোক-সংগীতৰ সংগ্ৰহ অভিযান আৰম্ভ কৰাৰ অভিপ্ৰায়ৰ কথাও উল্লেখ কৰি তেখেতে এঠাইত কৈছে — "লোক-সংগীত বিচাৰি হাবাথুৰি খোৱাটো মোৰ জন্মৰ হবি হয়তো। নিউইয়ৰ্ক, লণ্ডন, পেৰিচ, মস্কো, মোম্বাচা,

লিউগোলভিল আৰু অন্যান্য কতনা ঠাইত "ব্ৰজয় ৰঘুৰ নন্দন" গালোঁ। আনকি লোক সংগীত বিচাৰি ৰোমৰ আটাইতকৈ ডাঙৰ হোটেলত থকাৰ সুবিধাকণো নেওচি তেৰ দিন আড্ৰিয়াট্ৰিক সাগৰৰ মাছমৰীয়াৰ নাৱত ঘূৰি ফুৰাৰ বলিয়ামিখিনি অকল বিষ্ণুদাৰ শিষ্য বুলিয়েই হয়তো মোৰ স্বভাৱজাত।" কলাগুৰু বিষ্ণুৰাভা আৰু জ্যোতি প্ৰসাদৰ সংস্পৰ্শত তেজপুৰতেই আৰম্ভ হোৱা নিজৰ শিল্পী জীৱনৰ কথা সুঁৱৰি ড° হাজৰিকাদেৱে সকলো সময়তে এই বুলি কয় – "মোৰ শিল্পী জীৱনৰ আৰম্ভনিৰ তেজপুৰৰ সেই সময়খিনি মোৰ সোণালী যুগ আৰু মোৰ বাবে বৰ অৰ্থপূৰ্ণ।" মূঠতে কলাৰত্ন ড° ভূপেন হাজৰিকাই বিশ্বৰ বিখ্যাত শিল্পী সকলৰ মাজত এখনি সুযোগ্য আসন লাভ কৰাৰ মূলতে এটা কথা কব পৰা যায় যে লোক সংস্কৃতিক লৈ গভীৰ অধ্যয়নেই হৈছে তেখেতৰ শিল্পী জীৱনৰ এটি উল্লেখযোগ্য অধ্যায়। সেই বাবেই তেখেতে বিশ্বৰ বিভিন্ন ঠাইৰ পৰা তেখেতৰ অধ্যয়ন আৰু চিন্তা-চৰ্চ্চাৰ সমল গোটাই আনি অসমীয়া ৰূপত গঢ় দিয়াৰ লগতে পূৱ ভাৰতীয় কেঁচা মাটিৰ গোন্ধেৰে সমৃদ্ধ লোকে সংগীতৰ সুৰ সমূহক জীৱন্ত ৰূপত সৰ্ব ভাৰতীয় পৰ্যায়লৈ আগবঢ়াই নিয়াৰ উপৰিও বিশ্বজনীন কৰি তুলিবলৈ চলোৱা আন্তৰিক প্ৰচেষ্টাই হৈছে ভূপেন হাজৰিকাৰ এক মহৎ লক্ষ্য আৰু আদৰ্শ। এনে মহান উদ্দেশ্যক বাস্তৱলৈ ৰূপান্তৰিত কৰাৰ ক্ষেত্ৰত কাৰ্যকৰী ব্যৱস্থা হিচাবে ১৯৭৭ চনৰ ১ জানুৱাৰী তাৰিখৰ পৰা ড° হাজৰিকাদেৱে এক নতুন পদক্ষেপ পেলালে। "পূৰ্ব ভাৰতৰ লোক সংস্কৃতিৰ গবেষণা কেন্দ্ৰ" (Eastern India Folk culture Research Centre) নামেৰে এটি অনুষ্ঠান সেই তাৰিখৰে পৰাই ড° ভূপেন হাজৰিকাক সভাপতি হিচাবে লৈ কলিকতাত প্ৰতিষ্ঠা কৰা হ'ল। Cine Advance নামৰ কাকতখনে গ্ৰহণ কৰা এক সাক্ষাৎকাৰৰ উত্তৰত

ড° হাজৰিকাই এই কেন্দ্ৰটোৰ বিষয়ে এনেদৰে কয়— "Language is no difference since the basic spirit of Folk song of almost whole universe in one. The aim of the Folk songs Museum is to pool the Folk songs of every region. It will be a live museum that will preserve all the beautiful Folk songs of this great Country." বিহাৰৰ পৰা মণিপুৰলৈকে এই সাতোখন ৰাজ্যতে এই লোক সংগীত সংগ্ৰহৰ অভিযান চলাবৰ বাবে ড° হাজৰিকাদেৱে একোটাকৈ কাৰ্যালয় প্ৰতিষ্ঠা কৰাৰ প্ৰয়াস আৰু পৰিকল্পনাও গ্ৰহণ কৰিছে। এই সংগ্ৰহালয়ত পুৰণি গীতৰ ৰেকৰ্ড নাইবা টেপ সংগ্ৰহ কৰি ৰখাৰ বাহিৰেও পাহাৰ-ভৈয়ামৰ জাতি-উপজাতি সমূহৰ বাদ্যযন্ত্ৰ আদিও সংগ্ৰহ কৰি ৰখাৰ পৰিকল্পনা আছে। প্ৰকৃততে ড° হাজৰিকাদেৱৰ মূল উদ্দেশ্য হ'ল— মূল্যবান অসমীয়া লোক সংগীতখিনি হেৰাই যাবলৈ নিদিয়াকৈ দেশৰ উত্তৰ পুৰুষৰ হাতত চিৰদিনৰ বাবে সংৰক্ষণ কৰিব পৰাকৈ দি থৈ যাব। কিয়নো অসমৰ জাতীয় জীৱনৰ বাবে সেয়া এক আপুৰুগীয়া সম্পদ আৰু সেই বাবেই পণ্ডিতপ্ৰৱৰ হেমচন্দ্ৰ গোস্বামীদেৱেও এই বিষয়ে এইদৰে কৈছিল— "গাঁৱলীয়া নওঠা গীতবিলাক আমাৰ সাহিত্যৰ নিধি। এনে হেন জাতীয় সম্পত্তিলৈ আওকান কৰিলে লক্ষ্মীয়ে যে পিঠি দিব সি ধ্ৰুৱ।" যিহেতু লোক সংগীত হৈছে লোক সংস্কৃতিৰ এটি উল্লেখযোগ্য অংগ। এটা জাতিৰ আদিম অৱস্থাৰ পৰা সভ্যান্তৰলৈকে আঁত নিছিগাকৈ পৰম্পৰা-গতভাৱে প্ৰৱাহিত হৈ থকা জীৱন চৰ্যাৰ অন্তৰালত অন্তনিহিত হৈ থকা লোকবিজ্ঞানেই হৈছে সেই জাতিৰ লোক সংস্কৃতিৰ মূল উপাদান। এইখিনিতে বিখ্যাত নৃতত্ত্ববিদ ডব্লিউ এ হাবিলেণ্ডৰ এটি মত উল্লেখযোগ্য। তেওঁ কৈছে— "Culture is essentially

a system to ensure the Continued existence of a group of people, therefore the ultimate test of culture is its capacity to adopt a new circumstances." অর্থাৎ যি কোনো জনগোষ্ঠীৰ অস্তিত্ব আৰু অৱস্থিতিৰ প্ৰৱাহমান ( জীৱন ) ধাৰাক স্বকীয় ৰূপত নিশ্চয়তা প্ৰদান কৰাৰ নতুন অৱস্থাটোকেই সংস্কৃতি বুলিব পাৰি। সেয়ে; নতুন বাতাবৰণ বা নতুন অৱস্থাক গ্ৰহণ কৰিব পৰা শক্তি আৰু যুক্তিয়ে সমষ্টিগতভাৱে একো একোটি জনগোষ্ঠীৰ মাজত ভুমুকি মাৰে। সেই গুণ বা শক্তি খিনিয়েই সংস্কাৰৰ চৰম পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ মাপকাঠি। উল্লেখিত সেই দৃষ্টিকোণৰ পৰা এই কথা খাটাংকৈ কব পৰা যায় যে অসমৰ জনসংস্কৃতি বহুযুগৰ পৰা বৈজ্ঞানিকভাৱে প্ৰৱাহিত আৰু ৰচিত এটি সংমিশ্ৰণৰ সংস্কৃতি ( Composite culture ) ড° বিৰিঞ্চ কুমাৰ বৰুৱাৰ ভাষাৰে-- "অসমীয়া সংস্কৃতি হৈছে গাঁৱলীয়া সংস্কৃতি। গাঁও আৰু গাঁৱলীয়া জীৱনৰ দীঘ আৰু বানি লৈ অসমীয়া সংস্কৃতিৰ ফুলাম গামোছা বোৱা হৈছে।" এই গাঁৱলীয়া সংস্কৃতি বা জীৱন প্ৰৱাহৰ মূল ভেটি হৈছে কৃষি আৰু সেই কৃষিকেন্দ্ৰী গ্ৰাম্য জীৱনেই হৈছে বৰ্ণাঢ্য অসমীয়া সংস্কৃতিৰ সোপান।

উল্লেখযোগ্য যে, এনে লোকসংগীত সংগ্ৰহ কৰোতে সংগ্ৰাহক সকলৰ দায়িত্ব আৰু কৰ্তব্য সম্পৰ্কে সঁকিয়াই দি হাজৰিকাদেৱে কয়— "লোকগীতি সংগ্ৰাহকে ঐতিহ্যৰ আলোক-বৰ্তিকা বহন কৰিব লাগিব, তথাকথিত 'আধুনিক' সবৰ উপহাস, বিদ্ৰূপ সংক্ৰান্ত সন্দেহ আৰু ভৌতিক উপেক্ষা কৰিব লাগিব। .... লোকগীতি সংগ্ৰহৰ ক্ষেত্ৰত ধৈৰ্যৰ দান বহুত। দেশবাসীৰ মনৰ গীত প্ৰকৃতিৰ সৈতে খাপ খুৱাই আগুৱাবৰ মানসিক প্ৰৱণতাও থাকিব লাগিব। চূড়ান্ত লক্ষ্য পাবলৈ গ্ৰাম্য গায়ক সকলৰ সৈতে তেওঁৰ গভীৰ

একাত্মতা স্থাপনৰ প্ৰয়োজন ।”

‘মুঠতে শাস্ত্ৰীয় সংগীত, লোক সংগীত আৰু আৱশ্যক হলে সৃজনী মূলক সুৰ সংযোজনাৰে গীতৰ বিষয়বস্তুৰ মতে সুৰ সমন্বয় কৰাহে আমাৰ কৰ্তব্য যেন লাগে আৰু তেনে সুৰ সংযোজনাইহে অসমৰ আৰু অসমৰ বাহিৰৰ শ্ৰোতা জনতাক অসমীয়া স্বকীয়তা প্ৰদান কৰিব পাৰে ।’

‘ৰবীন্দ্ৰনাথে বাউল বা কীৰ্তনৰ সৈতে পশ্চিমীয়া সুৰ সংযোজনা কৰিছিল; জ্যোতিপ্ৰসাদে মহৰ শিঙৰ পেঁপাৰ সৈতে গিটাৰ বান্ধি লৈছিল; কিন্তু এনে সুৰ সংযোজনাৰ বাবে তেখেত সকলৰ আছিল শাস্ত্ৰীয় সংগীতৰ শুদ্ধ সুৰৰ সম্যক জ্ঞান, ভাৱসাম্যবোধ, মাৰ্জিত ৰুচি, উপযুক্ত সময়ত উপযুক্ত সুৰৰ ব্যৱহাৰ জ্ঞান, অতি অলংকাৰ ব্যৱহাৰৰ লোভ সম্বৰণ আৰু বুদ্ধি বিবেক সম্পন্ন সৌন্দৰ্যবোধ ।” এনে সুচিন্তিত মহান আদৰ্শত অগ্ৰসৰ হোৱাৰ বাবেই ৰূপকোঁৱৰ আগৰৱালাদেৱ, কলাগুৰু ৰাভাদেৱ আৰু গীতিকাৰ শিল্পী পাৰ্বতি বৰুৱাদেৱ আজিৰ এই অসমীয়া সংস্কৃতিৰ একো একোজন দিক্‌পাল পথ প্ৰদৰ্শক হিচাবে সকলোৱে একবাক্যে স্বীকাৰ কৰি লৈছে । এই ক্ষেত্ৰত ভূপেন হাজৰিকাও তেওঁলোকৰেই এজন যোগ্য উত্তৰাধিকাৰী । অৱশ্যে অসমৰ সংগীত শিল্পৰ ক্ৰমবিকাশৰ বিষয়ে ১৯৩৬ চনত তেজপুৰত অনুষ্ঠিত অসম সাহিত্য সভাৰ বাৰ্ষিক অধিবেশনত সভাপতিৰ আসনৰ পৰা বিহগী কবি ৰঘুনাথ চৌধুৰী-দেৱে কৈছিল— “জ্যোতিৰ জেউতি আৰু ৰাভাৰ আভা পৰি অসমৰ সংগীত আকাশ উজ্বলি উঠিল ।” কিন্তু সেইবুলি অসমীয়া সংগীত আৰু কলা-সংস্কৃতিৰ ভঁৰালটো ইয়াৰ পূৰ্বেওযে একেবাৰে উকা আছিল এনে নহয় । অসমীয়া সংস্কৃতিক নতুন ৰূপত গঢ় দিওঁতা মহাপুৰুষ শঙ্কৰদেৱৰ কথা উল্লেখ কৰি সেই বাবেই লক্ষ্মীনাথ বেজবৰুৱাদেৱে লেখা এটি গীতেৰে এই সম্পৰ্কত এটা

ইঙ্গিত দি কৈছে—

"গুৰু লাগে মই শিক্ষিত শিষ্য
জগতত জাননী দিলোঁ
জগতৰ গুৰু শঙ্কৰৰ ঘৰতেই
অন্ধলাই নেদেখিলোঁ ।"

ঠিক সেইদৰেই জ্যোতি প্ৰসাদেও এবাৰ "বিলাতত যি বিচাৰি গৈছিলো ঘূৰি আহি দেখোন ঘৰতে পালো" বুলি মন্তব্য কৰি অসমীয়া সংস্কৃতিৰ গৌৰৱোজ্জল ঐতিহ্যৰ কথা সোঁৱৰাই দিছিল । সেই একে দৰেই অসমৰ পুৰণি সংগীতৰ বৰভেটিৰ ওপৰত গঢ় লৈ উঠা আজিৰ এই আধুনিক লোক সংগীত আৰু জনসংস্কৃতিৰ বাটকটীয়া সকলৰ কথা উল্লেখ কৰি কলাকাৰ ড° ভূপেন হাজৰিকাইও কয়— "আমি সদায়েই কৈ আহিছোঁ যে অসমীয়া Creative গীতৰ পৰম্পৰা ৰাখিবলৈ হলে তিনিজন প্ৰসাদৰ গীতক আমি জনপ্ৰিয় কৰি তুলিব লাগিব — এজন জ্যোতিপ্ৰসাদ আৰু আনজন বিষ্ণুপ্ৰসাদ আৰু তৃতীয়জন পাৰ্বতি প্ৰসাদ ।" কিয়নো এই প্ৰসাদত্ৰয়ৰ সংগীত সমূহৰ কথা আৰু সুৰত অসমৰ গাঁও-ভূই, হাবি-বন, পথাৰ-সমাৰৰ চিনাকি ছবিখন সহজেই ভাঁহি উঠে আৰু তেওঁলোক তিনিওজনৰে গীত সমূহে অসমৰ কেচা মাটিৰ সুগন্ধৰে আমোল মোলাই থকা গৌৰৱময় ঐতিহ্যৰ স্বাক্ষৰ বহন কৰি নতুনত্বৰ ফালে আগবাঢ়ি আহিছে । সেই বাবেই তেখেত সকলৰ সুযোগ্য উত্তৰ সাধক ডঃ ভূপেন হাজৰিকাই তেখেতৰ সৃষ্টিশীল চিন্তা-চৰ্চা আৰু গৱেষণামূলক বিচাৰ-বিশ্লেষণেৰে বৰ্ণাঢ্য অসমীয়া লোক সংগীতক বিশ্বৰ মহাসভাতো আজি যথেষ্ট পৰিমাণে জনপ্ৰিয় কৰি তুলিবলৈ সক্ষম হব পাৰিছে ।

১৯৭৬ চনৰ ফেব্ৰুৱাৰী মাহত অসম সাহিত্য সভাৰ ৪৩ তম্ বাৰ্ষিক অধিবেশনখনি অনুষ্ঠিত হৈছিল টিহুৰ লখিমী পথাৰত

আৰু সেই অধিবেশনৰ সভাপতি আছিল নগাঁও মহাবিদ্যালয়ৰ ভূতপূৰ্ব অধ্যক্ষ পণ্ডিতপ্ৰৱৰ শ্ৰীযুত যজ্ঞেশ্বৰ শৰ্মাদেৱ। সাহিত্য সভাৰ এই টিহু অধিবেশন উপলক্ষে ঐতিহ্যমণ্ডিত টিহুক কেন্দ্ৰ কৰি তথ্যসমৃদ্ধ এটি গীত লেখিছিল ড° ভূপেন হাজৰিকাই। এই গীতটিত লেখিছে—

"দুই কুৰি তিনি বছৰ হ'ল এ সাহিত্য সভাৰ
তাতে আহি ধন্য হয় ভূপেন্দ্ৰ গীতিকাৰ
নীৰৱ সাধক পণ্ডিত প্ৰৱৰ এ, শ্ৰীশৰ্মা যজ্ঞেশ্বৰে
আজি অসমীয়া সাহিত্যৰ দিগ্‌দৰ্শন কৰে।"

তাৰ বাহিৰেও সমন্বয় আৰু সম্প্ৰীতিৰ ক্ষেত্ৰত অসম সাহিত্য সভাৰ নীতি আৰু আদৰ্শৰ কথা উল্লেখ কৰি আকৌ লেখিছে—

"আজি মালিক বহে, নৱ বহে এ আৰু বহে নিৰ্মলপ্ৰভা
হিন্দু মুছলমান বহে, বহে বড়ো ৰাভা ।।
সুভাষ মুখোপাধ্যায় আজি হে আমাৰ মাজত আছে।
বঙ্গ অসমৰে সেতু কবিতাৰে ৰচে।"

প্ৰকৃততে অসম সাহিত্য সভা যে সমন্বয়ৰ এখনি আহল-বহল ওখ মঞ্চ সেই কথাটোহে এই গীতটোৰ মাজেদি ড° হাজৰিকাই প্ৰকাশ কৰিছে। জগতে গুণী-জ্ঞানী সকলৰ মধুৰ সমাবেশৰ ইঙ্গিতো গীতটিয়ে বহন কৰিছে। তাৰ বাহিৰেও ১৯৭৪ চনত মঙ্গলদৈত আৰু ১৯৮০ চনত ডিব্ৰুগড়ৰ ৰাংছিনা নগৰত অনুষ্ঠিত অসম সাহিত্য সভাৰ দুয়োখন অধিবেশন উপলক্ষে দুটা গীত গীতিকবি ড° ভূপেন হাজৰিকাই ৰচনা কৰিছিল আৰু দুয়োটি গীতত সেই সেই ঠাইৰ ভৌগলিক অৱস্থিতিৰ ওপৰত ভিত্তি কৰি গঢ়ি উঠা ঐতিহাসিক তথ্য সমূহ সুন্দৰকৈ গীতৰ ভাষাৰে তেখেতে প্ৰকাশ কৰিছে। এনেধৰণৰ গীতবোৰত স্থানীয় নামবাচক থলুৱা ভাষাৰ শব্দ ব্যৱহাৰ কৰাটো বিশেষভাবে তাৎপৰ্যপূৰ্ণ। ১৯৬৮ চনৰ এপ্ৰিল

মাহুত তেখেতৰ ৰচিত "বৰদৈচিলা, নে সৰুদৈ চিলা" গীতটিতো সেইদৰে বড়ো ভাষাৰ দোৱানেৰে বৰদৈচিলাৰ শব্দগত অৰ্থ ব্যাখ্যা কৰি গীতটিৰ গাম্ভীৰ্য আৰু তাৎপৰ্য বঢ়াই তুলিছে। গীতটিত অসম আৰু অসমীয়া জাতিৰ অহিত চিন্তা কৰা এচাম অজীন-পাতকীৰ কুটচক্ৰান্ত আৰু ঠাট্টা বিদ্ৰূপৰ কথা উল্লেখ কৰাৰ লগতে খোদৰ আলি গঢ়ি হাত সাৱটি থকা দুৰ্বল আৰু এলেহুৱা অসমীয়া মানুহৰ অকৰ্মনাতাক নিন্দা কৰিছে। কিন্তু অকল নিন্দা কৰিয়েই তেখেত ক্ষান্ত থকা নাই— দুৰ্বলমনৰ অসমীয়া মানুহে শত্ৰুৰ বিৰোদ্ধে থিয় দিবৰ বাবে বহাগৰ বতৰত "সাহসৰ বৰষুণ বোকোচাত লৈ" প্ৰতিবছৰেই উৰি অহা বৰদৈচিলাৰ পৰা সাহস গোটাবৰ কাৰণে পৰামৰ্শ দি আশাবাদী মনোভাৱেৰে—

"সময়ৰো গতি আছে, জানো জানো

অগতিৰো গতি আছে, তাকো জানো" বুলি সোঁৱৰাই দিছে। তাৰ বাহিৰেও অসমৰ পথাৰৰ আঁহতৰ তলৰ বিহু আহি নগৰৰ ৰভা তলিত থিয় দিয়াৰ লগে লগে অসমৰ বিহুৱা আৰু বিহুৱতীসকলে চোতৰ ছেৱে ছেৱে শুদা ভাত লগা খাব হোৱা দৰিদ্ৰতাজনিত দুখ-দুৰ্দশাৰ কথাও তেখেতে গীতটিত উল্লেখ কৰিছে আৰু এনে বিলাই বিপত্তিৰ পৰা পৰিত্ৰাণ লাভৰ কাৰণে নতুন পুৰুষে প্ৰয়োজনীয় কৰ্মপন্থা হাতত লবৰ বাবে আহ্বান জনাই পুনৰ গাইছে—

"এইবোৰ দেখি শুনি
এলাই এথানি
ক'বলৈ মন যায় কঁপাই ধৰণী
নতুন পুৰুষে কিছু কাম কৰাৰ
বহাগেই বতৰ কিজানি।"

ইমানতে উল্লেখযোগ্য যে ওপৰত উল্লেখ কৰি অহা সাহিত্য সভাৰ অধিবেশন উপলক্ষে ৰচিত গীত সমূহৰ বাহিৰেও ড° ভূপেন

হাজৰিকাৰ অন্যান্য বহুতো গীতত জনজাতীয় ভাষাৰ বিভিন্ন ধৰণৰ থলুৱা শব্দ প্ৰয়োগ কৰা দেখা যায় আৰু সেই হেতুকেই তেনে ধৰণৰ গীত সমূহৰ এক আচুতীয়া বৈশিষ্ট্য মন কৰিবলগীয়া বিষয়। ড° হাজৰিকাদেৱৰ সৃষ্টিৰ তালিকাত এই শ্ৰেণীৰ গীতৰ সংখ্যা ঘৰ তাকৰ নহয়।

এইখিনিতে আন এটা কথা নকৈ নোৱাৰি যে আশাবাদী ভূপেন হাজৰিকাদেৱে বহুবাঞ্চিত কিবা এটা পাই হেৰুওৱাৰ বেদনাত মাজে সময়ে আক্ষেপ কৰা যেন লাগে। ড° হাজৰিকাদেৱে নিজেই এঠাইত আক্ষেপ কৰি কৈছে— "মাণিক পাইছোঁ। পাই হাতত আলফুলে লৈ নিজৰ দোষতে কাঁচ বুলি দলিয়াই দি পিছত আজীৱন কান্দিছো গুপুতে গুপুতে।" কিন্তু পাই হেৰুওৱা সেই মাণিক বোলাটোনো কি তাৰ কোনো স্পষ্ট ইংগিত পোৱা নেযায়। প্ৰসঙ্গক্ৰমে ১৯৭৬ চনত তেখেতে

"গুপুতে গুপুতে কিমান খেলিম
আলিঙ্গনৰ এই খেলা"

বুলি লেখা গীতটিৰ জৰিয়তে প্ৰকাশ কৰা ভাৱখিনিকো উপৰত উল্লেখিত — কথাটোৰ লগত সাঙুৰিবলৈ গলে কিছু আহুকালত পৰিবলগীয়া হব। ভাৱ ভাষাৰ সামঞ্জস্য কিছু থকা যেন লাগিলেও ইয়াত প্ৰাসঙ্গিকতাৰ বৈপৰীত্য থকাৰো সম্ভাৱনা আছে। অৱশ্যে এটা কথা মন কৰিব লগীয়া যে উল্লেখিত এই গীতৰ আৰম্ভনিতে গোপন আলিঙ্গনৰ কথা উচ্চাৰণ কৰাৰ লগে লগে অশ্লীলতাৰ উৎকট দুৰ্গন্ধত নাক কোচ খাই আহিলেও তাৰ পিচ মুহূৰ্ততে আকৌ

'ছুটিয়াওঁ আহা আকাশে বতাহে
দুয়োৰে ৰঙৰে মেলা"

বুলি কৈ অতল সাগৰৰ দৰে হৃদয়ৰ বিশালতাৰ কথা প্ৰকাশ কৰি প্ৰেমৰ মাজত লুকাই থকা সংস্কাৰকামী পৱিত্ৰ উদ্দেশ্য লৈ আকাশে

ৰতাহে বিয়পাই দিব বিচাৰিছে। প্ৰকৃততে ৰাৰিষাৰ ৰানক ভেটিব নোৱাৰাৰ দৰে তেজ মঙহেৰে গঢ়া আবেগ-অনুভূতিপ্ৰৱণ কোনো মানুহেই বয়সৰ আহ্বানক উলাই কৰিব নোৱাৰে। গীতটিৰ শেষত সেই কথাকেই ড° হাজৰিকাই এইদৰে ব্যক্ত কৰিছে—

"মৰমত জানো নিয়ম থাকে
ধুমুহাৰ জানো পৰিধি থাকে
প্ৰভাতক জানো ঢাকিব পাৰি
পিন্ধাই লাজৰ মালা।"

এনেতে ১৯৭৬ চনত সমস্যাবহুল ভাৰতবৰ্ষৰ বহুবিতৰ্কিত প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধীয়ে যেতিয়া গণতন্ত্ৰৰ উপৰত কুঠাৰাঘাত কৰি স্বেচ্ছাচাৰিতাৰে ভাৰতত "জৰুৰী অৱস্থা" প্ৰৱৰ্তন কৰিছিল তেতিয়া প্ৰায় সমগ্ৰ ভাৰতবাসীয়েই একপ্ৰকাৰ বিদ্ৰোহী হৈ পৰিছিল। সেইবাবেই ১৯৭৭ চনত ইন্দিৰা গান্ধীয়ে যি নিৰ্বাচন অনুষ্ঠিত কৰিছিল সেই নিৰ্বাচনক অৱলম্বন কৰি ভাৰতৰ জনসাধাৰণে ইন্দিৰা গান্ধীৰ স্বৈৰাচাৰী শাসনৰ পৰা মুক্তিৰ পথ বিচাৰি হাবাথুৰি খাবলগীয়া হৈছিল। সমাজ সচেতন ভূপেন হাজৰিকাই সেই সময়তে ভাৰতীয় জনসাধাৰণৰ মুক্তিকামী মনোভাৱখিনি তেখেতৰ গীতৰ ভাষাৰে প্ৰকাশ কৰি দেশবাসীৰ মাজত সংগ্ৰামী চেতনা জগাই তুলিবলৈ চেষ্টা কৰিছিল। সেই সময়ত লেখা গীত সমূহৰ ভিতৰত—

"মুক্তিকামী লক্ষ জনৰ", "আহ্ আহ্ ওলাই আহ্," 'অ নতুন মনৰ তৰুণ তৰুণী" আৰু "ৰাইজ আজি ভাৱৰীয়া / দেশেই নাটঘৰ" আদি গীতেই প্ৰধান। উল্লেখযোগ্য যে শ্বেকছ্পিয়েৰেও ঠিক এনেদৰে— "The world is a stage and every man is an actor" বুলি কৈছিল। ইতিমধ্যে "শুন শুনৰে বৈৰী" নামৰ শংকৰদেৱৰ বৰগীতটোও ১৯৭৬ চনতে ৰেকৰ্ডিং কৰিয়েই হয়তো

কু-শাসক সকলক তেখেতে সতৰ্কবাণী শুনাই দিছিল। তাৰোপৰি ১৯৭৬ চনত অসমীয়া বৰ্ণৰে আৰম্ভ কৰি এটা দীঘল কবিতা শিশুৰ উপযোগীকৈ ৰচনা কৰি শিশু সাহিত্যৰ ভঁৰালতো কিছু অৰিহণা যোগাবলৈ চেষ্টা কৰিছিল।

১৯৭৭ চনৰ ৬ ফেব্ৰুৱাৰী তাৰিখে অভয়াপুৰীত অনুষ্ঠিত অসম সাহিত্য সভাৰ অধিবেশনত সাহিত্য সভাৰ তৰফৰ পৰা শতিকাৰ শিল্পী ভূপেন হাজৰিকাক আনুষ্ঠানিকভাবে সম্বৰ্দ্ধনা জনোৱা হৈছিল। সাহিত্য সভাৰ হৈ প্ৰধান সম্পাদক শ্ৰীহেমন্ত কুমাৰ শৰ্মাই আগবঢ়োৱা সম্বৰ্দ্ধনা পত্ৰত এইদৰে লেখিছিল— "অগ্নিযুগৰ ফিৰিঙতি হোৱাৰ সংকল্প লৈ জীৱনৰ সেন্দুৰীয়া পথ পৰিহাৰ কৰি সুন্দৰৰ সাধনাৰ পথ গ্ৰহণ কৰিলে। ... আপুনি জনজীৱনৰ গীতিকাৰ আৰু সুৰকাৰ হিচাবে ভাৰতীয় গণনাট্য সংঘৰ সংস্পৰ্শলৈ আহি, বিশ্বৰ অন্যতম সুৰ শিল্পী পলৰ'বছনৰ সংস্পৰ্শলৈ আহি, অসমীয়া সংগীতক দিলে জনজীৱনৰ পৰশমণিৰ স্বৰ্ণমণ্ডিত স্পৰ্শ।"

ইয়ানতে উল্লেখযোগ্য যে ১৯৭৭ চনতে পশ্চিম বংগৰ বাংলা চলচ্চিত্ৰ পুৰস্কাৰ সমিতিয়ে "দম্পতী" নামৰ বঙালী কথাছবিখনত অসাধাৰণ প্ৰতিভাৰে সংগীত পৰিচালনা কৰাৰ বাবে ড° ভূপেন হাজৰিকাদেৱক বছৰৰ শ্ৰেষ্ঠ সংগীত পৰিচালকৰ সন্মানেৰে বিভূষিত কৰিছিল। "দম্পতী" ছবিত আশা ভোছলে, অসিত কুমাৰ, আৰতি মুখাৰ্জী আৰু মান্না দে'ৰ কণ্ঠত গীত গোৱাইছিল ভূপেন হাজৰিকাই। তাৰ বাহিৰেও ১৯৭৭ চনতে ভাৰত চৰকাৰেও ভূপেন হাজৰিকা-দেৱক "পদ্মশ্ৰী" উপাধি প্ৰদান কৰি তেখেতৰ কলা-সংস্কৃতিৰ ঐকান্তিক সাধনাৰ এক বিশেষ মূল্যায়ণ কৰিছিল। ড° হাজৰিকাদেৱ যে এগৰাকী নিৰ্ভীক দেশপ্ৰেমিক তাৰ এক উজ্বল স্বাক্ষৰ বহন কৰিছে সেই বছৰতে লেখা এটি গীতৰ এই কথাখিনিয়ে—

"মোৰ দেশখন যদি মোৰ আই হৈ যায়

আৰু আয়ে যদি কান্দি কান্দি বাৰে বাৰে কয়
তই বাৰু মোৰ বাবে কি কৰিলি
মই কম কি ?"

সুৰ আৰু সংস্কৃতিয়েই যাৰ জীৱন পথৰ পাথেয় সেইগৰাকীয়ে কেতিয়াও নিজৰ দেশ মাতৃৰ দুখ-দুৰ্দশাৰ কথা পাহৰিব নোৱাৰে। সেয়েই তেখেতৰ সকলো ক্ষেত্ৰতেই নিজৰ দেশ মাতৃৰ প্ৰতি থকা অকৃত্ৰিম প্ৰেম আৰু মানৱ প্ৰীতিৰ নিদৰ্শন সুস্পষ্ট।

মন কৰিব লগীয়া যে ১৯৭৭ চনত ইমানবোৰ সুখ্যাতি অৰ্জন কৰাৰ আনন্দৰ মাজতো হঠাতে অভাৱনীয়ভাবে ডঃ হাজৰিকা এবাৰ শোক সাগৰত ডুবি যাব লগীয়া হৈছিল। নিয়তিৰ নিষ্ঠুৰ বিধানঅপৰাজেয়। ১৯৭৭ চনৰ অক্টোবৰ মাহত ভূপেন হাজৰিকাৰ একান্ত সহযোগী শিল্পী মৰমৰ ভায়েক জয়ন্ত হাজৰিকাই কলিকতাৰ পৰা আহি গুৱাহাটীত পূজা চোৱাৰ কথা আছিল। অৱশেষ্য জয়ন্ত হাজৰিকা নিৰ্দ্ধাৰিত তাৰিখত উভতিও আহিছিল— কিন্তু নিষ্প্ৰাণ দেহটি নিমাত হৈ কফিনৰ ভিতৰতহে আহিছিল। গুৱাহাটীৰ বৰঝাৰ বিমান কোঠৰ পৰা অগণন জনতাৰ লগতে ভূপেন হাজৰিকাই মৰমৰ ভায়েকক লগ ধৰি ঘৰলৈ লৈ আহিছিল কান্ধত তুলি। ভায়েকৰ অকাল মৃত্যুত ভূপেন হাজৰিকা একান্ত অসহায় হৈ পৰাৰ লগতে মৰ্মান্তিক বেদনাও অনুভৱ কৰিছিল। মানুহ মৰণশীল — শাশ্বত এই কথাটো সকলোৱেই জানে, তথাপি প্ৰতিটো মৃত্যুয়েই নতুন আৰু বেদনাদায়ক হৈ পৰে। জয়ন্ত হাজৰিকাৰ অকাল মৃত্যুত অসমৰ সংগীত জগতত এক অপূৰণীয় ক্ষতি হৈ গ'ল — যাৰ বাবে ভূপেন হাজৰিকাই আজিও বেদনা অনুভৱ কৰে।

এনেতে ১৯৭৭ চনতে জীৱনজোৰা খ্যাতিয়ে জীৱনটোকে গিলি খোৱাৰ কথা আৰু বহুধনৰ লোভত পৰি মানুহেই মানুহক পাহৰি গৈ মানুহেই মানুহৰ অন্তৰায় হোৱাৰ এক অজানিত বেদনা

অনুভৱ কৰি ভূপেন হাজৰিকাই "জীৱনজোৰা খ্যাতিয়ে যদি জীৱনটোকে খায়" বোলা এটি মননশীল গীত ৰচনা কৰি নিজৰ মনৰ ক্ষোভখিনিকে প্ৰকাশ কৰা যেন লাগে। দুৰ্নীতিগ্ৰস্থ সমাজৰ এনে কিছুমান অন্যায় অবিচাৰ দেখি শুনি হাজৰিকাদেৱৰ অন্তৰত কিছুমান ক্ষোভ আৰু বেদনাই ঠাঁই মাৰি ধৰিছিল। ভাতৃ বিয়োগত শোকাকুল ভূপেন হাজৰিকাই সেয়েই হয়তো জীৱনজোৰা এনে সুখ্যাতি সমূহকো মিছা বুলিও মাজে মাজে কব খোজে। অৱশ্যে পণ্ডিত ড° সৰ্বপল্লী ৰাধাকৃষ্ণনৰ ওচৰত দৰ্শন শাস্ত্ৰ অধ্যয়ন কৰি ভূপেন হাজৰিকাই এই কথা ভালকৈ উপলব্ধি কৰিবলৈ শিকি লৈছিল যে সুখ-দুঃখ আৰু হাঁহি-কান্দোনৰ সমন্বয়তহে মানুহৰ জীৱন আৰু সেয়েই হয়তো এনেবোৰ নানা ঘাত-প্ৰতিঘাতত জৰ্জৰিত হাজৰিকাই নিজৰ কৰ্মময় জীৱনৰ মূল কক্ষপথৰ পৰা কেতিয়াও আঁতৰি যোৱা নাই। গতিকেই হয়তো হাজৰিকাদেৱে তেখেতৰ সকলোবোৰ দুখ-বেদনা, মান-অভিমানক জোকাৰি পেলাই থৈ— "গুপুতে গুপুতে কিমান খেলিম" গীতটোৰ বঙালী অনুবাদটিৰ লগতে আন দুখন গীতৰ ৰেকৰ্ড প্ৰকাশ কৰিবলৈ হাঁহি মুখেৰেই আগবাঢ়ি আহিছিল – উদ্দেশ্য – আকাশে বতাহে মধুময় প্ৰেমৰ ৰং ছটিয়াই সুৰৰ সতে সংগীতৰ মধুময় আলিঙ্গনৰ মেলা পাতিবলৈ। তাৰ বাহিৰেও সেই বছৰতে আব্দুল মজিদৰ "বনহংস" ছবিৰ সংগীত পৰিচালনা কৰি ড° হাজৰিকাদেৱে বনহংসটিৰ সৈতে উৰি যাব বিচাৰিলে সুন্দৰৰ নতুন দিগন্তলৈ। এইখিনিতে উল্লেখযোগ্য যে হাজৰিকাদেৱৰ সুখ্যাতিময় জীৱনৰ আন এটি উদাহৰণ হ'ল— ভাৰতীয় বোলছবি বিদেশলৈ পঠোৱাৰ বাবে যোগ্যতা বিচাৰ কৰা এখনি সৰ্ব ভাৰতীয় পৰ্যায়ৰ শক্তিশালী কমিটিত সেই সময়তে তেখেতক চেয়াৰমেন হিচাবে মনোনীত কৰা হৈছিল। পূৰ্ব ভাৰতৰ এই কমিটিত থকা অন্যান্য সদস্য সকল হৈছে গুলজাৰ, পূৰ্ণেন্দু

পাল্লী, ৰামানন্দ সাগৰকে আদি কৰি বিভিন্ন কলাকুশলী সকল এই সভাৰ অংশীদাৰ। হাজৰিকাদেৱৰ জীৱনত সুখৰ লগত দুঃখ আৰু আনন্দৰ লগত বেদনা আদি সমান্তৰালভাবে বিয়পি থাকি তেখেতৰ মানসিক ভাৰসাম্য ৰক্ষা কৰাৰ ক্ষেত্ৰত যেন সহায়হে কৰিছে। অৱশ্যে ইও সঁচা যে সুখ্যাতিৰ বাবে ভূপেন হাজৰিকাই কেতিয়াও গৌৰৱ অনুভৱ নকৰে— সাধনা সফল হোৱা বুলি ভাবিহে আত্মতৃপ্তি লাভ কৰে; সেইদৰে দুখজনক পৰিস্থিতিতো হাজৰিকাদেৱে হাহাকাৰ কৰি ভাঙি নপৰে–নতুন অভিজ্ঞতাৰে কৰ্মপ্ৰেৰণাহে লাভ কৰে।

১৯৭৮ চনৰ ১০ চেপ্তেম্বৰ। বৰ্ণ বৈষম্যৰ বিৰোদ্ধে আয়োজিত লণ্ডনৰ এক জন সভাত যোগদান কৰি গান গাবলৈ গৈছিল ডঃ ভূপেন হাজৰিকাই। সমগ্ৰ বিশ্বৰ বিভিন্ন ঠাইত তেতিয়া বৰ্ণবৈষম্যই এক উৎকট ৰূপ ধাৰণ কৰিছিল আৰু সেইদৰেই ইংলণ্ডতো বৰকৈ শিপাই ধৰা বৰ্ণবৈষম্যৰ বিৰোদ্ধে এক জনজাগৰণৰো সৃষ্টি হৈছিল সেইখিনি সময়ত। বৰ্ণ বৈষম্যই জন সমাজত চুড়ান্ত সন্ত্ৰাস সৃষ্টি কৰা পৰিস্থিতিৰ সময়তে ভূপেন হাজৰিকাই ইংলণ্ডৰ সেই মঞ্চত থিয় হৈ উদাত্ত কণ্ঠেৰে গাইছিল— সংগ্ৰামৰ গান, পল ৰ'বছনৰ আদৰ্শৰেই গাইছিল প্ৰতিবাদৰ গান। উল্লেখযোগ্য যে জনসমাজত চলি থকা অন্যায় অবিচাৰৰ বিৰোদ্ধে প্ৰতিবাদ জনাই, মানৱতা আৰু নৈতিকতা আদিৰ পতন দেখিও নিৰ্লজ্জভাবে বৈ থকা বুঢ়া লুইতৰ অকৰ্ম্মন্যতাখিনিক ধিক্কাৰ জনাই ইংলণ্ডৰ সেই মঞ্চতে বঙালী ভাষাৰে— "গঙ্গা তুমি বইছো কেন" বোলা গীতটো উদাত্ত কণ্ঠেৰে গাই শুনাওঁতে সমগ্ৰ শ্ৰোতা জনতাই মন্ত্ৰমুগ্ধৰ দৰে অভিভূত হৈ পৰিছিল আৰু গীতটো গাই শেষ হোৱাৰ লগে লগেই হেজাৰ হেজাৰ জনতাই হাত চাপৰি বজাই আনন্দ প্ৰকাশ কৰিছিল। এয়াই হৈছে হাজৰিকাদেৱৰ গীতৰ কথা আৰু সুৰৰ মহিমা— যাৰ মাজত এক যাদুকৰী মায়াৰ ইন্দ্ৰজাল আছে। অৱশ্যে এই

ক্ষেত্ৰত ভূপেন হাজৰিকাই তেখেতৰ এক গভীৰ উপলব্ধিৰ কথা এনেদৰে ব্যক্ত কৰিছে— "সমস্যা যদি একে হয় ভাষা তাত অন্তৰায় হৈ নুঠে। মানুহৰ আশা-আকাঙ্ক্ষা, আনন্দ-বেদনা, সুখ-দুঃখ আন্তৰ্জাতিকতাত একাকাৰ হৈ যায়। বিদেশত লক্ষ লক্ষ শ্ৰোতাৰ হাত তালি পাইছোঁ— অসমীয়া গীত গাই, বঙালী গীত গাই। বিদেশৰ মানুহে যদি আমাৰ গান শুনে, তেন্তে আমাৰ দেশৰ মানুহে নিজৰ দেশৰ গান নুশুনিব কিয়? সেই কাৰণেই পল ৰ'বছনৰ গান শুনিও মই উদ্বেল হৈ উঠোঁ।"

লণ্ডনৰ সেই মঞ্চতে ভূপেন হাজৰিকাই নিভীকতাৰে প্ৰদৰ্শন কৰা তেখেতৰ সাহসিকতাৰ বাবে বি, বি, চি, এ তেখেতক অভিনন্দন জনাই এটি বিশেষ সাক্ষাৎকাৰ গ্ৰহণ কৰিছিল। তেতিয়া ভাৰতবৰ্ষৰ এই সাহসী শিল্পী গৰাকীক লণ্ডনৰ এগৰাকী শ্বেতাঙ্গীয়ে শুভেচ্ছা জনাই কৈছিল— "Sonny ! God bless you."

তাৰ বাহিৰেও ১৯৭৮ চনত ভাৰতৰ সীমা পাৰ হৈ চুবুৰীয়া ৰাষ্ট্ৰ বাংলাদেশলৈ গৈছিল অসম সন্তান ভূপেন হাজৰিকা— উদ্দেশ্য বাংলাদেশৰ "সীমানা পেৰিয়ে" বোলা বোলছবিখনৰ সংগীত পৰিচালনা কৰা। বোলছবিখনৰ সংগীত পৰিচালনাৰ ক্ষেত্ৰত তেখেতৰ অসাধাৰণ প্ৰতিভাৰ পৰিচয় পাই "বাংলাদেশ ফিল্ম ইণ্ডাষ্ট্ৰিজৰ" পৰা সেই বছৰৰ শ্ৰেষ্ঠ সংগীত পৰিচালক হিচাবে হাজৰিকাদেৱক সন্মান জনোৱা হৈছিল। ছবিখনৰ মূল কাহিনীৰ অৱলম্বনত লিখা "মেঘ থৈ থৈ কৰে কিছু নেই" বোলা Theme Song) গীতটো ভূপেন হাজৰিকাই নিজেই গাইছে। তাৰ বাহিৰেও সেই একেবছৰতে আব্দুল মজিদ পৰিচালিত "বনজুই" নামৰ অসমীয়া কথাছবিখনৰো তেখেতেই সংগীত পৰিচালনা কৰে আৰু ছবিত ব্যৱহাৰ কৰা আটাইকেইটা গীতৰ ৰচনাও ডঃ হাজৰিকাৰ নিজৰ।

ধৰাৰ দিহিঙে দিপাঙে লবৰি ফুৰা বিশ্ব-ব'ৰাগী ভূপেন হাজৰিকা সততে এগৰাকী আশাবাদী পুৰুষ। কিন্তু তথাপিও মাজে সময়ে তেখেতৰ গীত মাত বিলাকৰ মাজত মানসিক দ্বন্দ্বই ভুমুকি মৰাও দেখা যায়। কিয়নো ১৯৭৮ চনত ৰচনা কৰা— এটি গীতত এইদৰে লেখিছে—

"ঘৰ ঘৰ বুলি খাওঁ হাবাথুৰি
আঁচনি কম্পমান
তথাপি কিয় কৰি আছোঁ মই
বালিঘৰ নিৰ্ম্মাণ।"

মানসিক দ্বন্দ্বাত্মক এই গীতটোৰ বাহিৰেও "শূণ্য শূণ্য এই জীৱনতো" বুলি লেখা আন এটি গীততো হাজৰিকাদেৱৰ মনত হতাশাৰ ভাৱ সৃষ্টি হোৱা যেন লাগে। তথাপি এটা কথা মন কৰিবলগীয়া যে এনে দ্বন্দ্বাত্মক হতাশাৰ মাজতো তেখেতে নতুন নতুন আশাৰ ৰেঙনি দেখিবলৈ নোপোৱা নহয় আৰু সেয়েই হয়তো এনে ধৰণৰ নানান চিন্তা-ভাবনাৰে ভাৰাক্ৰান্ত হোৱা মানসিক অৱস্থাৰ কোনো এক চৰম মুহূৰ্তত হাজৰিকাদেৱে পুনৰ চিঞৰি উঠিলে— "মই এৰিছোঁ এই জীৱনৰ / মায়া এৰি গুচি যাম" বুলি। এই গীতটোৰেই এঠাইত তেখেতে আশাবাদী মন লৈ পুনৰ এই কথাও ব্যক্ত কৰি কৈছে "আশা কৰোঁ মই চিতাৰ কাষতে / তোমাৰ সহাঁৰি পাম" বুলি। এই ক্ষেত্ৰত 'তুমি' বোলোতে কাৰ কথা বুজাইছে সেই কথা ঠাৱৰ কৰিব নোৱাৰি। কাৰণ কবিতাৰ 'তুমি' আৰু গল্পৰ 'মই' — এই দুয়োৰে সঠিক পৰিচয় সাধাৰণতে অতি সহজে আবিষ্কাৰ কৰিব নোৱাৰি। তথাপি ড° হাজৰিকাদেৱৰ ক্ষেত্ৰত এই গীতটিক কেন্দ্ৰ কৰি এনেদৰে অনুমান কৰিব পৰা যায় যে দাম্পত্য জীৱনৰ পৰা আতৰি থকাৰ বাবে জীৱিত কালত প্ৰিয়তমাৰ (জীৱন সংগীনিৰ) মৰমৰ পৰা বঞ্চিত হৈ থাকিলেও

অন্ততঃ মৃত্যুৰ পিচতো যদি চিতাৰ উপৰত শেষ শয্যাত শুই থাকোঁতে প্ৰেয়সীৰ পৰা অকণমানি সহাঁৰি সূচক এটি হুমুনিয়াহ শুনিবলৈ পায় নাইবা প্ৰেয়সীৰ এটুপি চকুলো যদি চিতাৰ কাষতে নিগৰি পৰে তেন্তে তাতেই যেন নিজকে ধন্য মানিবলৈ উৎস বিচাৰি পাব— প্ৰেয়সীৰ সেই এটুপি চকুলোৰেই যেন তেওঁৰ জীৱনৰ মূল্য নিৰূপণ কৰিব। শ্ৰীপ্ৰবাল চৌধুৰী নামৰ এগৰাকী বিখ্যাত শিল্পীৰ কণ্ঠতো এনে ধৰণৰ এটি গীত শুনিবলৈ পোৱা যায়। গীতটিৰ এঠাইত এনেদৰে আছে—

"ধন্য হয়েছি ওগো ধন্য
তোমাৰ প্ৰেমেৰ জন্য।"

অৰ্থাৎ প্ৰেয়সীৰ পৰা এধানি কহঁৰা কোমল মিঠা মৰম পালেই নিজৰ জীৱন ধন্য হোৱা বুলি অনুভৱ কৰা প্ৰিয়তমৰ নিশ্চয় অভাৱ নাই। আনকি প্ৰাণৰ প্ৰেয়সীৰ স'তে প্ৰেম নিবেদন কৰিবলৈ যাওঁতে অপ্ৰিয়ভাজন হৈও নিজকে ধন্য হোৱা বুলি অনুভৱ কৰা বাংলাদেশৰ এগৰাকী শিল্পীয়ে এটি গীততো এনেদৰে গাইছে—

"বন্ধু হ'তে চেয়ে তোমাৰ
শত্ৰু বলে গণ্য হলাম
একটি কিছু হয়েছি তাই
তা'তেই আমি ধন্য হলাম"

ঠিক সেইদৰেই মৰম বলিয়া ভূপেন হাজৰিকাইও মৃত্যুৰ পিচত কোনো সোঁৱৰণী সভাৰ বাঞ্ছা নকৰি চিতাৰ কাষতে মাথোন প্ৰেয়সীৰ পৰা এটুপি চকুলো যদি পায় তেন্তে তাতেই তেখেতে নিজৰ জীৱনৰ প্ৰকৃত মূল্য পাব বুলিয়েই ভাবি লৈছে। মন কৰিবলগীয়া যে ভূপেন হাজৰিকাই দাম্পত্য জীৱনৰ প্ৰেম-প্ৰীতিৰ পৰা বঞ্চিত হৈ পৰিলেও তেখেতে নিশ্চয় আধ্যাত্মিক মাৰ্গত সংসাৰ বিৰাগী হৈ বৈৰাগ্য ব্ৰত গ্ৰহণ কৰা নাই আৰু সেয়েই হয়তো

আগ্ৰহেৰে সজা সোণৰ সংসাৰখন বালিঘৰত পৰিণত হোৱা বুলি অনুভৱ কৰা যেন লাগে— সংঘাতময় জীৱনত উমি উমি জ্বলি থকা অন্তৰ্দাহী একুৰা বিৰহৰ জুইৰ উত্তাপত তেখেতৰ শান্তিকামী হৃদয়খনি মাজে মাজে দেইপুৰি যোৱা যেন লাগে। কিয়নো তেখেতৰ আন এটি গীতো সম্পূৰ্ণ সত্য নহ'লেও এনে আক্ষেপৰ কাৰণ সম্পৰ্কে কিছু উমান পোৱা যায়। গীতটিত লিখিছে—

"মানুহকে মানুহ বেচি বেহা পাতিছিলোঁ
আনৰ সুখক কাঢ়ি আনি ৰঙ চাইছিলোঁ
কলঙ্কিতা নাৰী হ'লেও ললোঁ ভনী বুলি
বোকাৰ পৰা পদুমকে মূৰত ললোঁ তুলি।"

অৱশ্যে এইখিনিতে এটা প্ৰশ্ন হব পাৰে যে ভূপেন হাজৰিকাই লেখা প্ৰতিটো গীতেই জানো তেখেতৰ ব্যক্তিগত জীৱন-কাহিনী প্ৰকাশ কৰে? নাইবা প্ৰত্যেকটো গীতৰ কথাখিনিয়েই জানো তেখেতৰ মানসিক অৱস্থা অৰ্থাৎ একান্ত ব্যক্তিগত সুখ-দুঃখ বা আবেগ-অনুভূতিখিনিৰ প্ৰতিনিধিত্ব কৰে? এই বিষয়ে যুগজয়ী গীতিকাৰ ভূপেন হাজৰিকাদেৱে নিজৰ অভিমত প্ৰকাশ কৰি কয়— "মই যিটো মনৰ কাৰণে গীতটো লিখিলোঁ— কোনোবা কথাছবি এখনৰ বাবে, বা ৰেকড এখনৰ বাবে সেই মানুহজনৰ ভাবখিনিহে মই দিওঁ। তাকেই যদি কোনোবাই কয়— 'সোঁৱৰণী মোৰ' সোঁৱৰণী ভূপেন হাজৰিকাৰ নোহোৱাই হ'ল আৰু ৰং বোৰ কেনিবা উৰি গ'ল আশাৰ পৃথিবী কেনি উৰি গ'ল— এইদৰে যদি মোৰ স'তে সাঙুৰিবলৈ ধৰে আৰু কয়— "আজি কালি তেওঁ বৰ নিৰা-শাবাদী গীত গাবলৈ ধৰিছে দেখোন' — তেতিয়া আমাৰ বৰ দিগদাৰী হয়। তেতিয়া চিঞৰি কবৰ মন যায় যে — সেইটো সেইমানুহ জনৰ বাবে, যিজনে গালে সেইদৰেই তেওঁৰ মনৰ ভাব প্ৰকাশ কৰিলেহেঁতেন— মই যেনেদৰে গাইছো তেনেদৰেই। গতিকে

মই Identify কৰোঁ with the Character of the song, the Character for which Song is written." ত ৰ বাহিৰেও পুনৰ কৈছে— "মই নাটক বা ফিল্মৰ কাল্পনিক চৰিত্ৰৰ বাবে যিবোৰ প্ৰেমৰ গীত লেখিছো সেইবিলাক এটা দৃষ্টিকোণেৰে লেখিছোঁ। সেইবোৰ কৰমায়েচি গানহে। এই শ্ৰেণীৰ গানে মোৰ জীৱনৰ কথা নকয়। আকৌ মই হৈ যি বিলাক গীত লেখিছো সেইবোৰ মোৰ দৃষ্টিকোণেৰে লেখিছোঁ। কাৰণ মই নিৰ্ভীক ভাৱে নিজৰ কথা কৈ মই হৈ পেলাই আমি হব খুজিছো, আত্মকেন্দ্ৰীক মই হোৱা নাই, মইতে আমি সোমাই আছো……"

প্ৰসঙ্গক্ৰমে "ঐ নিলাজ পাহাৰ" আৰু "বিস্তীৰ্ণ পাৰৰে" গীত দুটাৰ কথা উল্লেখ কৰি ড° হাজৰিকাই কৈছে – "মই বুঢ়া লুইত মহাবাহু ব্ৰহ্মপুত্ৰক গালি পাৰিছোঁ। সেইটো অকল ময়েই গালি পৰা নাই, গোটেই দেশেই মৰমতে গালি পাৰিছে— তুমি প্ৰেৰণা নিদিয়া কিয় বুলি। ঠিক দেইদৰে, মোৰ মস্তিষ্ক যদি ঠিকেই আছে তেতিয়া মই কোনো কাহানিও পাহাৰক গালি পাৰি গীত লেখিব নোৱাৰো। কাৰণ পাহাৰ, নদী, সাগৰ আৰু মানৱ সাগৰ— এয়ে মোৰ বিষয় বস্তু।"

তেখেতে আকৌ এঠাইত কৈছে— "মোৰ জীৱনত মই বহুতো গীত লেখিছো কিন্তু বহুতো গীত লেখা নাই। পলায়নবাদ মোৰ নাই। অৱশ্যে মোৰ নিজৰ জীৱনক লৈ দুই এটা গান নেলেখা নহয় — যেনে "আকাশী গঙ্গা বিচৰা নাই "সাগৰ সঙ্গমত" আৰু "ৰিণিকি ৰিণিকি শুনিছো" আদি গীত। মনত দুখ লাগিলে এই গীতটো মই মনতে গুণগুণাই মাজে মাজে গাই ভাবোঁ - সুখৰ সূৰ্য কেতিয়ানো মোৰ জীৱনাকাশত উদিত হব— তাৰ বাবে আৰু কিমান দিন বাট চাব লাগিব—।"

অৱশ্যে ইমানতে এটা কথা স্বীকাৰ কৰিব লাগিব যে ড° হাজৰি-

কাদেৱৰ গীত সৃষ্টিৰ তালিকাত ব্যক্তিনিষ্ঠতাতকৈ বস্তুনিষ্ঠ গীতৰ সংখ্যাই সৰহ। কিন্তু তথাপিতো প্ৰসঙ্গক্ৰমে উল্লেখযোগ্য যে যাত্ৰা থিয়েটাৰ নাইবা কথাছবিৰ বাবে নিৰ্বাচিত— গল্প, উপন্যাস নাইবা নাটকৰ কোনোবা চৰিত্ৰৰ বাবে কোনো এগৰাকী গীতিকাৰে গীত ৰচনা কৰিলেও সেইবোৰ গীতৰ মাজত গীতিকাৰ গৰাকীৰ ভাৱ-ভাষা, চিন্তা-কল্পনা, আবেগ-অনুভূতি, উপলব্ধি আৰু অভিজ্ঞতা আদি সকলোখিনি মিলি এক স্বকীয় দৃষ্টিভঙ্গী প্ৰতিবিম্বিত হয়। এই প্ৰতিবিম্ব কেতিয়াবা স্পষ্ট আৰু কেতিয়াবা অস্পষ্টভাৱে প্ৰতিফলিত হোৱা দেখা যায়। গল্প-উপন্যাস-নাটক আদিৰ চৰিত্ৰ সৃষ্টি হয় কাহিনীকাৰৰ হাতত; কিন্তু গীত সৃষ্টি হয় গীতিকাৰৰ হাতত। অৱশ্যে কাহিনীকাৰৰ হাততো গীত সৃষ্টি হয়। কিন্তু কাহিনী বিন্যাসৰ লগত সঙ্গতি ৰক্ষা কৰি সৃষ্টি কৰা চৰিত্ৰ এটাৰ বক্তব্যখিনি গীতেৰে প্ৰকাশ কৰিবলৈ যাওঁতে চৰিত্ৰটোৰ মনোভঙ্গীৰ সৈতে গীতিকাৰজনে একাত্মতা স্থাপন কৰি লৈহে একো একোটি সাৰ্থক গীত সৃষ্টি কৰে। আধ্যাত্মিক নাইবা ঐতিহাসিক চৰিত্ৰসমূহৰ ক্ষেত্ৰতো প্ৰায় একেই কথা। কিন্তু এই শ্ৰেণীৰ নিৰ্দিষ্ট চৰিত্ৰৰ বাবে গীত ৰচনা কৰিবলৈ হলে গীতিকাৰৰ ধৰ্মীয় দৰ্শন আৰু ইতিহাসৰ ক্ষেত্ৰত বিস্তৃত জ্ঞানৰ আৱশ্যক। কিন্তু তথাপিতো কাহিনীকাৰ বা গীতিকাৰৰ নিজস্ব দৃষ্টিভঙ্গী তাত আংশিকভাৱে হলেও প্ৰকাশ নোপোৱাকৈ নেথাকে। আনকি বিচাৰকেও আইনৰ সহায়ত নিজৰ অভিজ্ঞতা আৰু বিচাৰ-বিশ্লেষণ অনুযায়ী ৰায়দান কৰে। তাকেই Sephalus ৰ ভাষাৰে কবলৈ হ'লে— Justice as— "giving to everyone what is due to him" মূঠতে গ্ৰন্থ এখনৰ পাছফালে গ্ৰন্থকাৰজন থিয় হৈ থকাৰ দৰে যি কোনো ধৰণৰ সৃষ্টিৰ অন্তৰালত স্ৰষ্টাজন লুকাই থাকে। সেয়েহে Schiller নামৰ এগৰাকী দাৰ্শনিক-সমালোচকে শ্বেক্সপীয়েৰৰ

বিষয়ে এটা মন্তব্য কৰি কৈছে— "Shakespear is hidden behind his plays as God is hidden behind His creation." প্ৰসঙ্গতঃ সেই দৃষ্টি ভঙ্গীৰেই কব পৰা যায় যে, ড° ভূপেন হাজৰিকাও তেখেতৰ সংগীত সমূহৰ পাছফালে থিয় হৈ থাকে। সেই বাবেই হয়তো স্বৰ্গীয় বেণুধৰ শৰ্মাদেৱে ড° ভূপেন হাজৰিকাৰ লেখা সমূহৰ সুকীয়া বৈশিষ্টাৰ বিষয়ে ইংগিত কৰি কৈছিল— "তোমাৰ লেখাৰ মই দু মাইল দূৰৰ পৰাই গোন্ধ পাওঁ।" তাৰ বাহিৰেও এটা কথা মন কৰিবলগীয়া যে কলাৰত্ন ড° ভূপেন হাজৰিকাই "তোমাৰ দেখোঁ নাম পত্ৰ লেখা" গীতটোৰ এঠাইত নিজকে জীৱন চাহাৰাৰ বুকুত ঠিকনা বিহীন এক বেদুইন বুলি কৈছে, কিন্তু তথাপিতো সেই গীতটোৰেই আন এঠাইত নিজৰ বিষয়ে এনেদৰে কৈছে –

"মোৰ চিত্ৰ নাট গীত কবিতাত –
বিচাৰিলে পাবা চাগৈ পুৰণা ঠিকনা।"

অৱশ্যে, চিত্ৰ, নাট, গীত, কবিতা সমূহত ড° ভূপেন হাজৰিকাৰ পৰিচয় সম্পূৰ্ণৰূপে বিচাৰি নেপালেও সেইবোৰেই তেখেতৰ ঠিকনাৰ সন্ধান নিদিয়াকৈ নেথাকে।

উল্লেখযোগ্য যে ড° হাজৰিকাদেৱে তেখেতৰ গীত ৰচনা কৰাৰ পদ্ধতি আৰু গীত সমূহত কি দৰে তেখেতে সুৰ সঞ্চাৰ কৰে সেই কথাও বিশেষভাবে মন কৰিবলগীয়া। এই সন্দৰ্ভত তেখেতে নিজেই কয়— "প্ৰথমতেই গীতৰ ভাৱটো আহে, গীতৰ ভাৱটো আহোঁতেই ছন্দৰ কথা ভাবিব লগীয়া হয়— কি ছন্দত গীতটো লিখোঁ— তেতিয়া আপোনা-আপুনি কব নোৱাৰাকৈয়ে এটা ছন্দ আহে— সেই গীতৰ বিষয়বস্তুলৈ। ............ মই প্ৰায় সৰু সৰু শব্দ ঘৰুৱা শব্দ প্ৰয়োগ কৰোঁ। কেতিয়াবা বিষয়বস্তুলৈ চাই ঠায়ে ঠায়ে টান শব্দও প্ৰয়োগ কৰিব লগীয়া হয়। .......

কিন্তু গীত ৰচনা কৰোঁতে মোৰ সুৰ এটা আহে সমান্তৰালভাবে। আৰু সুৰ যেতিয়া আহে তেতিয়া ছন্দ এটা লাগেতো — তেতিয়া গীত ৰচনাৰ সেই ছন্দই জন্মলাভ কৰে অৰ্থাৎ Metre টোৱে ছন্দটোৰ কথা কৈ দিয়ে। আৰু কিছু গীত লিখোঁ— অকল সুৰটো কৰিলোঁ— কৰি সুৰটো কেনেকুৱা, ৰোমাণ্টিক নে বৈপ্লৱিক সুৰটো সুখৰ নে দুখৰ নে আনন্দৰ সেই মতে বহুৱাই লওঁ— কথা বহুৱাই লিখোঁ। এই দুয়োটা ধৰণে গীতৰ জন্ম দিওঁ মই। পাছে এটা কথা— সুৰ আৰু ছন্দ, সমান্তৰালভাৱে ওলোৱা গীতবোৰ বেছি জনপ্ৰিয় হোৱা যেন মোৰ লাগিছে।" মন কৰিবলগীয়া যে হাজৰিকাদেৱে লেখা গীতৰ কথাত প্ৰাণৰ সুৰ ঢালি যেতিয়া একো একোটি গীত পৰিবেশন কৰে তেতিয়া শ্ৰোতাৰ কৰ্ণকুহৰত প্ৰৱেশ কৰা সুৰ আৰু সংগীতৰ কথাই মানস পটত একোখন স্পষ্ট প্ৰতিচ্ছবি অংকণ কৰি দিয়ে। গীতৰ শব্দবোৰে সুৰখিনি শুহি লৈ প্ৰাণৱন্ত হৈ পৰে - সুৰময় শব্দবোৰে সুৰৰ ছন্দ তৰঙ্গৰ সৈতে খোজ মিলাই নাচিবলৈ ধৰে আৰু সিয়েই শ্ৰোতাৰ হৃদয়তন্ত্ৰী জোকাৰি দিয়ে— আলোড়ন সৃষ্টিকাৰী ভাবৰ লহৰ তোলে। এয়াই হৈছে হাজৰিকদেৱৰ সংগীতৰ স্বকীয় মহিমা।

১৯৭৮ চনত ড° হাজৰিকাই দুটা অসমীয়া গীত ৰেকৰ্ডিং কৰাৰ উপৰিও আঠোটা বঙালী গীত সন্নিবিষ্ট কৰি "আমি এক যাযাবৰ" নামেৰে এখন L.P. ৰেকৰ্ড প্ৰকাশ কৰে। উল্লেখযোগ্য যে "আমি এক যাযাবৰ" (S/45 NLP 2007) নামৰ বহুল প্ৰচাৰিত বঙালী ৰেকৰ্ডখনৰ বাবে HMV এ এখন (Mark—4) টেক্সী ভূপেন হাজৰিকাক উপহাৰ দিয়ে আৰু লগতে এখনি সোণৰ ৰেকৰ্ডো (Dish) দান কৰে। মন কৰিবলগীয়া যে সোণৰ ৰেকৰ্ড (Dish) পোৱা ভাৰতীয় শিল্পী সকলৰ ভিতৰত ড° হাজৰিকাৰ স্থান সপ্তম। সেই বছৰতে কণ্ঠশিল্পী উষা মাঙ্গেশকাৰৰ সুমধুৰ

কণ্ঠত "তুমি বিয়াৰ নিশা শয়ন পাটীত" আদি ৪ টা অসমীয়া গীত গোৱাই এখনি ৰেকৰ্ড ডঃ হাজৰিকাদেৱৰ সৌজন্যত প্ৰকাশ কৰা হয়।

১৯৭৮ চনৰ ১৪ জুলাই তাৰিখে আয়োজিত বহাগী বিদায় উৎসৱৰ সাংস্কৃতিক সন্ধিয়াত গীত গাবৰ বাবে কাৰ্বি আংলং জিলাৰ গৰমপানীলৈ যে কলাৰত্ন ড° ভূপেন হাজৰিকাদেৱে বিশেষ আমন্ত্ৰিত অতিথি শিল্পী হিচাবে যোগদান কৰিছিল। উত্তৰ পূৰ্বাঞ্চলৰ বিদ্যুৎ উৎপাদন প্ৰকল্পৰ কৰ্মী সকলৰ দ্বাৰা আয়োজিত এই সাংস্কৃতিক সন্ধিয়াৰ কাৰ্য-সূচী আৰম্ভ হোৱাৰ ভালেমান সময়ৰ পূৰ্বেই যে তেখেতে তাত জিৰণী লৈছিল। গৰমপানীত থকা ডাক-বঙলাত আবেলিৰ সময়খিনি বিভিন্ন জনৰ লগত কথা বতৰা পাতি কটাইছিল। আলোচনা প্ৰসঙ্গত কপিলী নদীক বান্ধ দি প্ৰতিষ্ঠা কৰিবলৈ লোৱা সেই প্ৰকল্পটোৰ ন-পুৰণি সকলো ধৰণৰ কাম কাজৰ বিৱৰণ আৰু কপিলীৰ মহিমাবোৰ মনোযোগেৰে শুনি লৈছিল আৰু তাৰ পিচত তেখেতে ক্ষন্তেক সময়ৰ বাবে কোঠাৰ ভিতৰলৈ গৈ কাগজ কলম হাতত তুলি লৈ "কপিলী কপিলী ৰাংঢালী ছোৱালী" বোলা গীতটিৰ জন্ম দিলে ড° ভূপেন হাজৰিকাই। উল্লেখযোগ্য যে অকল গীতটি ৰচনা কৰাই নহয়, সেইদিনা সাংস্কৃতিক সন্ধিয়াৰ মঞ্চতেই এই গীতটি তেখেতে গাই শুনাই কপিলীপৰীয়া ৰাইজক আনন্দত উতলা কৰি থৈ আহিছিল। পুৰাণ প্ৰসিদ্ধ কপিল মুনিৰ মানসকন্যা কপিলীজনীক কেন্দ্ৰ কৰি গীতিকবি ড° ভূপেন হাজৰিকাই ৰচনা কৰা সেই গীতটিত তেখেতে মহিমা বুজিব নোৱাৰা এজনী ৰাংঢালী গাভৰু ছোৱালী বুলি কৈ জোকাই ৰগৰ কৰিছে। তাৰোপৰি আজলী-পাগলী ছোৱালী বুলিও ধেমালি কৰিছে। চিৰযৌৱনা কপিলীজনীৰ দেহৰ ভাঁজে ভাঁজে মিঠা যৌৱনৰ গানৰ সুৰ শুনিবলৈ পোৱাৰ লগতে কপিলীজনীয়ে নিজে নজনাকৈয়ে তাইৰ দেহত লুকাই

থকা হেজাৰ সুকমৰ জ্যোতি বিচাৰি চপাৰ দৰে প্ৰেমিক আৰু বিজ্ঞানী ভেকা সকলে মৃত্যুক নেওচি আগবাঢ়ি যোৱাৰ সজীৱ বৰ্ণনাও গীতটিত আছে । ইয়াৰ উপৰিও তেখেতে গীতটিৰ শেষৰফালে পাগলী কপিলীজনীক বাৰিষাৰ সময়ত বাউলী ৰূপ ধাৰণ কৰি ধ্বংস কৰাৰ পৰিবৰ্তে সৃষ্টিধৰ্মী প্ৰাণ কাৰ্যত লিপ্ত হবৰ বাবে আহ্বান জনাইছে । মন কৰিবলগীয়া যে গীতৰ ভাৱৰ লগত সুৰৰ লহৰে সাৰটা সাৱটি কৰি ঢৌ খেলি থকা এই গীতটি যেতিয়া একান্ত মনেৰে শুনি থকা যায়— তেতিয়া পাহাৰৰ পৰা ভৈয়ামলৈ এঁকা বেঁকা বাটেৰে ডেও দি দি নাচি বাগি আগুৱাই থকা ৰাংচালী কপিলীজনীৰ (নদীৰ) এখনি বাস্তৱধৰ্মী প্ৰতিচ্ছবি মানস পটত স্পষ্টকৈ ভাঁহি উঠে । গীতৰ কথা আৰু সুৰৰ মধুৰ মিলন— এই গীতটিৰ ক্ষেত্ৰত এক সুকীয়া বৈশিষ্ট্য বুলিয়েই কব লাগিব ।

উল্লেখযোগ্য যে অসমীয়া ভাষা সাহিত্যৰ উপকৰণ স্বৰূপেও কপিলীৰ অৱদান কোনোদিনেই বৰ কম নহয় । কাৰণ এই কপিলীৰ পাৰত জন্মগ্ৰহণ কৰা বহুতো পণ্ডিতে অসমীয়া ভাষা সাহিত্যলৈ মূল্যবান অৰিহণা আগবঢ়োৱাৰ লগতে কপিলীক কেন্দ্ৰ কৰিও বহুজনে বিভিন্ন সাহিত্য সৃষ্টি কৰিছে । কালিকা পুৰাণতো কপিলীৰ বিষয়ে এনেদৰে উল্লেখ আছে—

"কো ব্ৰহ্মা কীৰ্ত্তিত দেৱৈৰ্যস্মাৎ তস্য পিলাৎ সৃতা
গঙ্গেৱ ফলদা যস্মাত্তস্মাৎ কপিল গঙ্গিকা (৭৯/১৩৯)

অৰ্থৎ 'ক' শব্দৰ অৰ্থ ব্ৰহ্মা, পিল মানে— বিল বা জলাশয় । ব্ৰহ্মাৰ দ্বাৰা সৃষ্ট পিল বা জলাশয়ৰ পৰা যি নদীৰ স্ৰোত প্ৰবাহিত হৈ আহিছে সেই নদীৰ নামেই হৈছে কপিল অৰ্থাৎ কপিলী আৰু গঙ্গাৰ পানীৰ দৰে এই নদীৰ পানীও পবিত্ৰ আৰু সুফলদায়িনী হোৱা কাৰণেই কপিল গঙ্গিকা বুলি কোৱা হৈছে । জনশ্ৰুতিমতে কপিলী, পুৰাণ প্ৰসিদ্ধ কপিল মুনিৰ মানস কন্যা বুলিও জনা যায় । তাৰোপৰি

কপিলী নামৰ এজনী গাই গৰুৱে স্বৰ্গৰ পৰা পানী খাবলৈ আহি ঘি ঠাইত শিলাৰূপ ধাৰণ কৰি আছে— সেই ঠাইৰ পৰাই কপিলী নদীৰ আৰম্ভ হোৱাৰ কাৰণেও হেনো এই নদীৰ নাম কপিলী হৈছে বুলি কথিত কাহিনী শুনা যায়।

কপিলী পৰীয়া কিম্বদন্তী অনুযায়ী পাণ্ডব বীৰ ভীমৰ লগত হিড়িম্বাৰ কামনা পূৰ হোৱা ঠাই কামপুৰৰ অৱস্থিতিও কপিলীৰ পাৰতেই। কপিলী উপত্যকাৰ ডবাক ৰাজ্য আৰু দুৰ্জেয় নগৰৰ (যোগী-জানৰ) স্থাপত্য আৰু ভাস্কৰ্য সমূহৰ ধ্বংসাৱশেষ সমূহৰ বুকুত কপিলী উপত্যকাৰ গৌৰৱময় ঐতিহ্যৰ প্ৰাচীনত্বৰ পৰিচয় লুকাই আছে — তাৰো জীৱন্ত সাক্ষী এই কপিলী।

এইখনি কপিলীৰ উপত্যকাত অসমৰ বাল্মিকী স্বৰূপ অপ্ৰমাদী কবি মাধৱ কন্দলীয়ে জন্ম লাভ কৰি কপিলীপৰীয়া ভৌম (বৰাহী) পাল বংশীয় সাহিত্যানুৰাগী ৰজা মহামাণিক্যৰ পৃষ্ঠপোষকতাত কপিলীৰ পাৰতেই সাহিত্য সাধনা সফল কৰিছিল। মহাপুৰুষ শংকৰদেৱৰ শিক্ষাগুৰু মহেন্দ্ৰ কন্দলী, চন্দ্ৰ ভাৰতী আৰু কপিলী মুখৰ কলংকাষৰৰ খোলৰ খনিকৰ আদিৰ জন্মও এই কপিলী উপত্যকাত। পৰৱৰ্তী কালতো ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱা আৰু দ্বিতীয় ৰসৰাজ মহী চন্দ্ৰ বৰা আদি সকলোৱে কপিলীপাৰত জন্মগ্ৰহণ কৰিছে।

এইখনি কপিলী নদীয়ে যুগ যুগ ধৰি পাহাৰীয়া এঁকা-বেঁকা বাটেৰে আগুৱাই আহি ভৈয়ামৰ বুকুত তৰপে তৰপে পলশ পেলাই সাৰুৱা কৰি তুলিছে। কপিলী উপত্যকাত বিশেষকৈ দক্ষিণ পশ্চিম নগাঁৱৰ জনজীৱনত কপিলীৰ প্ৰভাৱ আৰু প্ৰাধান্য সহজেই অনুমেয় আৰু সেয়েই কপিলী উপত্যকাৰ জনজীৱনৰ সুখ-দুখ, ঘাত-প্ৰতিঘাতৰ কাৰণ আৰু সাক্ষীও এই কপিলী। কলংপৰীয়া কবি নৱকান্ত বৰুৱাই "কপিলীপৰীয়া সাধু" ত লেখিছে— "এইখনেই কপিলী। নগাঁৱৰ

চকুলো । কপিলী দুখৰো চকুলো, আনন্দৰো চকুলো ।” সঁচাকৈয়ে এইজনী কপিলীয়ে নগাওঁ বাইজক যিদৰে দি হুহুৱায়, সেইদৰে নিও কন্দুৱায় । সেই হেতুকেই ড° ভূপেন হাজৰিকাই কপিলীৰ মহিমা বুজিব নোৱাৰা ছলনাময়ী চঞ্চলা গাভৰুৰ ৰূপত কল্পনা কৰি গীতটি ৰচনা কৰিছে । পাহাৰীয়া কপিলী জনীয়ে ভৈয়ামলৈ আহি ব্ৰহ্মপুত্ৰৰ সৈতে সাৱটা-সাৱটি কৰি সাগৰৰ পৰা মহাসাগৰলৈ আগুৱাই গৈছে । অৱশ্যে নিশাৰী, যমুনা, নৈৰ আদিয়েও কপিলীৰ হাতত ধৰি আগুৱাই গৈ লুইতৰ বুকুয়েদি সাগৰলৈ বুলি ঢাপলি মেলিছে । সাগৰ হোৱাৰ প্ৰয়াসেৰে সকলোৱে মিলি বৰ লুইত হৈ দুৰ্বাৰ গতিৰে আগুৱাই থকাৰ দৰেই মুমূৰ্ষু মানৱৰ মাজত জীৱনৰ কিঞ্চিৎ বিদ্যুৎ ছটিয়াই দিয়াৰ মানসেৰে কলাৰত্ন ড° ভূপেন হাজৰিকাইও আজীৱন ধৰি বাট বুলিব লাগিছে— লুইতৰ পাৰৰ পৰা মানৱ সংস্কৃতিৰ মহাসাগৰলৈ .... .... ।

০০০০

# দ্বাদশ অধ্যায়

## ১৯৭৯ চনৰ পৰা ১৯৮০ চনলৈ ।

লুইতৰ পাৰৰ আজন্ম শিল্পী ড° ভূপেন হাজৰিকাৰ জনপ্ৰিয়তাৰ পৰিসীমা আজি অকল অসম নাইবা ভাৰতবৰ্ষৰ মাজতেই আবদ্ধ হৈ থকা নাই— স্বকীয় মহিমাৰে তেখেত আজি সমগ্ৰ বিশ্বৰ এই বিশাল মানৱ সমাজৰো নিচেই আপোনজন হৈ পৰিছে। কিয়নো মৰম বলিয়া ভূপেন হাজৰিকা প্ৰকৃতাৰ্থত এগৰাকী মানৱ দৰদী সংগীত শিল্পী। "মোৰ মৰমে মৰম বিচাৰি যায়" বুলি এটি গীতত লেখাৰ দৰেই ড° হাজৰিকাদেৱে এদিন কোনো এক কথা প্ৰসঙ্গত এই লেখকক কৈছিল— "বাইজক দিবলৈ মৰমৰ বাহিৰে মোৰ একোৱেই নাই আৰু দেশ-বিদেশত মই গীত গাই ফুৰিছোঁ মানুহৰ পৰা মৰম বুতলিবলৈ।" ইমানতে এটা কথা স্বীকাৰ কৰিব লাগিব যে মানৱ জীৱনৰ সুখ-দুখ, আশা-আকাংখা আৰু আবেগ-অনুভূতিৰে বিধৌত সুৰ আৰু সংগীতৰ সহায়ত সকলোৰে সৈতে সহজতেই সহৃদয়তা সংস্থাপন সম্ভৱ আৰু সেই বাবেই হয়তো ভূপেন হাজৰিকাই ভাব-বিনিময়ৰ মাধ্যম হিচাবে সুৰ আৰু সংগীতকেই আকোৱালি লৈ সুন্দৰৰ পথত আজীৱন বাট বুলিব লাগিছে। শ্বেলীৰ ভাষাত ক'বলৈ গলে— "Our sweetest songs are those that tell us of saddest thought" এই ক্ষেত্ৰত তেখেতৰ আশানুৰূপ সাৰ্থকতাৰ কথাও বিশেষভাৱে মন কৰিবলগীয়া। মুঠতে কলিজাৰ সঁচা সুৰেৰে দানৱৰ সমাজতো মানৱপ্ৰাণৰ সুখ-দুখৰ গীত গোৱা ভূপেন হাজৰিকাই মানৱ হৃদয়ৰ

পৰশী অনুভূতিক সমগ্ৰ ধৰাত কঢ়িয়াই লৈ ফুৰিছে— সেয়েহ'তো তেখেত মানৱশিল্পী— আকৌ আনহাতে সেইদৰে যুগস্ৰষ্টা গীতিকাৰ ভূপেন হাজৰিকাই বৃহত্তৰ জাতীয় স্বাৰ্থৰ হকে জনজীৱনত গণচেতনা জগাবলৈ সুষুপ্তিৰে শান দিয়া কথাত হৃদয়ৰ সুৰ ঢালি গুৱেছি জীৱন গীত গাই ফুৰিছে— সেয়েহ'তো তেখেত— ৰূপ শক্তিকাৰ গণশিল্পী। সেই বাবেই হয়তো বিশ্বৰ বিভিন্ন দেশৰ গুণমুগ্ধ ৰাইজে বিভিন্ন সময়ত ড° হাজৰিকাদেৱৰ সান্নিধ্য লাভৰ প্ৰয়াসেৰে তেখেতক আমন্ত্ৰণ জনায়— পৰাপক্ষত তেখেতেও বিদেশী আমন্ত্ৰণ প্ৰত্যাখ্যান নকৰি আন্তৰিকতাৰেই গ্ৰহণ কৰে আৰু সেইদৰেই নিৰ্দ্ধাৰিত সময়ত নোযোৱাকৈও নেথাকে। উল্লেখযোগ্য যে কোনো ব্যৱসায়িক লাভাংশৰ আশাত ভূপেন হাজৰিকা বিদেশলৈ নেযায় নিশ্চয়— তেখেত যায়-বিদেশৰ বিভিন্ন ঠাইত বিভিন্ন অনুষ্ঠানে আয়োজন কৰা সংগীত সন্মিলনত অসমীয়া গীত গাই অসমী আইৰ পৰিচয় দিবলৈ — পাশ্চাত্যৰ বিভিন্ন দেশত আয়োজন কৰা সাংস্কৃতিক সন্মিলন আৰু আলোচনা চক্ৰত যোগদান কৰি অসমীয়া তথা ভাৰতীয় সংস্কৃতিৰ বিষয়ে বহল ব্যাখ্যা দাঙি ধৰিবলৈ আৰু বিশ্বৰ বিভিন্ন ঠাইৰ পৰা তাৰৰ তাললয়িনিক বুতলি আনি স্বদেশৰ কলা-সংস্কৃতিক টনকিয়াল কৰিবলৈ।

সেয়ে, উল্লেখযোগ্য যে— ১৯৭৯ চনৰ ১৫ আগষ্ট তাৰিখে আমেৰিকাৰ লুইভিল চহৰত আয়োজিত এক সংগীত সন্মিলনলৈ ভূপেন হাজৰিকাক আমন্ত্ৰণ কৰি নিছিল আৰু সেই সংগীতানুষ্ঠানৰ সু-সজ্জিত মঞ্চত ভূপেন হাজৰিকাই থিয় দি কৈছিল— "I am humble singer from India. This is kind of my nostalgic journey to U. S. A. .... There are some doctors, engineers, scientists, but no Assamese even forget to sing Bihu song and to dance Bihu

Nach. This is our heritage. We live in its spirit."
সংস্কৃতিৰ ধ্বজাবাহী ড° হাজৰিকাদেৱে বিশ্বৰ প্ৰায় সকলো দেশতে এইদৰেই লুইতৰ পাৰৰ অসমীয়া সংস্কৃতিৰ পৰিচয় দি আহিছে -- ক'ৰবাত সংগীতানুষ্ঠানত অসমীয়া গীতৰ কঁহুৱা কোমল সুৰীয়া ভাষাৰে আৰু আন ক'ৰবাত জনসভা নাইবা আলোচনা চক্ৰত সাবলীল বক্তব্য আৰু বহল ব্যাখ্যাৰে। তাৰোপৰি দেশ-বিদেশৰ সকলো ঠাইতে গুৰুত্বসহকাৰে বিহুৰ বিষয়ে সগৌৰৱে ঘোষণা কৰিবলৈ কেতিয়াও তেখেতে পাহৰি নেযায়। কিয়নো অসমৰ জনজীৱনত সৰ্বজন সমাদৃত জাতীয় উৎসৱ বিহুৱেই হ'ল ঐতিহ্য-মণ্ডিত অসমীয়া সংস্কৃতিৰ কেন্দ্ৰবিন্দু। প্ৰসঙ্গত উল্লেখযোগ্য যে ড° হাজৰিকাদেৱে বহাগ বিহুকেই কেন্দ্ৰ কৰি ১৯৮০ চনত লেখা "বহাগ মাথোঁ এটি ঋতু নহয়" বোলা গীতটিৰ জৰিয়তে অসমৰ জাতীয় জীৱনত বহাগ মাহৰ প্ৰভাৱ আৰু বিহুৰ প্ৰকৃত তাৎপৰ্য সম্পৰ্কে এটি সুন্দৰ বিশ্লেষণ দাঙি ধৰিছে। সাধাৰণতে ভাৰতীয় জ্যোতিৰ্বিজ্ঞানৰ সিদ্ধান্ত অনুযায়ী বহাগ মাহতেই নতুন বছৰৰ আৰম্ভনি হয় আৰু সেই মৰ্ম্মে ভাৰতবৰ্ষত বহাগ মাহৰ পৰাই বৰ্ষচক্ৰ গণনাৰ পদ্ধতিও চলি আহিছে। অৱশ্যে অতি প্ৰাচীন কালত আঘোণ (অগ্ৰহায়ণ) মাহৰ পৰাই নতুন বছৰ আৰম্ভ হোৱাৰ ৰীতি প্ৰচলিত আছিল বুলি জনা যায়। সেয়ে আঘোণ মাহক মাৰ্গশীৰ্ষ বোলা হৈছিল। কিন্তু সেই ৰীতি কেতিয়াৰ পৰা কেনেকৈ আৰু কি কি কাৰণত আঘোণ মাহৰ ঠাইত বহাগ মাহকেই বছৰৰ প্ৰথম মাহ হিচাবে ধাৰ্য কৰা হ'ল সেই বিষয়ে সঠিক তথ্য পোৱা নেযায়। অৱশ্যে কোনো কোনো বিজ্ঞ ব্যক্তিয়ে তাৰ অনুসন্ধান নকৰাকৈও নিশ্চয় থকা নাই। যি কি নহওক এই বহাগ মাহটোকে অসমৰ জাতীয় জীৱনৰ এটি আয়ুস ৰেখা হিচাবে ড° হাজৰিকাদেৱে গণ্য কৰাৰ লগতে জন জীৱনৰ এটি সাহসৰ প্ৰতীক হিচাবেও

তেওঁলোকৰ গীতটিত উল্লেখ কৰিছে । কিয়নো সমন্বয়াত্মক অসমীয়া জাতিৰ মাজত মাজে মাজে অপ্ৰত্যাশিত ভাবে দেখা দিয়া ভেদা ভেদক বহাগ মাহে নাশ কৰে আৰু ঐক্যবদ্ধ সমদল গতিৰে প্ৰগতিৰ পথত আগবাঢ়ি যোৱাৰ ক্ষেত্ৰত সকলোকে প্ৰেৰণা যোগায় । অৰ্থাৎ অসমীয়া জাতিৰ বাপতি সাহোন ৰঙালী বিহুৱে জাতি ধৰ্ম ভাষা বৰ্ণ নিৰ্বিশেষে সকলোকে একতাৰ ডোলেৰে বান্ধি 'একজাতি এক প্ৰাণ' বুলি ভাবিবলৈ শিকায় । তাৰোপৰি এলাহু কলীয়া পুৰণি ৰীতি নীতি আৰু বিভেদ জনিত মনৰ মলিনতাক ধুই নিকা কৰিবৰ বাবে অসমীয়া জাতিয়ে বহাগ মাহতেই স্নান কৰি নতুন বছৰত নতুন উদ্যমেৰে কৰ্মময় জীৱনৰ নতুন আঁচনি লৈ এন্ধাৰৰ পৰা পোহৰলৈ আগবাঢ়ি যাবৰ বাবে প্ৰতিশ্ৰুতি গ্ৰহণ কৰে । সাধাৰণতে অসমৰ কৃষিজীৱি ৰাইজে বহাগ মাহতেই কৃষি কৰ্মৰ পাতনি মেলে আৰু সেয়ে ড° হাজৰিকাই বহাগ মাহক সৃষ্টিৰ দলিল বুলি উল্লেখ কৰাৰ লগতে বহাগ মাহত বৰদৈচিলাই সংগ্ৰামী জনজীৱনত ৰণ প্ৰেৰণা দিয়াৰ কথাও প্ৰকাশ কৰিছে । অৱশ্যে অকল অসমীয়া জাতিৰ বাবেই বহাগ মাহটো যে গুৰুত্বপূৰ্ণ এনে নহয় অসমৰ অন্যান্য জাতি-উপজাতি আৰু ভাৰতীয় সকলৰ বাবেও এক বিশেষ গুৰুত্বপূৰ্ণ মাহ । কিয়নো এই বহাগতে চাহ শ্ৰমিক সকলে বৈশাখ উৎসৱ, মিছিং সকলে মিছিং কেবাং উৎসৱ আৰু বঙালী সকলে বিষুব সংক্ৰান্তি আৰু চড়ক পূজা আদি বিভিন্ন ধৰণৰ আচাৰ অনুষ্ঠান পালন কৰে । পহিলা চ'তৰ পৰা বহাগৰ শেষলৈকে অসমৰ প্ৰায় সকলোবোৰ জনজাতি আৰু উপ-জনজাতিৰ লোক সকলে বিভিন্ন ধৰণৰ আচাৰ অনুষ্ঠানৰ জৰিয়তে পৃথিৱীক উৰ্বৰা কৰাৰ উদ্দেশ্যে বসন্তোৎৱ উদ্‌যাপন কৰা দেখা যায় । তাৰোপৰি অসমত অনুষ্ঠিত সাত ভনীৰ বিহু উৎসৱেও সকলোৰে মাজত বিহুৰ তাৎপৰ্যপূৰ্ণ জনপ্ৰিয়তাৰ কথাকেই ঘোষণা কৰে । সম্প্ৰতি

এই বিহু উৎসৱৰ সাৰ্বজনীন চৰিত্ৰ আৰু বৈশিষ্ট্যৰ কথা দেশ-বিদেশৰ সকলোৱেই স্বীকাৰ কৰি লবলৈ বাধ্য হৈছে— ইয়াৰ মাজত অন্তৰ্নিহিত হৈ থকা অনুকৰণীয় উদাৰনৈতিক মহান আদৰ্শৰ বাবেহে— যি আদৰ্শ পৃথিৱীৰ আন ক'তো বিচাৰি পোৱা নেযায়। সেয়েইতো ভূপেন হাজৰিকাই দেশ বিদেশৰ সকলো ঠাইতে নিজকে অসমীয়া বুলি পৰিচয় দিহে গৌৰৱ অনুভৱ কৰে।

কিন্তু দুখৰ বিষয় যে— ১৯৭৯ চনৰ যিখিনি সময়ত ভূপেন হাজৰিকাই আমেৰিকা আৰু কানাডা আদি দেশ সমূহলৈ আমন্ত্ৰিত হৈ গৈ অসমৰ এই বিহুৰ বিষয়ে বহল ব্যাখ্যা দাঙি ধৰি অসমীয়া সংস্কৃতিৰ সুখ্যাতি বঢ়াই গৌৰৱ অনুভৱ কৰি ফুৰিছিল ঠিক সেই একেখিনি সময়তে অসমৰ জাতীয় জীৱনৰ মূৰৰ উপৰত অমংগলীয়া এচটা ডাঁৱৰে ঢাকি ধৰি জাতীয় সংকটৰ সংকেত দিছিল। কিয়নো অসমীয়া জাতিৰ উদাৰতাজনিত মহানুভৱতাৰ সুযোগ লৈ বিভিন্ন ধৰণৰ অপশক্তি সমূহে গা কৰি উঠাৰ ফলতেই অসমৰ বুকুত এই শেহতীয়া সংকটকালৰ আবিৰ্ভাব হয়। সেয়েইতো, অসমীয়া জাতিৰ জাতীয় অস্তিত্ব আজি অসমৰ মাটিতে বিপন্ন হৈ পৰিছে— অসমৰ ভাষা-সাহিত্য, কলা-সংস্কৃতি আদি সকলোখিনিয়েই বিদেশী অক্টোপাহ্চৰ কৰাল গ্ৰাসত পৰিছে আৰু আৰ্থিক দিশতো অসমীয়া জাতি চিৰ-বঞ্চিত হৈ আছে। এনেকি বিদেশীৰ তুলনাত অসমীয়া জাতি আজি সংখ্যালঘুৰ তালিকাত অন্তৰ্ভুক্ত হৈ পৰিবলগীয়া পৰিস্থিতিৰো উদ্ভৱ হৈছে। মুঠতে এই সকলোবোৰ মিলাই ড° ভূপেন হাজৰিকাৰ গীতৰ ভাষ'ই সঁকিয়াই থকাৰ দৰে বিহুবলীয়া অসমীয়া ৰাইজে ভোগালীতো দুৰ্ভোগ ভুগিব লগীয়া হৈছে আৰু ৰঙালী বিহুৰ সময়ত ঢোল পেঁপা বজাই ৰং ধেমালী কৰাৰ পৰিৱৰ্তে খং আৰু ক্ষোভত উন্মত্ত হৈ ৰণশিঙা বজাই ৰাজপথলৈ ওলাই আহিবলগীয়া হৈছে আৰু পৰিণতি স্বৰূপে সৰলচিতীয়া অসমীয়া মানুহে নিজৰ ঘৰতে

অঘৰী হৈ ভগনীয়া শিবিৰত আশ্ৰয় লৈ বিহুৰ পিঠা-পনাৰ পৰিবৰ্তে শিলগুটি মিহলি পঁচা চাউলৰ সোৱাদ লবলগীয়াও হৈছে। কিন্তু এটা কথা পাহৰিলে নহ'ব যে— অসম লাচিতৰ দেশ, কনকলতা-মুলা গাভৰুৰ দেশ, শংকৰ-মাধৱ আৰু আজান ফকিৰৰ দেশ। সেয়ে, এই দেশৰ মানুহেও জাতীয় বৃহত্তৰ স্বাৰ্থৰ খাতিৰত "সংগ্ৰাম আন এটি নাম জীৱনৰে" বুলি ভাবি ৰাজপথলৈ ওলাই আহিব জানে, "দেশ বুলিলে আদেশ নেলাগে" বুলি ভাবি "লাচিত নেথাকিলেও আগুৱাই যাবই লাগিব" বুলি দৃঢ় সংকল্প গ্ৰহণ কৰিব জানে আৰু "অসম মৰিলেও, আমিও মৰিম" বুলি মৃত্যুকেই পণ কৰি জীয়াই থকাৰ যুঁজত মৰিও অমৰ হ'ব জানে। তাৰোপৰি বহুবিভাজন জনিত দুৰ্যোগৰ সময়তো সমন্বয়ৰ এনাজৰী-ডাল অসমীয়া জাতিয়ে খামুচি ধৰি সম্প্ৰীতিও ৰক্ষা কৰিব জানে। এয়াই হৈছে অসমীয়া জাতিৰ এক বিশেষ বৈশিষ্ট্য আৰু সেয়েই ১৯৭৯ চনতেই অসমৰ ৰাইজে আৰম্ভ কৰিলে জাতীয় অস্তিত্ব ৰক্ষাৰ সংগ্ৰাম-এই সংগ্ৰাম শেষ সংগ্ৰাম— অহিংস গণতান্ত্ৰিক সংগ্ৰাম আৰু এই শান্তিপূৰ্ণ সংগ্ৰামৰ জৰিয়তে দেশৰ শাসক গোষ্ঠীৰ ওচৰত প্ৰকাশ্যে দাবী জনোৱা হ'ল— অসমৰ পৰা অকৰ্তৃত্বশীল বিদেশী নাগৰিক সকলক বহিষ্কাৰ কৰি বিপন্নপ্ৰায় অসমীয়া জাতিক ৰক্ষা কৰিব লাগে, সীমান্তইদি বিদেশী ৰাষ্ট্ৰৰ পৰা চলি থকা অবৈধ গণ প্ৰব্ৰজন বন্ধ কৰিব লাগে। মুঠতে ভাৰতবৰ্ষক কাইলৈ ৰক্ষা কৰিবলৈ হ'লে আজিয়েই অসমক ৰক্ষা কৰিব লাগে। অসম আন্দোলনৰ ন্যায্যতাক সমগ্ৰ বিশ্বই একবাক্যে স্বীকাৰ কৰি লৈছে। কিন্তু ভাৰত চৰকাৰে মানিও নমনা হৈ বাগৰ সলাই থকাৰ বাবেই দিন বাঢ়ি যোৱাৰ লগে লগে সমস্যাৰ জটিলতাও বাঢ়ি যাবলৈ পালে আৰু সেই মৰ্মে আন্দোলনৰ তীব্ৰতাও বৃদ্ধি পাই আহিবলৈ ধৰিলে।

উল্লেখযোগ্য যে চীনে ১৯৬৬ চনৰ অক্টোবৰ মাহত ভাৰত আক্ৰমণ কৰাৰ সময়ত অসমী আইৰহে বিলাই বিপত্তিৰ সীমা নোহোৱা হৈ পৰিছিল আৰু সেয়ে স্বদেশপ্ৰেমী ভূপেন হাজৰিকাই চীন দেশৰ সেই বৰ্বৰোচিত আক্ৰমণৰ প্ৰতিবাদ জনাইছিল —শিৱাজী-লাচিতৰ তৰোৱালৰ দৰে ক্ষুৰধাৰ লিখনিৰে— অগ্নি-বৰ্ষী গীতৰ ভাষাৰে আৰু তানসেনৰ দৰে সজীৱ সুৰেৰে। সেইদৰেই অসমত এই বিদেশী বহিস্কৰণৰ দাবীত চলি থকা আন্দোলনৰ মহাদুৰ্যোগপূৰ্ণ সময়খিনিতো স্বদেশ আৰু স্বজাতিৰ হকে বৰ কম কৰা নাই। এই ক্ষেত্ৰত ভূপেন হাজৰিকাৰ ভূমিকা উল্লেখযোগ্য বুলিয়েই কব লাগিব। অৱশ্যে ইও সঁচা যে অসম আন্দো-লনৰ নেতৃত্বই ঘোষণা কৰা সত্যাগ্ৰহ, পিকেটিং, অনশন আদি বিভিন্ন ধৰণৰ কাৰ্য সূচীত অংশ গ্ৰহণ কৰিবলৈ ভূপেন হাজৰিকাই আহি কেতিয়াও সংগ্ৰামী ৰাইজৰ লগতে শাৰী পাতি থিয় দিয়া নাই নাইবা "জয় আই অসম" ধ্বনিৰে সমদল যাত্ৰাত সহযোগ কৰি আগবাঢ়ি যাওঁতে পুলিচ, চি, আৰ, পিৰ লাঠিৰ কোব, বন্দু-কৰ গুলিৰ আঘাতৰ সোৱাদ লোৱা নাই আৰু সেই বাবেই সং-গ্ৰামী জনসাধাৰণৰ মাজত এক ধৰম মিহলি অভিমানী প্ৰশ্নই সেই সময়ত খলকনি লগাইছিল— "অসমৰ এই মহাবিপৰ্যয়ৰ সময়ত ভূপেন হাজৰিকা ক'ত ?" তাৰ বাহিৰেও ড° হাজৰিকা এক নিৰাপদ দূৰত্বত আতৰি থকাৰ কথা উল্লেখ কৰি বহুতেই বহু ধৰণৰ মন্তব্য কৰাও দেখা গৈছে। অৱশ্যে এই খিনিতে এটা কথা কব পাৰি যে-ড° হাজৰিকাদেৱে শৰীৰীৰে আহি সংগ্ৰামী ৰাইজৰ লগত সমানে শাৰী পাতি থিয় হৈ আন্দোলনৰ কাৰ্য-সূচীত অংশ গ্ৰহণ নকৰিলেও আন্দোলনৰ ক্ষেত্ৰত শিল্পী হিচাবে তেখেতৰ ভূমিকা উল্লেখনীয় বুলিয়েই স্বীকাৰ কৰিব লাগিব। প্ৰকৃত শিল্পী সকলৰ বিষয়ে মেক্সিম গৰ্কীয়ে এনেদৰে কৈছিল— "প্ৰকৃত শিল্পীৰ থাকে

সচেতনতা। প্ৰকৃত শিল্পী সকল হ'ল সমাজৰ চকু, কাণ আৰু হৃদয়। লগত থাকে তেওঁলোকৰ যুগৰ কণ্ঠস্বৰ।" এইষাৰ কথা শতিকাৰ শিল্পী ভূপেন হাজৰিকাৰ ক্ষেত্ৰত সম্পূৰ্ণৰূপে খাটে। তেখেতে দেশৰ যি কোনো ধৰণৰ পৰিস্থিতিৰ লগত ৰজিতা খোৱাই বিভিন্ন সময়ত বিভিন্ন ধৰণৰ গীত ৰচনা কৰি সেই গীতবোৰ গাই গীতৰ ভাষাৰেই জনসমাজক বহুতো কথা কয়, পৰিস্থিতি সাপেক্ষে বহুতো ক্ষেত্ৰত দিগ্‌দৰ্শন কৰে আৰু ৰাইজৰ মাজত গণ চেতনা জগাই তুলিবলৈ প্ৰয়াস কৰে। প্ৰকৃতাৰ্থত ভূপেন হাজৰিকাক এগৰাকী উৎকৃষ্ট বুদ্ধিজীৱি আৰু সংগ্ৰামী শিল্পী বুলিহে কব পৰা যায়।

সেয়েইতো, আজিৰ এই সংগ্ৰামী নতুন পুৰুষ সকলৰ অদম্য কৰ্ম্ম প্ৰেৰণা আৰু উদ্দাম শক্তিৰ কথা উল্লেখ কৰি ড° হাজৰিকা-দেৱে লেখিলে— "আজি ব্ৰহ্মপুত্ৰ হ'ল বহ্নিমান" বোলা গীতটি। মহামিলনৰ তীৰ্থ এই ব্ৰহ্মপুত্ৰৰ দুয়ো পাৰত সমানে জ্বলি উঠা এই বহ্নি শ্যামলী বনৰ বহ্নি নহয়— "বহুতো নোপোৱাৰ বেদনাত" জ্বলি উঠা "এই বহ্নি ক্ৰোধান্বিত লক্ষ মনৰহে।" এয়া পুঞ্জীভূত বেদনাৰে ঠাঁহ খাই থকা আগ্নেয়গিৰিৰ উদ্‌গীৰণহে যেনিবা। লক্ষ্য— "স্ব-নিৰাপত্তা আৰু আনকো জীয়াই ৰখাৰ।" তাৰ বাহি-ৰেও ১৯৬৮ চনতে লেখা "আমি অসমীয়া নহওঁ দুখীয়া।" বোলা গীতটিৰ শেষৰ কিছু অংশ সলনি কৰি ১৯৭৯ চনত পুনৰ সংযো-পযোগীকৈ লেখিলে—

"কোনোৰা কাপুৰুষক পুৰুষ কৰিবলৈ
জ্যোতি প্ৰসাদো আছে
'অসম মৰিলে, আমিও মৰিম'
বুলি কবলৈ শ্বহীদও আছে।"

প্ৰায় এটা দশকৰ পূৰ্বতে লেখা এই গীতটিৰ মাজত অন্তৰ্নিহিত হৈ থকা সতৰ্ক বাণীবোৰ আজি আখৰে আখৰে প্ৰতিফলিত হ'ব

লাগিছে। প্ৰায় জ্যোতিৰ্ময়ীৰ দৰেই দূৰদৰ্শিতামূলক বাণীময় গীত ৰচনা কৰাটো ভূপেন হাজৰিকাৰ শিল্পী জীৱনৰ এক বহল অধ্যায় বুলিয়েই কব পাৰি। ইয়াৰ বাহিৰেও ড° হাজৰিকাদেৱে লুইত পৰীয়া সংগ্ৰামী নতুন পুৰুষক প্ৰশংসা কৰাৰ লগতে উদগনিমূলক ভাৱ-ভাষাৰে ১৯৮০ চনৰ ২১ এপ্ৰিল তাৰিখে লেখা আন এটি গীতত এনেদৰেই কৈছে— "লুইতপৰীয়া ডেকা বন্ধু

তোমাৰ তুলনা নাই
জীয়াই থকাৰ যুঁজত নামিছা
মৃত্যু শপত খাই।"

এই গীতটিতেই হাজৰিকাদেৱে আমাৰ পুৰণি পুৰুষৰ উদাৰতা-জনিত দোষ দুৰ্বলতাৰ বিষয়ে উল্লেখ কৰি নতুন পুৰুষক সতৰ্ক কৰি লেখিলে—

"পুৰণি পুৰুষে হাত সাৱটি
বহুতো হেৰুৱালে
উদাৰতাক শত্ৰুৱে
দুৰ্বলতা বুলি ল'লে……
আজি বজ্ৰৰ দৰে গৰ্জন কৰি
শত্ৰুক ওফৰাই
জীয়াই থকাৰ যুঁজত নামিছা মৃত্যু শপত খাই।"

মন কৰিবলগীয়া যে ১৯৮০ চনৰ এপ্ৰিল মাহত আন্দোলনৰ বহুতো নেতা আৰু ছাত্ৰ-ছাত্ৰীক চৰকাৰে গ্ৰেপ্তাৰ কৰাৰ কথা বাতৰি কাকতৰ জৰিয়তে জানিব পাৰি বোম্বেৰ এইচ এম, ভি, ষ্টুডিওতে বহি বহি ড° হাজৰিকাদেৱে এই গীতটো ৰচনা কৰিছিল। লগতে তেখেতে ১৯৫৬ চনতে অসমী আইৰ ৰূপ আৰু গুণৰ কথা উল্লেখ কৰি লেখা "ৰিম্ ঝিম ৰিম্ ঝিম ৰৰষুণে" গীতটিও ১৯৮০ চনত পুনৰ কিছু সাল-সলনি কৰি সময়োপযোগীকৈ সকলোৰে

জনপ্ৰিয় আৰু অৰ্থবহ কৰি তুলিলে। ১৯৭৯ চনতে আৰম্ভ হোৱা অসম আন্দোলনৰ সংগ্ৰামী ৰাইজে দৃঢ় সংকল্প গ্ৰহণ কৰি মূল লক্ষ্যত উপনীত হ’বৰ বাবে উপলব্ধি দিবৰ মানসেৰে ১৯৮০ চনত আন এটি গীতত পুনৰ এনেদৰে লেখিলে—

"মৃত্যু পণেৰেই, উজিয়াব লাগিবই
জীয়াই থকাৰ এটি বাট
এই সংগ্ৰাম, শেষ সংগ্ৰাম
এয়ে শেষ শৰাইঘাট।"

তেন্তে ? এনেবোৰ তেজস্বী লিখনিৰেই ভূপেন হাজৰিকাই সংগ্ৰাম কৰা নাইনে ? প্ৰকৃততে বহুতো সংগ্ৰামী পুৰুষে সাময়িক উচ্ছা-সত কৰা সংগ্ৰামৰ তুলনাত ড° হাজৰিকাই জানো কম কৰিছে ? আন্দোলনৰ নেতৃত্বই অসমৰ বিভিন্ন ঠাইত সভা সমিতি কৰি, খাতৰি কাকতৰ জৰিয়তে আন্দোমনৰ লক্ষ্য আৰু তাৎপৰ্য বিশ্লেষণ কৰি দেশ বাসীৰ মাজত নিজ নিজ কৰ্তব্য সম্পৰ্কে সচেতন কৰি-বলৈ যিমানবোৰ প্ৰচেষ্টা চলালে নাইবা দেৱালত লিখা সতৰ্ক-বাণীৰে ৰাইজ আৰু ৰজাঘৰীয়াক সজাগ কৰিবলৈ যি চেষ্টা চলালে সেয়া নিশ্চয় সাময়িকভাবে চলোৱা প্ৰচেষ্টা বুলিয়েই কব পৰা যায়। অৱশ্যে তাৰ সুফলো যথেষ্ট আছে। কিন্তু তাৰ তুলনাত ড° হাজৰিকাৰ প্ৰচেষ্টাত অধিক প্ৰচাৰধৰ্মীতা (ব্যক্তিগত প্ৰচাৰ ধৰ্মীতা নহয়, বৈষয়িকহে) আৰু স্থায়ীত্বৰ কথা অস্বীকাৰ কৰিব নোৱাৰি। কাৰণ পাহাৰ-ভৈয়াম, চহৰ-নগৰ সকলোতে অহনিশে তেখেতৰ সুৰীয়া গীতৰ সংগ্ৰামী ভাষাই সমগ্ৰ জন-সাধাৰণক সজাগ কৰি আছে— আন্দোলনক সজীৱ কৰি ৰাখিছে। আকাশে বতাহে তাঁহি ফুৰা গীতৰ সুৰ আৰু কথাই সকলোৰে মাজত আন্দোলনমুখী কৰ্ম্মপ্ৰেৰণা জগাই তুলিব লাগিছে। মন কৰিব লগীয়া যে শাসক গোষ্ঠীৰ এনে নিষ্ঠুৰ দমন নীতি আৰু

অন্যায়-অত্যাচাৰৰ প্ৰতিবাদত সুযুক্তিপূৰ্ণ তেজস্বী ভাষাৰে লেখা সংগ্ৰামী গীত সমূহৰ প্ৰতিটো শব্দই তেখেতৰ উদাত্ত কণ্ঠৰ সুৰৰ ঝংকাৰত বজ্ৰৰ দৰে গৰ্জন কৰি অগ্নিস্ফুলিঙ্গৰ দৰে ছিটিকি পৰা যেন লাগে। তেখেতৰ আন এটি গীতেৰে অসমৰ অস্তিত্ব ৰক্ষাৰ সংগ্ৰামত অৱতীৰ্ণ হোৱা ৰাইজৰ দৃঢ় সংকল্পৰ বিষয়ে উল্লেখ কৰি লেখিছে—

"উনাশী আশীত লুইতপৰীয়া দলে
সহস্ৰ কণ্ঠেৰে কলে:
অহিংস নীতিৰেই কৰিম সংগ্ৰাম
যাওকগে জীৱনটো গ'লে।" লুইতৰ পাৰৰ

সংগ্ৰামী ৰাইজৰ গান্ধীবাদী অহিংস নীতিৰ কথাও এই গীতৰ মাজেদি প্ৰকাশ কৰিছে।

উল্লেখযোগ্য যে শৰাইঘাটে লাচিতৰ দিনৰ পৰাই অসমীয়া জাতিৰ শৌৰ্য-বীৰ্যৰ কথা সগৰ্বে ঘোষণা কৰি আহিছে। সেয়ে ড° গজেন্দ্ৰ কুমাৰ দেৱৰায়ৰ ভাষাত "শৰাইঘাট আসামেৰ থাৰ্মপলী, আসামেৰ হলদিঘাট। শৰাইঘাটেৰ ধূলিকণা দেশ প্ৰেমিকেৰ তীৰ্থৰেণু।" যি কি নহওক অসম আন্দোলনৰ ন্যায্যতা প্ৰতিপন্ন কৰিবৰ বাবে সু-যুক্তিপূৰ্ণ ভাষাৰে গীত ৰচনা কৰাৰ লগতে ৰাজনৈতিক কু-চক্ৰান্তৰ প্ৰতিবাদত বজ্ৰৰ দৰে গৰ্জন কৰি উদাত্ত কণ্ঠেৰে গোৱা ড° ভূপেন হাজৰিকাৰ সংগ্ৰামী গীত সমূহৰ প্ৰতিটো শব্দই বহুতকে অনুপ্ৰাণিতও কৰিছে। তেন্তে? অসমৰ ৰাইজৰ লগতে জাতীয় সংকটৰ মুহূৰ্তত ভূপেন হাজৰিকাই সংগ্ৰাম কৰা নাইনে? কান্ধুলি লুটি মৰা বহুতো দুমুখীয়া সংগ্ৰামীৰ তুলনাত ভূপেন হাজৰিকাৰ সংগ্ৰামী দৃঢ়তা আৰু বিশাল ব্যক্তিত্বৰ তুলনা নহয়— তেখেতৰ সুদৃঢ় সংগ্ৰামী ভূমিকা বহু উৰ্দ্ধত। তেখেতে সদায়েই ৰাইজৰ পক্ষত থিয় দি ৰাইজৰ বক্তব্য খিনিকে গীতৰ

কথাৰে সদায় প্ৰকাশ কৰি আহিছে।

উল্লেখযোগ্য যে, অসমৰ বাহিৰত থাকি ড° ভূপেন হাজৰিকাই অসমৰ ন্যায্য আন্দোলনৰ বিকৃত ব্যাখ্যা শুনিবলৈ পাইছে আৰু সেয়ে সৰ্বভাৰতীয় পৰ্যায়ৰ অনা-অসমীয়া সংবাদ পত্ৰৰ যোগেদি পোৱা এনে অপ-ব্যাখ্যাবোৰ দেখি তেখেতে নিজেই কৈছে— "তেওঁলোকে জনা উচিত যে অসমীয়া ৰাইজৰ (ধবক) মস্তিষ্ক বিকাৰ হলেও ৰামকৃষ্ণ মিছনত কেতিয়াও হামলা নকৰে— যেনেকৈ বঙালী ৰাইজৰ মস্তিষ্ক বিকাৰ হলেও শ্ৰীশংকৰদেৱৰ নামঘৰ নেভাঙে। ভৌগলিক ভুল কৰিবই। কাৰণ অসম যে এমূৰত।" তাৰোপৰি ড° ভূপেন হাজৰিকা প্ৰমুখ্যে বহুতো উচ্চ স্তৰৰ বুদ্ধিজীৱিক লৈ গঠিত "Peoples Forum" নামৰ এটি অৰাজনৈতিক সন্থাৰ জৰিয়তে অসমৰ প্ৰকৃত সমস্যাক সমগ্ৰ ভাৰতৰ জনসমাজত বুজাই দিবলৈ প্ৰচেষ্টা চলাইছিল আৰু এই ফ'ৰামৰ সহায়ত সমগ্ৰ ভাৰতৰ অৰাজনৈতিক বিখ্যাত বিখ্যাত ব্যক্তি সকলক অসমলৈ মাতি আনি অসমৰ আইনজীৱি, বুদ্ধিজীৱি আৰু ছাত্ৰ নেতা সকলৰ লগত আলাপ আলোচনাৰ মাজেদি প্ৰকৃত সমস্যাখিনিৰ ন্যায্যতাখিনি জনাই দিবৰ বাবে আগ ভাগ লৈছিল ডঃ ভূপেন হাজৰিকাই। কাৰণ তেতিয়াহে সকলোৱে বুজিব পাৰিব যে অসমৰ সংগ্ৰামৰ মূল লক্ষ্য আৰু আদৰ্শৰ মাজত কিবা সমাজ বিৰোধী কথা আছে নে নাই। সঁচা অৰ্থত লুইতপৰীয়া অসমীয়া মানুহখিনি 'ভাল ভাৰতীয়' হে, বিচ্ছেদকামী নহয়।

মন কৰিব লগীয়া যে জাতীয় অস্তিত্ব ৰক্ষাৰ সংগ্ৰামত অৱতীৰ্ণ হোৱা অসমৰ নিৰীহ জন সাধাৰণৰ ওপৰত মানুহ মাৰিবলৈ প্ৰশিক্ষণ দি থোৱা চৰকাৰৰ বহুতীয়া সশস্ত্ৰ দানৱহঁতক উচটাই দি চৰকাৰী ক্ষমতাৰে দৌৰাত্ম্য চলোৱা দেখি তাৰ প্ৰতিবাদ জনাই শাসক গোষ্ঠীক সমালোচনা কৰি ভূপেন হাজৰিকাই ১৯৭৯ চনত

এটি গীতত পুনৰ এইদৰে লেখিলে—

"নৱ নৱ পুৰুষৰ নোপোৱাৰ প্ৰকাশক
ভৰিৰে মোহাৰিব পাৰি
আৰক্ষী বাহিনীৰে কু-শাসন ৰক্ষা
কিছু দিনহে কৰিব পাৰি।" তাৰ বাহিৰেও ১৯৮০ চনত অস্তিত্ব ৰক্ষাৰ আন্দোলনে তীব্ৰ ৰূপ ধাৰণ কৰাত পুলিছ প্ৰশাসনে বহুতো ছাত্ৰক বন্দী আৰু অত্যাচাৰ কৰাৰ প্ৰতিবাদত বম্বেৰ এইচ; এম; ভি ষ্টুডিওত বহি বহি লেখা "জীয়াই থকাৰ যুঁজত নামিছো মৃত্যু শপত খাই" বোলা গীতটিয়ে সংগ্ৰামী নতুন পুৰুষৰ বাবে প্ৰশংসনীয় আৰু প্ৰেৰণা দায়ক অৰিহণা যোগালে।

ইফালে ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদৰ সুযোগ্য শিষ্য হিচাবে ড° ভূপেন হাজৰিকাই গুৰুৰ বাণী আৰু আদৰ্শেৰে নিজৰ জীৱন গঢ় দিবলৈকো চেষ্টাৰ ত্ৰুটি কৰা নাই। ১৯৪৮ চনত জ্যোতিপ্ৰসাদে এবাৰ কৈছিল— "নতুন পোহৰত আমাৰো পুৰণি সংস্কৃতিৰ কিছু এৰিব লাগিব। সেই দৰে আন সকলেও এৰিব লাগিব তেওঁলোকে লগত লৈ অহা পুৰণি সংস্কৃতি। এই পূৰ্ব ভাৰতীয় সমন্বয় আৰু আন কথাত অসমীয়া সংস্কৃতিৰ নৱ প্ৰকাশ আমি ৰচনা কৰিব লাগিব। এই পূৰ্ব ভাৰতীয় নতুন সংস্কৃতি আজি অসমৰ পৰ্বতীয়া ভৈয়ামীয়া, অসমীয়া আৰু অসমলৈ অহা নৱাগত সকলৰ মাজত ৰূপ লৈ ভৱিষ্যতৰ এদিন ফুলে পাতে জাতিষ্কাৰ হৈ মহাভাৰতীয় মহাসংস্কৃতি হৈ নৱতম বিচিত্ৰতাৰে সুন্দৰ কৰি তুলিবলৈ বুলি আশা।" মহাভাৰতীয় মহাসমন্বয়ৰ মহৎ আদৰ্শৰ বিষয়ে উল্লেখ কৰি বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰেও লেখিছে—

"হেথায় আৰ্য, হেথায় অনাৰ্য, হেথায় দ্ৰাবিড় চীন
শক হূন দল মোগল পাঠান একদেহে হল লীন।"

সেই একেদৰেই অসম ভাৰতৰেই অংগ স্বৰূপে এই দেশৰ মাটিত

গঢ় লৈ উঠা অসমীয়া জাতিৰ গঠন প্ৰক্ৰিয়াও সমন্বয়াত্মক। সেই কথা ব্যাখ্যা কৰি ড° ভূপেন হাজৰিকাই ১৯৭৯ চনত লেখিলে আন এটি ঐতিহাসিক সত্যতাৰে সমৃদ্ধ গীত— । গীতটিৰ আৰম্ভনিতেই লেখিছে—

"মহাবাহু ব্ৰহ্মপুত্ৰ মহামিলনৰ তীৰ্থ
কত যুগ ধৰি প্ৰকাশি আহিছে
সমন্বয়ৰ অৰ্থ ।"

উল্লেখযোগ্য যে মিলনতীৰ্থ অসম ভূমিলৈ দূৰ-দূৰণিৰ পৰা আহিও যি সকলে এই দেশৰ মাটিকেই মাতৃ বুলি আকোৱালি লৈছে বা লব পাৰিছে তেনে প্ৰতি-জন অসমীয়াই ভাল ভাৰতীয় হৈ থাকিলেই হ'ব বুলিও আন এটি গীতত ড° হাজৰিকাই কৈছে। অসমীয়া জাতিৰ ঐতিহ্যমণ্ডিত বুনিয়াদ কিদৰে ৰচনা হৈ উঠিছে আৰু অসমৰ বাহিৰৰ পৰা অহা বিভিন্ন জাতি ধৰ্ম ভাষাৰ লোকে বৰ লুইতৰ দৰে অসমীয়া বোলা জাতিটোৰ লগত নিজকে বিলীন কৰি দি বৃহত্তৰ এই অস-মীয়া জাতিটো গঢ়ি তোলাৰ ক্ষেত্ৰত কি দৰে অৰিহণা আগবঢ়ালে সেই বিষয়ে এটি ঐতিহাসিক বিশ্লেষণো এই গীতটোৰ মাজেৰে প্ৰকাশ কৰিছে। বৃহত্তৰ জাতি গঠনৰ ক্ষেত্ৰত জাতীকৰণৰ ধীৰ প্ৰক্ৰিয়াৰ কথা উল্লেখ কৰোঁতে ৰবীন্দ্ৰনাথ ঠাকুৰৰ এটা কথালৈ আঙুলিয়াই দি ড° ভূপেন হাজৰিকাই তেখেতৰ গীতত পুনৰ লেখিছে—

—"কিছু লব লাগে, কিছু দিব লাগে
জীন যাবলৈ হ'লে।
মিলিব লাগে, মিলাব লাগে
ৰবীন্দ্ৰ নাথেও কলে।"

কিন্তু এই নীতি গ্ৰহণ নকৰি তেল-পানীৰ সম্পৰ্ক সৃষ্টি কৰা এচাম অজীন পাতকীৰ কু-চক্ৰান্তৰ প্ৰতি নিন্দা কৰিবলৈকো তেখেতে এৰা নাই। তাৰ বাহিৰেও ড° ভূপেন হাজৰিকাই তেখেতৰ আন এটি গীতত শাসক গোষ্ঠীৰ চতুৰালিৰ বিষয়ে ঠাট্টা কৰি লেখিছে—

"পৰিচালকক সুধিবৰ হ'ল
মুখাৰে কিমান দিন ঠগিবা
টেক্‌নিক্ ভৰা নাটেৰে কিমান
নাটনিৰ নাট মেলিবা ?"

অৱশ্যে উল্লেখিত এই গীতটোৰ পটভূমি অলপ সুকীয়া। কাৰণ শাসক গোষ্ঠীয়ে সদায়েই সৰ্বসাধাৰণ ৰাইজৰ মাজত নানা ছল-চাতুৰীৰে আধিপত্য বিস্তাৰ কৰি নিজৰ স্বাৰ্থ সিদ্ধি কৰিব লাগিছে। তাকেহে দেশখনকেই নাটঘৰ আৰু ৰাইজক তাৰ ভৰবীয়া বুলি উল্লেখ কৰি এই গীতটো লেখিছে। অকল ইমানেই নহয় দেশৰ সৰ্বাঙ্গীন মঙ্গল কামনা কৰি ড° ভূপেন হাজৰিকাই আন এটা গীতত শিল্পী, সাহিত্যিক, বুদ্ধিজীৱি সকলৰ প্ৰতি আহ্বান জনাই লেখিছে—

"নামি আহা সুন্দৰৰ সেনা শিল্পী দল
এৰা সপোন ধেমালি,
বাধা যদি নিদিয়া পিশাচী এন্ধাৰক
ধৰা হব বণেৰে ৰাঙলী।"

আজি সেয়ে হল। ১৯৮৩ত চনত ৰাইজৰ অবাঞ্চনীয় তথা বৰ্জনীয় সেই সৰ্বনাশী নিৰ্বাচনী মৃত্যু মহোৎসৱৰ সময়ত অসমৰ বুকুত শুকাই চৌচিৰ হোৱা চত মহীয়া টকলা বাকৰিৰ চপৰা মাটিও তেজেৰে ৰাঙলী হ'ল। অসমত অসমীয়া অঘৰী হব লগা হ'ল। বিদেশীৰ হাতত স্বদেশী লাঞ্চিত হ'ল— অসমৰ বুকুত অসমীয়াই আজি জাতীয় অস্তিত্বৰ শেষ সংগ্ৰামত প্ৰাণটাকি যুঁজিব লগা হ'ল— স্বদেশপ্ৰেমী শত শত লোক শ্বহীদ হ'ল— মানৱ ইতিহাসত ইয়াতকৈ আৰু চৰম পৰিতাপৰ কথা কিবা থাকিব পাৰেনে ? উল্লেখযোগ্য যে যিখিনি সময়ত অসমৰ বুকুত হত্যা আৰু মৃত্যুৰ তাণ্ডৱনৃত্য চলি আছিল ঠিক একেখিনি সময়তে নতুন দিল্লীত

তেতিয়াৰ প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধীয়ে কোটি কোটি টকা খৰছ কৰি উলহ-মালহেৰে আয়োজিত আন্তৰ্জাতিক গোষ্ঠী নিৰপেক্ষ সন্মিলনত বিষয়বাবৰ লালসাত উন্মত্ত হৈ আছিল। অৱশ্যে জাতীয় পুঁজিৰ অপচয় কৰি হলেও গোষ্ঠী নিৰপেক্ষ সন্মিলনৰ সভানেত্ৰীৰ পদটো ইন্দিৰা গান্ধীয়ে আদায় কৰি লৈছিল। উল্লেখযোগ্য যে 'অগ্নিযুগৰ ফিৰিঙতি' ড° ভূপেন হাজৰিকাই বহুদিনৰ পূৰ্বে পৰাই তেখেতৰ গীতৰ ভাষাৰে প্ৰকাশ কৰি থকা দূৰদৰ্শী গভীৰ চিন্তাপ্ৰসূত সতৰ্কবাণী সমূহৰ এয়া যেন নিভুঁল ৰূপায়ণ। কিন্তু অসমীয়া জাতি "মৰিও নমৰে, পৰিও নপৰে বাণ ভগদত্ত চুকাফাৰ জাত।" শিল্পী সেনা ভূপেন হাজৰিকাও অসমী আইৰ সুযোগ্য সন্তান— সহজতে নতি স্বীকাৰ কৰা বিধৰ দুৰ্বল মনৰ পলায়নবাদী শিল্পী নহয়— নিৰ্ভীক স্পষ্টবাদীতা আৰু সৎ সাহসেই হৈছে কলাকেশৰী ড° ভূপেন হাজৰিকাৰ আন এক উল্লেখযোগ্য বৈশিষ্ট্য— যাৰ বাবে তেখেতৰ বিশাল ব্যক্তিত্বই মহত্ব লাভ কৰিব পাৰিছে। অসমৰ তেনে এক চৰম বিপৰ্যয়ৰ সময়ত একপ্ৰকাৰ হতাশাগ্ৰস্থ হৈ পৰা সংগ্ৰামী সকলৰ লগতে কৰুণ ক্ৰন্দনৰত সৰ্বসাধাৰণ নিৰীহ লোকসকলক সান্তনা আৰু সাহসৰ বাণীৰে আশাবাদী প্ৰেৰণা যোগাবৰ বাবে গণশিল্পী ড° হাজৰিকাই ৰচনা কৰিলে এটি গীত—

"সংগ্ৰাম যদি জীৱনৰ এটি নাম
(সেই) সংগ্ৰাম হওক তোৰ প্ৰিয়
দুই হাতে চকু দুটি চাকি ধৰি তই
অকলে' উচুপনো কিয় ?"

সঁচাকৈয়ে, অসমীয়া মানুহে সেইখিনি সময়ত ভয়ত হাত সাৰটি উচুপি থকা নাই— মৃত্যুক পণ কৰি জীয়াই থকাৰ যুঁজত অৱতীৰ্ণ হোৱা অসমীয়া জাতিয়ে সাফল্যৰ শীৰ্ষ বিন্দুত উপনীত নোহোৱালৈকে সংগ্ৰাম চলাই থাকিব লগীয়া হ'ল। সঁচা সংগ্ৰামৰ জয়

অনিবাৰ্য। সেয়ে ৰাইজে দৃঢ়তাৰে সংগ্ৰাম চলাই যাবৰ বাবে আহ্বান জনাই ড° হাজৰিকাদেৱে পুনৰ লেখিছে—

"ৰাইজ নেকান্দিবা
টঙালি বান্ধিবা
যাত্ৰাৰ অন্ত হয় হে হয়.........
দেশৰেই প্ৰজা
অন্যায় যুঁজা
সত্যৰ আজি হব জয় হে জয়।"

হবহুৰীয়া অসম আন্দোলনৰ সময় চোৱাত মানুহৰ তেজেৰেই মানুহে ফাকু খেলিলে— সন্তানৰ তেজেৰে অসমী আই লুতুৰি-পুতুৰি হ'ব লগীয়া হ'ল। অৱশ্যে শান্তনা লাভ কৰিবৰ বাবে লৰ্ড বাইৰণে কোৱা এষাৰি কথাই যথেষ্ঠ প্ৰেৰণা যোগায়। তেখেতে কৈছিল—

"Blood will shed like water and tears like mist,
But people will conquer in the end."

সেই একেদৰেই কলাবন্ধ ড° হাজৰিকাইও গাইছে—

"কালৰাত্ৰিৰ বুকুতে লুকাই
আছেই প্ৰভাত বুজিলানে নাই
ৰাইজ সিংহক শৃংখল শুগালে
সদা কৰে জয় বুজিলানে নাই।"

কিন্তু উল্লেখিত সেই উজ্বল প্ৰভাত কেতিয়া আহিব? আপ্ৰাণ প্ৰচেষ্টাৰে চলোৱা সংগ্ৰামৰ শেষতহে। সেই বিষয়েও হাজৰিকাই কৈছে— "সংগ্ৰাম আন এটি নাম জীৱনৰে
ইতিহাসে চিঞৰে জয় জনতাৰে"

সেয়ে, অকল সংগ্ৰামৰ ক্ষেত্ৰতেই নহয়, যি কোনো ক্ষেত্ৰতেই মানুহ হতাশ হ'ব নেলাগে— আশাবাদী মনোবল নেথাকিলে কোনো ক্ষেত্ৰতেই সাফল্য অৰ্জন কৰিব নোৱাৰি। তাকেই সত্যেন্দ্ৰ নাথ দত্তদেৱৰ

ভাষাৰে কবলৈ হ'লে—

"মেঘ দেখি কেও কৰিসনাৰে ভয়
আড়ালে তাৰ সূৰ্য হাসে
হাৰা শশীৰ হাৰা হাঁসি
অন্ধকাৰেই ফিৰে আসে।" এটা অন্ধকাৰ নিশা

অতিক্ৰম নকৰালৈকে এটা ৰঙীণ প্ৰভাত পাব নোৱাৰি। অৱশ্যে ধৈৰ্যৰ প্ৰয়োজন একান্ত। অসমীয়া জাতিয়ে এই বাবদে অৱশ্যে এই ক্ষেত্ৰত বিচক্ষণতাৰ পৰিচয় বিশ্ববাসীৰ আগত দাঙি ধৰিব পাৰিছে।

স্বদেশপ্ৰেমী ড° ভূপেন হাজৰিকাৰ সংগ্ৰামী গীতি কবিতা সমূহৰ লগত জ্যোতিপ্ৰসাদ, বিষ্ণুৰাভা, অম্বিকাগিৰি, কাজী নজৰুল ইছলাম, প্ৰসন্নলাল চৌধুৰীকে আদি কৰি পল ৰ'বছন, ৰবাৰ্ট বাৰ্ণচৰ দৰে জনপ্ৰিয় বিদ্ৰোহী কবি শিল্পী সকলৰ গীতিকবিতা আদিৰ সদৃশ্য আৰু প্ৰভাৱ দেখিবলৈ পোৱা যায়। অৱশ্যে ড° হাজৰিকাৰ সৃজনী প্ৰতিভাৰ মৌলিকত্ব চকুত লগা। সৃষ্টিত স্ৰষ্টাজনৰ নিজস্ব কলা-কৌশলৰ সুবিন্যস্ত প্ৰয়োগৰ কাৰণে সেয়া স্বকীয় বৈশিষ্ট্যৰে মহি-মান্বিত হৈ পৰে। কলাগুৰু ড° হাজৰিকাৰ ক্ষেত্ৰত এই কথাৰ সাৰ্থকতা বিশেষ ভাৱেই পৰিলক্ষিত হয়।

বিদ্ৰোহী কবি কাজী নজৰুল ইচলামে তেখেতৰ বিপ্লৱ সম্পৰ্কে এই দৰে কৈছিল - 'আমি বিদ্ৰোহ কৰেছি, বিদ্ৰোহেৰ গান গেয়েছি অন্যায়েৰ বিৰোদ্ধে, অত্যাচাৰেৰ বিৰোদ্ধে - যা মিথ্যা, কলুষিত, সনাতনেৰ বিৰোদ্ধে ধৰ্মেৰ নামে ভণ্ডামি ও কু-সংস্কাৰেৰ বিৰোদ্ধে। সেই দৰেই কলাগুৰু ড° ভূপেন হাজৰিকাদেৱেও তেখেতৰ গানৰ লক্ষ্য আৰু উদ্দেশ্যৰ বিষয়ে উল্লেখ কৰি এটি গীতত কৈছে— যে তেখেতৰ গান সমূহ যেন অস্থাহীনতাৰ বিপৰীতে আস্থা, ধ্বংসৰ বিপৰীতে সৃষ্টি আৰু অশান্তিৰ বিপৰীতে শান্তি প্ৰতিষ্ঠাৰ গান হয় তাকেই তেখেতে কামনা কৰিছে। আকৌ নজৰুলৰ দৰেই লেখিছে—

"মোৰ গান হওক
কল্পনা বিলাসৰ বিপৰীতে
এক সত্য প্ৰশস্তিৰ গান।"

তাৰোপৰি ড° ভূপেন হাজৰিকাই অগ্নিযুগৰ ফিৰিঙতি স্বৰূপে সকলো ধৰণৰ অন্যায়-অবিচাৰ নাশ কৰি সৰ্বহাৰাৰ সৰ্বস্ব ফিৰাই অনাৰ সাহসী প্ৰতিশ্ৰুতিৰে মানব প্ৰেমৰ দৰদী আহ্বান জনাইছে। তেখেতৰ এনে মহান উদ্দেশ্য সফল কৰি তুলিবৰ বাবে ধুমুহাই শক্তি দিব, বজ্ৰই কণ্ঠ দিব, আৰু চিকুণে ভাষা দিব বুলি আন এটি গীতত উল্লেখ কৰিছে।

উল্লেখযোগ্য যে ভূপেন হাজৰিকাৰ প্ৰায়বোৰ গীতেই বিশেষ ধৰণৰ একো একোটি বাণী (Massage) বহন কৰা দেখা যায়। আৰু এনে বাণী থকা গীতৰ বাবেও তেখেৰ গীতৰ জন-প্ৰিয়তা মন কৰিব লগীয়া। এই Massage ৰ মূলতে গীতিকাৰ গৰাকীয়ে সমাজ পৰিবৰ্ত্তনৰ বিষয়তেই হওক বা অন্য যি কোনো ধৰণৰ সংস্কাৰ ধৰ্ম্মী নতুনত্বৰ আহ্বানত শ্ৰোতা সমাজক কিবা এটা কব বিচাৰে তেখেতৰ গীতৰ মাজেৰে। সাধাৰণতে বিচিত্ৰ ধৰণৰ বাণীময় ভাবেৰে পুষ্ট গীত সমূহ জনপ্ৰিয় হোৱাহে দেখা যায়। তাৰোপৰি এটা কথা স্বীকাৰ কৰিব লাগিব যে সকলো স্তৰৰ মানুহৰ জন জীৱনৰ সুখ-দুখ, আবেগ-অনুভূতিৰ সংবাদ সমূহক সুৰৰ সহায় লৈ গীতৰ ভাষাৰে প্ৰকাশ কৰি থকাৰ বাবেই ড° ভূপেন হাজৰিকা সামাজিকভাৱে দায়বদ্ধ এগৰাকী প্ৰখ্যাত গায়ক গীতিকাৰ। সেয়েহে হয়তো Jerald Macann নামৰ এগৰাকী পণ্ডিতে ড° ভূপেন হাজৰিকাৰ বিষয়ে মন্তব্য কৰি কৈছে—"Dr. Hazarika has demonstrated his concern for mankind through his melodious singing through out the world." কিয়নো সুৰৰ ইন্দ্ৰজাল ৰচনাকাৰী গীতখিনি

শ্ৰোতা জনসাধাৰণৰ বাবে কেৱল অৱসৰ বিনোদৰ উপাদান নহয়; তেখেতৰ বিজ্ঞান সম্মত শক্তিশালী যুক্তিৰে পৰিপূৰ্ণ গীতৰ কথাৰ সৈতে বৰ্ণাঢ্য সুৰৰ সংমিশ্ৰণত সংগীতৰ যি অভূতপূৰ্ব অভিব্যঞ্জনাৰ সৃষ্টি হয় সি সকলোৰে অন্তৰাত্মাত সুপ্ত চেতনা আৰু সবল ভাবানুভূতি জগাই তুলি শ্ৰোতাই কৰ নোৱাৰাকৈয়ে কোনো এক সদুদ্দেশ্যজনিত নিৰ্দ্দিষ্ট লক্ষ্যৰ ফালে আগুৱাই দিয়ে। লগতে ভাবৰ সংবাহক ব্যঞ্জনাদীপ্ত শব্দচয়ন আৰু সুবিন্যস্ত বাক্য বিন্যাস আৰু তাৰৰ লগত সঙ্গতিসম্পন্ন বৰ্ণাঢ্য সুৰ সঞ্চাৰণৰ ক্ষেত্ৰত ড° হাজৰিকাদেৱৰ এক স্বকীয় বৈশিষ্ট্য মন কৰিব লগীয়া। অসমীয়া এখন মাহেকীয়া আলোচনীৰ হৈ শ্ৰীকমল শৰ্মাদেৱে গ্ৰহণ কৰা এক সাক্ষাৎকাৰৰ প্ৰশ্নৰ উত্তৰত ড° ভূপেন হাজৰিকাদেৱে নিজৰ ব্যক্তিগত ৰোমাঞ্চ আৰু সামাজিক দায়বদ্ধতাৰ বিষয়ে এইদৰে কৈছে—"মোৰো ৰোমাঞ্চ আছে। মাও-চে-টুঙেও ৰোমাণ্টিক কবিতা লেখিছে, হো-চি-মিনেও সুন্দৰ সুন্দৰ কবিতা লেখিছে। মই নিজকে Committed writer হিচাবেই আৰম্ভ কৰিছিলো আৰু এতিয়াও নিজৰ কৰলত যিখিনি সৃষ্টি কৰিব পাৰো, কাৰো Order ত নহয়—তেতিয়া, মই Committed Artist হৈ থাকিব খুজিছোঁ।"

এই ক্ষেত্ৰত এটা কথা বিশেষভাৱে মন কৰিবলগীয়া বিষয় হৈছে— ভূপেন হাজৰিকাই লুইতখনক লৈ বৰ ব্যস্ত হৈ থকা দেখা যায়। তেখেতৰ প্ৰায়বোৰ গীতত লুইতৰ কথা উল্লেখ কৰাৰ কাৰণ কি এই কথা বহুতৰেই প্ৰশ্নৰ বিষয়। ড° হাজৰিকাৰ মতে— "ভাৰতৰ নদী সমূহ সদায় নাৰী — লাস্যময়ী কিম্বা ক্ৰন্দসী। ব্ৰহ্মপুত্ৰহে ভাৰতৰ একমাত্ৰ পুৰুষ নদ। সেই বাবেই ইয়াৰ পৌৰুষ উদ্দাম-সবল বিশাল। মই জনমা শদিয়াৰ ৰবটিও ৫০ ৰ ৰবডুইকঁপত ব্ৰহ্মপুত্ৰই পিলি থলে। এই উন্মাদনাৰ বাবেও ব্ৰহ্মপুত্ৰ মোৰ বৰ প্ৰিয়। মোৰেইনে? সমগ্ৰ অসম বাসীৰ ই আয়ুস ৰেখা। এই

নদক আমাৰ বুকুৰো আপোন বড়ো সকলে 'ভুমুং বুৰথুৰ' নামেৰে মাতিছিল বুলি বিষ্ণুৰাভাদেৱে আমাক কৈ গৈছে। জ্যোতিপ্ৰসাদে এই লুইতপৰীয়া ডেকা ল'ৰাৰ শকতিৰ কথা ঘোষণা কৰি গৈছে। শদিয়াৰ পৰা ধুবুৰীলৈকে ইয়াৰ পাৰতে শৈশৱৰে পৰা খেমালি কৰি ডাঙৰ দীঘল হলো। ব্ৰহ্মাৰ এই পুত্ৰক লুইত নামেৰে মাতিলেই আকৌ বেলেগ ভাব এটি মনলৈ আহে— লুইত শব্দে অসমীয়াৰ কলিজাত হেঙুলীয়া কিম্বা সেন্দুৰীয়া বহন সানি যায়— সেই লুইত আৰু লুইতপৰীয়াৰ সমস্যাৱলীয়ে মোৰ গীতত ভুমুকি মাৰিবই।" সেই বাবেই হয়তো "বহ্নিমান ব্ৰহ্মপুত্ৰ" নামৰ গীতৰ পুথিৰ সৃষ্টি। এই পুথিখনিত ড০ নিৰোদ চৌধুৰীয়ে সংগ্ৰহ কৰা প্ৰায় আটাই কেইটা গীতেই অসমৰ এই সংগ্ৰামত বুকুৰ তেজ দিয়া ন-পুৰুষৰ প্ৰতি লিখা গীতহে। ১৯৮০ চনত প্ৰকাশিত এই পুথিখনৰ পাতনিত ড০ হাজৰিকাই লেখিছে— "এই বহ্নিয়ে কাকো নদহে। এই বহ্নিয়ে মানৱ অধিকাৰৰ জ্যোতি আৰু উত্তাপ বিলায়। সেই বহ্নিৰ জ্যোতিত যদি মোৰ গীতৰ এই সৰু সংকলন-টোৱে জোনাকী পৰুৱাৰ দৰে অকণো পোহৰ যাচিব পাৰে মই ধন্য মানিম।" তাৰোপৰি নতুন পুৰুষৰ ওপৰতো ড০ হাজৰিকা বৰকৈ আস্থাশীল আৰু সেয়ে সমাজ পৰিবৰ্তনৰ উদ্দেশ্যে সংগ্ৰামী চেতনা জগাই তোলাৰ ক্ষেত্ৰত তেখেতৰ প্ৰায়বোৰ গীতত নতুন পুৰুষে অগ্ৰনী ভূমিকা গ্ৰহণ কৰিবৰ বাবে আহ্বান জনাইছে।

এইবোৰৰ বাহিৰেও ১৯৮০ চনত নগাঁৱৰ উদীয়মান সাহিত্য-প্ৰেমী আৰু নিষ্ঠাবান সংস্কৃতিৰ সেৱক শ্ৰীশেখৰজ্যোতি ভূঞা সম্পাদিত "সুন্দৰৰ সৰু বৰ আলিয়েদি" নামৰ এখনি গ্ৰন্থ প্ৰকাশ পায়। ড০ ভূপেন হাজৰিকাই বিভিন্ন সময়ত কলা-সংস্কৃতিৰ বিভিন্ন দিশৰ ওপৰত আলোকপাত কৰি লেখা প্ৰতেকটো লিখনিতে বহুতো গভীৰ তথ্য আৰু সমালোচনা প্ৰকাশ পাইছে। ন-পুৰুষলৈ বুলি লিখা

প্ৰবন্ধটোত অসমৰ অস্তিত্ব ৰক্ষাৰ আন্দোলনৰ বিষয়ে বিশেষ ধৰণৰ আলোচনা আগবঢ়াইছে বিশ্লেষণমূলকভাবেই।

১৯৭৯-৮০ ৰ এই সময় ছোৱাত ড° হাজৰিকাই যে কেৱল আন্দোলনৰ গীত মাততে ব্যস্ত হৈ আছিল এনে নহয়, আন আন সৃষ্টিশীল কাৰ্য কৰ্মৰ প্ৰতিও মনোনিবেশ কৰিছিল। অৱশ্যে সংগ্ৰামী গীত সমূহ ১৯৭৯ চনতে ৰেকৰ্ডিং কৰি জনসাধাৰণৰ মাজত বহুল প্ৰচাৰ কৰাত সংগ্ৰামী জনসাধাৰণেও আন্দোলনৰ ক্ষেত্ৰত নতুন তাৎপৰ্য্যৰ সন্ধান পাইছিল। তাৰোপৰি ১৯৭৯ চনতে ৭ টামান গীতৰ বাংলা ৰেকৰ্ডো কৰিছিল। উল্লেখযোগ্য যে ১৯৭৯ চনতে ড° নিৰোদ চৌধুৰীৰ "মন প্ৰজাপতি" উপন্যাসখনৰ চিত্ৰৰূপ দিয়ে ডং হাজৰিকাদেৱে। সংগীত সমূহৰ ৰচনা আৰু পৰিচালনাও ড° হাজৰিকাৰ নিজস্ব। ছবিখনত আশা ভোচলেৰ কণ্ঠত কেইবাটাও গীত গোৱাইছিল আৰু কেইটামান বাংলা গীতো আশা ভোচলেৰ কণ্ঠেৰে বাণীবদ্ধ কৰাইছিল। ইয়াৰোপৰি ১৯৮০ চনত গৌৰী বৰ্ম্মণৰ "অকণ" বোলছবিৰ সংগীত পৰিচালনাও কৰে ড° ভূপেন হাজৰিকাই। এই বছৰৰে ৮ জানুৱাৰীত কলিকতাৰ ৰবীন্দ্ৰভৱনত The Gramophone Company of India ৰ হৈ HMV এ ৬ জন সমসাময়িক শিল্পীক সম্বৰ্দ্ধনা জনাইছিল আৰু ড° ভূপেন হাজৰিকাও আছিল সেই ৬ জনৰেই অন্যতম এজন। খ্যাতনামা শিল্পী ডং ভূপেন হাজৰিকাই জীৱনজোৰা সংগ্ৰাম আৰু ঐকান্তিক সাধনাৰে দেশ-বিদেশৰ পৰা সকলো সময়তে এনেদৰেই সন্মানসূচক স্বীকৃতি লাভ কৰি আহিছে। এনে জীৱনজোৰা খ্যাতিয়ে সদায়েই তেখেতৰ সাধনাময় সংগ্ৰামী জীৱনত সৃষ্টিৰ প্ৰেৰণা যোগায় আৰু অনুপম সেই সৃষ্টি ৰাজিয়ে জনজীৱন পৰা জাতীয় জীৱনলৈকে মহান আদৰ্শৰ বাণী আৰু অফুৰন্ত কৰ্ম প্ৰেৰণা সদায় যোগাই আহিছে। কিন্তু সেই বুলি তেখেতে কৰি যোৱা কামৰ বিনিময়ত

কেৱল নিজে কিবা এটা পোৱাৰ আশাতেই জীৱনব্যাপি এনে ঐক্যা-ন্তিক সাধনাত ব্ৰতী হৈ থকা বুলি কব নোৱাৰি । যিহেতু তেখেতে নিজৰ এটি গীতত এইদৰে গাইছে—

"নাই আক্ষেপ কোনো
পোৱা নোপোৱাৰ
সম্মুখত পোহৰৰ
জ্বলন্ত জোৱাৰ ।"

মুঠতে সমাজ সচেতন ড° ভূপেন হাজৰিকাৰ স্বতঃস্ফূৰ্ত্ত সংগ্ৰামী চেতনা আৰু ঐকান্তিক সাধনাই তেখেতৰ শিল্পী জীৱনক অধিক মহীয়ান কৰি তুলিছে আৰু ড° হাজৰিকাইও সময়ৰ পক্ষীৰাজত উঠি হাঁহি মুখে আগুৱাই যাব লাগিছে— অফুৰন্ত পোহৰৰ নতুন দিগন্তলৈ ………… ।।

০০০০

# ত্ৰয়োদশ অধ্যায়

## ১৯৮১ চনৰ পৰা ১৯৮৩ চনলৈ।

সুৰ-সম্ৰাট ড° ভূপেন হাজৰিকাই মাটিৰ পৰা গৈ মঞ্চত থিয় হৈ তেওঁৰ গীতৰ সম্ভাৰ প্ৰধান অলংকাৰ স্বৰূপ হেজাৰ শ্ৰোতাৰ সম্মুখত যেতিয়া সংগীত পৰিবেশন কৰে তেতিয়া তেওঁ ভূপেন হাজৰিকা হৈ নেথাকে— মঞ্চৰ ভূপেন হাজৰিকা তেতিয়া সম্পূৰ্ণ এক শিল্পী সত্বালৈ সলনি হৈ যায়। গীত পৰিবেশন কৰিবৰ সময়ত তেখেতৰ চকু, মুখ, কণ্ঠ আদি সকলোবোৰেই আবেগিকভাবে অভিভূত হৈ পৰা যেন লাগে— যেন তেওঁ নিজতে নেথাকে। গীতৰ সম্ভাত আবেগিক হৈ যোৱাৰ বিষয়ে ড° হাজৰিকাই নিজেই কয়— "মই যেতিয়া ৰঙ্গমঞ্চত গীত পৰিবেশন কৰোঁ তেতিয়া বোধ হয় মই গীতৰ কথাৰ সৈতে এক হৈ যাওঁ। মই যেতিয়া গীত গাওঁ— তেতিয়া পৰিবেশ চাই গীত আৰম্ভ কৰোঁ, সেইটো যি বিষয়েই নহওঁক কিয়— অৰ্থাৎ গীতি-সাহিত্যৰ যিটো বিষয়- সেই বিষয়টোৰ প্ৰতিটো শাৰী, প্ৰতিটো শব্দত যি ছবি ভাঁহি উঠে— সেইখন ছবি মই চকুমুদি অনুভৱ কৰাৰ চেষ্টা কৰোঁ মনৰ মাজত। যদি নিজে অনুভৱ কৰিব পাৰোঁ— তেন্তে সহস্ৰ শ্ৰোতাক অনুভৱ কৰাব পাৰিম বুলি মোৰ ধাৰণা। কিন্তু মই যেতিয়া Emotionally involve হৈ যাওঁ— তেতিয়া মই নিজতে নেথাকোঁ। ইও সত্য যে মোৰ Emotional involvement সম্পূৰ্ণৰূপে পৰিবেশনৰ মুহূৰ্ততহে আহে। সেয়ে চুটিকৈ কবলৈ হলে মই একাত্ম হৈ যাওঁ পৰিবেশনৰ মুহূৰ্ততহে। যদি বিপৰীত ধৰ্মী বা বিপৰীত

মনৰ শ্ৰোতা সমাজত থাকে আৰু মই এটা বিপৰীত কথা (গীতেৰে) কব খুজিছো— তেতিয়া ্নলৈ এটা Challange আছে। তেতিয়া সেই বৈপৰীত্যক পৰাজয় কৰিবলৈ মই আৰু অধিক Emotional হৈ পৰো।" এয়া মঞ্চৰ ভূপেন হাজৰিকাৰ মনৰ কথা আৰু পৰিচয়। মন কৰিব লগীয়া যে কলাৰত্ন ড০ ভূপেন হাজৰিকাই প্ৰায় ৫ বছৰ বয়সৰ পৰাই আৰম্ভ কৰা তেখেতৰ শিল্পী জীৱনত সদায়েই থিয় হৈ গীত গাই আহিছে। থিয় হৈ গীত গোৱাৰ বিষয়ে ড০ হাজৰিকাই নিজেই কয়— "মই কিন্তু সদায় থিয় হৈয়ে গান গাই আহিছোঁ। মই ভাবোঁ যে, মোক সকলোৱে দেখিব লাগিব। মই একেবাৰে পোনে পোনেই শ্ৰোতাৰ মাজলৈ সোমাই যাব বিচাৰোঁ। থিয় হলেহে অলপ পুৰুষালি ভাৱটো থাকে।" ইয়াৰ বাহিৰেও আন এটা লক্ষ্যণীয় বিষয় হৈছে যে— ড০ হাজৰিকাই গীত গাই থাকোঁতে গীতৰ আগতেই হওক বা মাজতেই হওক মাজে মাজে কথা কোৱাৰ এক অতি নাটকীয় ৰীতিটো। এই ৰীতি হেনো বিখ্যাত সুৰ শিল্পী পল ৰ'বছনৰ পৰা ড০ হাজৰিকাই গ্ৰহণ কৰিছে। কাৰণ সেই গৰাকী নিগ্ৰো শিল্পীয়েও হেনো এনে দৰে গীতৰ মাজে মাজে সংগীতৰ লগত সংগতি ৰক্ষা কৰি কথা কৈ গীতটোক নাটকীয় কৰি পেলাইছিল— গীতৰ বক্তব্যখিনিক অধিক স্পষ্টতৰ কৰি তুলিছিল। সেইদৰে ড০ হাজৰিকাদেৱেও সেই ৰীতি অৱলম্বন কৰি গীতৰ মাজে মাজে কোৱা এনেযোৰ কথাৰে গীতটোক অধিক অৰ্থবহ আৰু গাম্ভীৰ্যপূৰ্ণ কৰি তোলে আৰু শ্ৰোতাকো অধিক আগ্ৰহী কৰি তোলে —কথাৰ পিছৰ সংগীতাংশখিনি শুনিবলৈ। এই ৰীতি অসমীয়া সংগীতত ড০ ভূপেন হাজৰিকাই হেনো প্ৰথমে প্ৰবৰ্তন কৰিছে।

স্বভাৱ শিল্পী ড০ ভূপেন হাজৰিকাই কেৱল সুৰৰ মায়াত বন্দী হৈ থকা নাই— তেখেতে মাজে মাজে সাহিত্যৰ বিভিন্ন দিশতো বিচৰণ কৰিবলৈ প্ৰয়াস কৰিছে। বিশেষকৈ গীতি-সাহিত্যৰ ক্ষেত্ৰত সকলোবোৰ

দিশতেই তেখেতৰ কাপেৰে নিগৰি ওলাইছে বহুতো অমৰ সাহিত্য —যিবোৰ হয়তো সৰ্বকালৰ বাবেই আদৰণীয় হৈ ৰ'ব। তাৰোপৰি কোমল মতিৰ শিশু আৰু চেমনীয়া সকলৰ মনোৰঞ্জনৰ বাবে ৰচনা কৰা গীতবোৰৰ মাজেৰেই শিশুহঁতৰ বুকুৰ মাজলৈ সোমাই যোৱাৰ চেষ্টা কৰিছে। সাধাৰণতে সৰু সৰু ল'ৰা-ছোৱালীক বৰ মৰম কৰে ড' ভূপেন হাজৰিকাই। সৰু সৰু ল'ৰা-ছোৱালীক ড০ হাজৰিকাদেৱে ওচৰত পালেই নিজেই কেচুৱাটোৰ দৰেই হৈ পৰে— সিহঁতৰ লগত হলি গলি কৰি আনন্দ পায়— বুকুলৈ টানি আনি কোলাত বহুৱাই লৈ মৰমেৰে বুৰাই দিয়ে কণ কণ শিশুহঁতক। সৰু সৰু কথা কৈ শিশুহঁতৰ লগত মিতিৰালি পাতে— ৰগৰ কৰে। এয়াও জানো মানৱীয় কোমলতা নহয়? ড' হাজৰিকাদেৱে জানে যে— আজিৰ কণমানি শিশুটিৰ মাজতেই ভৱিষ্যতৰ বিৰাট সম্ভাৱনা লুকাই আছে। ১৯৭৬ চনত "ভূপেন মামাৰ গীতে মাতে অ আ ক খ" নামৰ এখনি শিশু সাহিত্য প্ৰকাশ পায়। ইয়াৰ উপৰিও অন্যান্য বহুতো শিশুহঁতৰ প্ৰাণ পৰশা গীত ৰচনা কৰি আৰু মিঠা মিঠা সুৰেৰে গাই শিশুহঁতৰ সমাজতো এখনি মৰমী আসনৰ অধিকাৰী হৈ পৰিছে।

এনে এজন সৰ্বগুণী মহান ব্যক্তিৰ পৌৰুষ উদ্দীপ্ত বিশাল ব্যক্তিত্বৰ প্ৰতি দেশ-বিদেশৰ সকলো ধৰণৰ মানুহেই শ্ৰদ্ধাশীল। ১৯৮১ চনৰ ২৩ মাৰ্চত কলিকতাত থকা মস্কো নিউজ ক্লাবে ড০ হাজৰিকাক আনুষ্ঠানিক ভাবেই সম্বৰ্দ্ধনা জনাই মান পত্ৰত লেখিছে— "Respected Sir, You are finest bird of our great country. Your songs, your words echo from nearest corner to the farthest. You roamed from one country to another as a massanger of Indian songs and ballads. So, we are proud of you.

..........You are a genuine friend of the Soviet Union, the first socialist country of the world. From your youth hood you sing for a mankind about freedom and socialism. We hope you will sing for ever for the benefit of man and man. With kindest regards.

Yours' Sincerely and friends,
Moscow News Club
Gorky Lane- Cal. 700017
23-3-81,

তাৰোপৰি ১৯৮১ চনৰ এপ্ৰিল মাহত পশ্চিম বঙ্গৰ পৰা প্ৰকাশিত "গানেৰ কাগজ" নামৰ এখনি মাহেকীয়া আলোচনীৰ উদ্যোক্তা সকলে শতিকাৰ শিল্পী ড০ ভূপেন হাজৰিকাৰ এটি মূল্যাঙ্কন কৰাৰ উদ্দেশ্যে তেখেতৰ প্ৰতি সন্মান জনাই সেই আলোচনীৰ এটা সংখ্যা 'ভূপেন হাজৰিকা বিশেষ সংখ্যা' হিচাবে প্ৰকাশ কৰিছে। অৱশ্যে পলমকৈ হলেও অসমতো ইতিমধ্যে "শিল্পীৰ পৃথিবী" আৰু 'ৰংঘৰ' নামৰ দুখন আলোচনীয়ে ড০ ভূপেন হাজৰিকাৰ নামত একোটাকৈ বিশেষ সংখ্যা প্ৰকাশ কৰি জনসাধাৰণৰ মাজত ভূপেন হাজৰিকাক জানিবৰ বাবে আৰু বুজিবৰ বাবে যথেষ্ট সুযোগ আনি দিছে। এই বছৰতে হাজৰিকাদেৱে "দীপ্ত মশালেৰ অগ্নি শক্তি" "মোৰা যাত্ৰী একই তৰণীৰ" আদি কেইবাটাও গীতৰ বাংলা LP ৰেকৰ্ড কৰাৰ লগতে "নতুন নতুন সাহ," আৰু 'লুইতপৰীয়া ডেকা বন্ধু' আদি কেইবাটাও অসমীয়া মূল্যবান গীত LP ৰেকৰ্ডত বাণীবদ্ধ কৰিছিল। এই গীতবোৰ আজি সকলোৰে অতি প্ৰিয় আৰু গভীৰ অৰ্থবহ।

১৯৮১ চনৰ ২৩ মেই তাৰিখে পশ্চিমবঙ্গ চৰকাৰে অসমৰ এটি সাংস্কৃতিক অনুষ্ঠানৰ আয়োজন কৰিছিল আৰু সেই অনুষ্ঠানৰ

পৰিচালনাৰ দায়িত্ব গ্ৰহণ কৰিবলগীয়া হৈছিল ড০ ভূপেন হাজৰিকাই। পূৰ্বভাৰতত সম্প্ৰীতি আৰু সংহতিৰ ক্ষেত্ৰত সাংস্কৃতিক বিনিময়ৰ প্ৰয়োজনীয়তা অনুভৱ কৰি পশ্চিমবঙ্গ চৰকাৰে এনে উদ্যোগ গ্ৰহণ কৰিছিল। তাৰ বাহিৰেও বাংলা চলচিত্ৰ প্ৰসাৰ সমিতিয়ে ড০ হাজৰিকাক বছৰৰ শ্ৰেষ্ঠসংগীত পৰিচালকৰ পুৰস্কাৰেৰে সন্মান জনাইছিল।

ছিলঙৰ জাবাম বিহুতলীত এবাৰ ড০ ভূপেন হাজৰিকাক মেঘালয়ৰ জননেতা অধ্যাপক আৰ, এচ লিংডোৱে সাৱটি ধৰি আক্ষেপ কৰি কৈছিল— "Bhupen is better known out sided than in the North East." কলিকতা, বোম্বাই, বাৰ্লিন, নিউ ইয়ৰ্ক, লণ্ডন, মস্কো আদি বিশ্বৰ বিভিন্ন ঠাইত মানুহৰ মন জয় কৰি ফুৰা ড০ ভূপেন হাজৰিকাক বিদেশেও বৰ সন্মান কৰে, আদৰ কৰে, আৰু অসম তথা পূৰ্ব ভাৰতৰ দৰেই তেওঁলোকেও সঘনে ড০ হাজৰিকাক ওচৰত পাবলৈ বিচাৰে। সেয়ে দেশ বিদেশৰ মানুহৰ মৰম বিচাৰি হাবাথুৰি খাই ড০ ভূপেন হাজৰিকাইও বিদেশলৈ মাজে মাজে উৰা মাৰে। সেয়ে, কাকো কেতিয়াও বিমুখ নকৰা ভূপেন হাজৰিকাই জাপানে জনোৱা আমন্ত্ৰণ ৰক্ষা কৰিবৰ বাবে ১৯৮১ চনৰ ১ অক্টোবৰ তাৰিখে তেখেত জাপানলৈ গৈছিল। জাপানৰ বহুতো ঠাইত একেৰাহে প্ৰায় এমাহমান সময় থাকি, গীত গাই শ্ৰোতা সমাজক আপ্যায়িত কৰিছিল। সংগীতৰ বিষয়ে আয়োজিত বহুতো আলোচনা চক্ৰত যোগদান কৰিছিল। সেইবাৰৰ জাপান যাত্ৰাত ৬ অক্টোবৰৰ তাৰিখে জাপানৰ ৰাজধানী টোকিওত গীতৰ আখৰা কৰি ২ অক্টোবৰৰ দিনা ইয়ক'হামা ( Yokohama ) ত গীত পৰিৱেশন কৰে। তাৰ পাচত ৩ তাৰিখে টোকিও, ৫ তাৰিখে অবিহিৰো ( Obihiro ) ৬ তাৰিখে ফুকাগাৱা ( Fukagawa ) ৭ তাৰিখে হাকাডাটা ( Hakadata ) ৮ তাৰিখে অম'ৰি ( Amori ) আদি

ঠাইত গীত পৰিবেশন কৰে। ১১ তাৰিখে নাগোয়া চহৰত (Nagoya) উপস্থিত হৈ ১২ তাৰিখে টোয়াহাচি (Toyahashi), ১৩ তাৰিখে হিৰোচিমাৰ হিমেজি (Himeji) ১৪ তাৰিখে কোৰাচিকা (Kurashika) আদি ঠাইত গীত গাই ১৫ অক্টোবৰত জিৰণী লয়। তাৰ পিচতেই ড° ভূপেন হাজৰিকাই পুনৰ ১৬ তাৰিখে ইয়াগোচি (Yamagushi) ত গীত গাই ১৭ তাৰিখে জিৰণী লৈ ১৮ তাৰিখে যাত্ৰা কৰে নিউ ইয়ৰ্কলৈ। শেষত আমেৰিকা আৰু লণ্ডনত কিছুদিন থাকি ড° হাজৰিকাদেৱ উভতি আহে স্বদেশৰ মাটিলৈ।

জাপানত ডঃ হাজৰিকাৰ জনপ্ৰিয়তা ইমানেই বেছি যে জাপানৰ বিখ্যাত কুৰাহাচিন নামৰ শিল্পীজনে নিজকে জাপানৰ ভূপেন বুলি পৰিচয় দিহে আত্মতৃপ্তি আৰু গৌৰৱ অনুভৱ কৰে। ভূপেন হাজৰিকাৰ এনে জনপ্ৰিয়তাৰ বাবেই দেশ বিদেশৰ পৰা বিভিন্ন সময়ত বিভিন্ন ধৰণৰ উপহাৰ লাভ কৰাৰ লগতে কেইবাখনো সোণ, ৰূপ, প্লেটিনাম আদি মূল্যবান ধাতুৰে গঢ়া ৰেকৰ্ড (Dish) তেখেতে উপহাৰ পাইছে।

বহুতৰ মনত প্ৰশ্ন হয় যে বহুব্যস্ত ড° ভূপেন হাজৰিকাই গীত গাবৰ বাবে এতিয়াও কণ্ঠ চৰ্চা কৰেনে ? যদি কৰে তেন্তে তেওঁৰ সময় ক'ত ? জিৰণী বিহীন উৰণীয়া মৌৰ দৰে সমগ্ৰ বিশ্বৰ চুকে কোনে ঘূৰি ফুৰি থাকোঁতে, গীত গাই ফুৰোঁতে, সভা সমাবেশত যোগ দিওঁতেই দেখোন তেখেতৰ সময়বোৰ পাৰ হৈ গৈছে। তেন্তে নিত্য নতুন গীতবোৰনো লিখে কোন সময়ত ? সুৰ দিয়ে কেতিয়া ? বাদ্যযন্ত্ৰী দলৰ লগত সঙ্গত কৰে কেতিয়া আৰু ক'ত ? ড° হাজৰিকাই এই বিষয়ে এনেদৰে কয়— "সময় হয়তো নাপাওঁ অকল কণ্ঠ সাধনা কৰিবলৈ— ঘৰতো নাপাওঁ— পৰতো নাপাওঁ— তথাপি বিনীদ্ৰ ৰজনী কটাই আজি ইয়াত কালি তাত-গীত যে গাই যাওঁ— বা গাই আছো—তাতে নিশ্চয় কণ্ঠটোৰ

সাধনা হৈ আছে, সেইটোৱেই বোধহয় মোক বচাই ৰাখিছে ।

সুৰ আৰু সংগীতেই যাৰ জীৱনৰ মূল সুতি সেই গৰাকী ব্যক্তিয়ে সুৰ সাধনা কৰিবলৈকো সময়ৰ অভাৱ অনুভৱ কৰিলেও বহু বিচিত্ৰ কৰ্ম্ম পদ্ধতিৰে জীৱনটোক বিচিত্ৰতাৰে পৰিপূৰ্ণ কৰি তুলিবলৈ অকণো এলাহ নকৰে । অসমত চলি থকা আন্দোলনৰ পৰিপ্ৰেক্ষিতত বিভিন্ন সময়ত 'আমাৰ প্ৰতিনিধি' নামৰ আলোচনীৰ সম্পাদকীয়ত কিছুমান মূল্যবান প্ৰবন্ধও লেখিছিল ড° হাজৰিকাই । আন্দোলনৰ পটভূমিত আলোকপাত কৰি লেখা সেই প্ৰবন্ধ সমূহ সংকলন কৰি "সময়ৰ পখী ঘোঁৰাত উঠি" নামৰ এখনি মূল্যবান গ্ৰন্থ ১৯৮১ চনত প্ৰকাশ কৰা হয় । এনেতে ১৯৮১-৮২ চনত "অপৰূপা" নামৰ এখনি অসমীয়া কথা ছবিৰ সংগীত পৰিচালনাও কৰে ড° ভূপেন হাজৰিকাই । কথা ছবিখনত ব্যৱহাৰ কৰা আটাইকেইটি গীতৰ ৰচনাও তেখেতৰ নিজস্ব । নাৰী মুক্তিক উদগাই লেখা "অপৰূপা .. ... অপৰূপা।" গীতটিৰ বাহিৰেও ছবিখনৰ প্ৰত্যেকটো গীতৰ কথা আৰু সুৰে দৰ্শক-শ্ৰোতা সকলোকে মুগ্ধ কৰিছে । অপৰূপাৰ এটি গীতত অসমৰ গ্ৰাম্য জীৱনৰ এখনি প্ৰতিচ্ছৱি সুন্দৰকৈ প্ৰকাশ কৰিছে আৰু সেই গীতটিত ইংৰাজ কবি শ্বেলীৰ দৰেই সমগ্ৰ পৃথিবীৰ ভিতৰত আটাইতকৈ প্ৰিয় নিজৰ জন্মভূমিৰ মায়াত আকুল হৈ গাঁৱলৈ উভতি অহাৰ কথা উল্লেখ কৰি ড° হাজৰিকাই লেখিছে—

"সেইয়া মাথোঁ মোৰ গাঁও নহয়
সেইয়া মোৰ মৰমী আই,
ঘৰমুখী পখী আহিছোঁ উভতি
পাবলৈ কোলাতে ঠাই ।"

তাৰ বাহিৰেও দাৰ্শনিক দৃষ্টিভঙ্গী প্ৰকাশ কৰি আন এটি গীতত

ড° হাজৰিকাদেৱে লেখিছে —

"নেলাগে নেলাগে মোক / মায়া ইপাৰৰ
বিচাৰিছোঁ মোহময়ী / কায়া সিপাৰৰ
.... ... .... .... .... ... ....

সিপাৰ পালে ইপাৰ লাগে / অনন্ত পিয়াস
ইপাৰ সিপাৰ অহা যোৱা / চক্ৰ অভিলাস ।"

মানুহৰ অতৃপ্ত বাসনাৰ কথাকেই গীতটিত প্ৰকাশ কৰিছে। সংস্কৃততো "তৃষ্ণৈকা চিৰতৰুণায়তে" বুলি উল্লেখ আছে। বিশ্বকবি ৰবীন্দ্ৰ নাথৰ এটি কবিতাতো এনেদৰে কৈছে —

নদীৰ এপাৰ কহে ছাড়িয়া নিশ্বাস,
ওপাৰেতে যত সুখ আমাৰ বিশ্বাস।
নদীৰ এপাৰ বসি দীৰ্ঘশ্বাস ছাড়ে,
কহে যত কিছু সুখ সকলি ওপাৰে ।।

মানুহে প্ৰত্যেকেই আনক সুখী বুলি ভাবি নিজকে সুখ শান্তিৰ পৰা বঞ্চিত হৈ থকা বুলি চিন্তা কৰে। আনৰ সুখৰ প্ৰতি বেছিকৈহে দৃষ্টি আকৰ্ষিত হয় — দুঃখ-দুৰ্দশাৰ প্ৰতি নহয়। এনেকি আনৰ দুঃখ দেখিও নেদেখা হোৱাৰ স্বভাৱো মানুহৰ আছে।

ভাষা-বিভেদৰ প্ৰাচীৰ খনেই মানুহৰ প্ৰতিভা বিকাশৰ অন্তৰায় হব নোৱাৰে। সেই কথা কলাকাৰ ড° ভূপেন হাজৰিকা, প্ৰমথেশ বৰুৱা ইত্যাদি বহুকেইজন গুণী ব্যক্তিয়ে নিজৰ কৰ্মময় শিল্পী জীৱনৰ মাজেদি প্ৰমাণ কৰি দেখুৱাইছে। ইয়াতে উল্লেখযোগ্য যে ড° হাজৰিকাদেৱে বিভিন্ন সময়ত হিন্দী আৰু বঙালী ভাষাত গীত গোৱাৰ বাহিৰেও কথাছবি সমূহত সংগীত পৰিচালনা কৰি সফলতা আৰু সুখ্যাতি অৰ্জন কৰিবলৈ সক্ষম হৈছে। ড° হাজৰিকাদেৱে বঙালী ভাষাত ৰেকৰ্ডিং কৰা গীত সমূহৰ অধিকাংশই হৈছে তেখেতৰ স্বৰচিত অসমীয়া গীত সমূহৰ ভাষান্তৰিত বাংলাৰূপ

মাথোন। এনে ধৰণৰ গীতৰ ব্যাখ্যা প্ৰায় দুই আঢ়ৈ কুৰি মানহে হ'ব। সেইবোৰ গীত যে কেৱল বঙালী ভাষালৈ ৰূপান্তৰ কৰা হৈছে এনে নহয়— ভাৰতৰ অন্যান্য ভাষাতো ৰূপ দিয়া হৈছে। গীতবোৰৰ কিছুমান আকৌ ভাৰতৰ বিখ্যাত কেইবাগৰাকী কণ্ঠ শিল্পীৰ কণ্ঠত গোৱাইছে ড° হাজৰিকাই। তাৰ বাহিৰেও ভূপেন হাজৰিকাই সংগীত পৰিচালনা কৰা বঙালী বোলছবিৰ সংখ্যাও বৰ কম নহয়। জীৱন তৃষ্ণা, জোনাকেৰ আলো, কড়ি ও কমল, কোমল গান্ধাৰ, বন্ধু, দম্পতী, এখানে পিঞ্জৰ, অসমাপ্ত আৰু শেহতীয়া ছবি 'প্ৰিয়জন' আদিয়েই প্ৰধান। কেইবাখনো বঙালী ছবিৰ সংগীত পৰিচালনা নিখুঁত আৰু সফলতাৰে কৰাৰ বাবে তেখেতে ভূয়সী প্ৰশংসাও লাভ কৰিছে বহুত। বাংলাদেশৰ "সীমনা পেৰিয়ে" নামৰ বঙালী কথা ছবিখনৰ সংগীত পৰিচালনা কৰাত "বাংলাদেশ চলচিত্ৰ শিল্প সন্থা'ই বছৰৰ শ্ৰেষ্ঠ সংগীত পৰিচালকৰ সন্মানেৰে বিভূষিত কৰে। ছবিখনৰ গীত কেইটাই সঁচাকৈয়ে বাংলা-দেশৰ জনসাধাৰণক মুগ্ধ কৰাৰ বাহিৰেও ৰাষ্ট্ৰগত সীমা পাৰ হৈ আহি ভাৰততো জনপ্ৰিয়তা অৰ্জন কৰিছে। তাৰ উপৰি 'দম্পতী' কথা ছবিখনৰ বাবেও "বাংলাদেশ চলচিত্ৰ সাংবাদিক সন্থাৰ" দ্বাৰা ড° হাজৰিকাদেৱক বছৰৰ শ্ৰেষ্ঠ সংগীত পৰিচালকৰ সন্মানেৰে বিভূষিত কৰা হৈছিল। এনেকি All India Critics Associationৰ তৰফৰ পৰাও তেখেতে ভাৰতৰ শ্ৰেষ্ঠ লোক সংগীতৰ শিল্পী হিচাবে সন্মান লাভ কৰে।

উল্লেখযোগ্য যে অসমত পূৰ্ণ উদ্যমেৰে বিদেশী বহিষ্কৰণৰ দাবীত আন্দোলন চলি থকা সময়তে (১৯৮২ চনত) "হৃদয়ে ৰবীন্দ্ৰ নাথ চেতনায় নজৰুল" বুলি ৰেকৰ্ডৰ বকলাত লেখা এযাৰ শিৰোনামাৰে সৈতে বঙালী গীতৰ এখনি লং প্লেয়িং ৰেকৰ্ড প্ৰকাশ কৰে। শিৰোনামাত থকা উল্লেখিত এই কথাৰে সৈতে লেখা

গীতটো এনেদৰে পোৱা যায়—

"সবাৰ হৃদয়ে ৰবীন্দ্ৰ নাথ
চেতনায় নজৰুল
যতই আসুক বিঘ্ন বিপদ
হাওয়া হোক প্ৰতিকূল।"

ইয়াৰ বাহিৰেও আন এটি গীতত অসমৰ নদ-নদী, আৰু মানুহৰ বৰ্ণনাৰে সমন্বয়ৰ এটি আদৰ্শৰ বিষয়ে এইদৰে লেখিছে—

সুবনসিড়িৰ পাৰ ছাড়িয়ে
অথৈ জলে ভাসে
বুঢ়ীদিহিং, দিবং লোহিত
ঝাপসা হয়ে আসে
খোৱাই নদীৰ তীৰে
এসে জানায় আলিংগন
পাহাড় এসে সমতলে
বাজায় কৰতালি
বিহুৰ সাথে মিশে গেছে
কখন ভাটিয়ালি·· ···· "

মন কৰিবলগীয়া যে বৰ্তমানৰ হিন্দী বোলছবি জগতৰ খ্যাতনামা পৰিচালক গুলজাৰৰ নাম নুশুনা মানুহ নিশ্চয় নাই। এই গুলজাৰকো ভূপেন হাজৰিকাই 'দুই বেচেৰা' ছবিৰ বাবে গীত লেখিবলৈ যি সুযোগ দিছিল— সেই সুযোগৰ আলম লৈয়েই গুলজাৰ আজি খ্যাতনামা ব্যক্তি হৈ পৰিছে। প্ৰথমতে গুলজাৰে মাত্ৰ ২/১ টা কবিতা লেখিবলৈ হাত দিছিল। কিবা সম্ভাৱনাৰ উমান পাই ড° হাজৰিকাই গুলজাৰকেই মাতি আনি এই ছবিখনৰ বাবে ২টা গীত লেখি দিবলৈ কোৱাত সেই নিৰ্দ্ধাৰিত গীত ২টা লেখি দিয়াৰ পাচৰে পৰা তেওঁ চিত্ৰ জগতৰ লগত পৰিচিত হৈ

পৰে আৰু তেতিয়াৰে পৰাই গুলজাৰে তেওঁৰ স্বপ্ৰতিভাৰে চিত্ৰ জগতত এখনি ওখ আসন দখল কৰিবলৈ প্ৰয়াস কৰিলে। এতিয়া গুলজাৰ এজন শ্ৰেষ্ঠ গীতিকাৰ, কাহিনীকাৰ আৰু পৰিচালকো। মহৎ পুৰুষৰ সান্নিধ্যই আনকো মহান কৰি তোলাৰ ইও এক উদাহৰণ নহয় জানো ?

সাধাৰণতে কৰ্মব্যস্ত মানুহে কথা কম কম আৰু তেওঁলোকে আনৰ উন্নতি দেখি ঈৰ্ষান্বিত নহৈ নিজৰ উন্নতিৰ বাবে প্ৰতিযোগিতামূলক কৰ্মপ্ৰেৰণাহে লাভ কৰে। কিন্তু অকৰ্মণ্য মানুহৰ মনটো কুচিন্তাৰ কাৰখানা স্বৰূপ। ইংৰাজীতো এটা কথা আছে—"Empty mind is devils workshop." এই শ্ৰেণীৰ লোকে আনৰ উন্নতিত ঈৰ্ষান্বিত হৈ পৰ নিন্দা আৰু পৰ চৰ্চাত পঞ্চমুখ হৈ পৰাহে দেখা যায়। আনহাতে সমালোচনাৰ নামত বহুতেই সীমিত জ্ঞান লৈ যি কোনো বিষয়ৰ মূল সত্য আৰু শুদ্ধ তথ্য উদঘাটন কৰিব নোৱাৰি প্ৰকৃতটোকে বিকৃতভাৱে বিশ্লেষণ কৰে। সেয়ে, সমালোচক জনে নিজৰ যোগ্যতালৈ লক্ষ্য ৰাখিহে আনৰ বিষয়ে আলোচনা-বিলোচনা কৰাটো একান্ত প্ৰয়োজন। অন্যথাই সেয়া গুণমুগ্ধ সকলৰ প্ৰশস্তি নাইবা পৰশ্ৰীকাতৰ সকলৰ পক্ষপাত-দুষ্ট নিন্দাবাদত পৰিণত হয়। গতিকেই আবেগ আৰু ঈৰ্ষা দুয়োটাই সমালোচনাৰ ক্ষেত্ৰত বৰ্জনীয়। কাৰণ শ্ৰীপুণ্য শইকীয়াৰ ভাষাত কবলৈ হলে— 'কেৱল প্ৰশস্তিয়ে বন্দিতজনৰ অপকাৰ সাধন কৰে, আনহাতে কেৱল নিন্দাই জনসাধাৰণক বিভ্ৰান্ত কৰে।" Henry Balzak এ কৈছে— "Glory is poison that can be taken in small dose." কেৱল নিন্দা নাইবা বন্দনাই যাৰ যিয়েই মকৰক লাগে— নিৰপেক্ষ দৃষ্টি ভঙ্গীৰ অভাৱত আলোচ্য ব্যক্তি গৰাকীৰ যি কোনো বিষয়ত যথাৰ্থ মূল্যায়ণ কৰাটো কিন্তু সম্ভৱ নহয়— আৰু সেই বাবেই সেয়া কেৱল পক্ষপাতদুষ্ট নিন্দা

বা বন্দনাৰ মাজতেই সীমাবদ্ধ হৈ থাকে। মুঠতে সমালোচনাৰ ক্ষেত্ৰত এটা কথা মানি লব লাগিবই যে পাণ্ডু ৰোগীৰ দৰে কেৱল পৰশ্ৰীকাতৰ সকলৰ ঈৰ্ষাজনিত নিন্দাবাদ আৰু গুণমুগ্ধ অন্ধ স্তাৱকৰ সস্তীয়া প্ৰশস্তি— কোনোটোৱেই সুফলদায়ক তথা গ্ৰহণযোগ্য নহয়। এইখিনিতে উইলিয়াম আৰ্থাৰ ৱাৰ্ডৰ এটা মন্তব্য উল্লেখ কৰিব পাৰি— তেওঁ কৈছে— "Blessed is he who learned to admire but not to envey, to follow but not to immitate, to praise but not to flatter and to Lead but not to mannipulate. অৱশ্যে এটা কথা স্বীকাৰ কৰিব লাগিব যে— অন্ধ স্তাৱকৰ দৰে সস্তীয়া প্ৰশস্তি গাই কলাৰত্ন ড° ভূপেন হাজৰিকাদেৱক ভাল পোৱা মানুহৰ সংখ্যা যিমা- নেই, নেথাওক কিন্তু ঈৰ্ষা থাকিলেও তেখেতক অস্বীকাৰ কৰিব নোৱাৰা লোকৰ সংখ্যাও বৰ তাকৰ নহয়। তাৰোপৰি নিৰপেক্ষ দৃষ্টি ভঙ্গীৰে বিচাৰ বিশ্লেষণ কৰি যথাযোগ্য মূল্য নিৰূপণ কৰিব বিচৰা লোকো নথকা নহয়। সেই কথা ড° ভূপেন হাজৰিকাদেৱে নিজেই অনুভৱ কৰিয়েই হয়তো তেখেতে এটি গীতত এইদৰে লেখিছে—

"সুৰ হ'ল গৌন চিন্তাহে মুখ্য
আমাৰ সংগীতক কৰৰ দিব খোজা
ঔৰংজেৱ আজিও আছে এই সমাজতে
মানৱ প্ৰেমৰ সংগীতক শিৰত তুলি
সম্মান যচা মহামতি আকবৰ
আজিও আছে এই সমাজতে।"

সমালোচনাৰ সাম্প্ৰতিক অৱস্থাৰ কথা উল্লেখ কৰি ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যদেৱে এই দৰে কৈছে— "সমালোচনা আজি কালি সন্ত্ৰাসবাদী কাৰ্য; অকাৰণ বাক বিতণ্ডা বা মিছা কলঙ্ক ৰটনাৰ শাৰীলৈ নামি গৈছে। প্ৰকৃত পক্ষে সমালোচক কঁচাই বা ঘাতক

নহয়, তেওঁ পথ প্ৰদৰ্শক, নিয়ামক, শুধৰক আৰু সত্যবাদী। তেওঁৰ সমালোচনাত নীতিৰ বান্ধোন থকা উচিত।" সমালোচক–জন সমালোচিত জনৰ বন্ধুহে আৰু এনে সমালোচক বন্ধু সকলৰ বিষয়ে Channing এ কৈছে— "He is our friend who Loves more than admire as and aid as in great work." সেয়ে, গঠনমূলক পৰামৰ্শেৰে পৰিপুষ্ট তথা নিৰপেক্ষ দৃষ্টি ভঙ্গীৰে বিচাৰ বিশ্লেষণ কৰাটোৱেই হৈছে যথাৰ্থ সমালোচনা। অন্যথাই কেৱল অন্তঃসাৰশূন্য পৰচৰ্চ্চালৈ পৰ্য্যবসিত হোৱাৰ সম্ভাৱনাই অধিক। তাকে Plutarch এও কৈছে – "To find fault easy but it do better may difficult." নিজে একো ভাল কাম কৰিব নোৱাৰি আনে কৰা কামৰ কেৱল ছিদ্ৰানুসন্ধান জনিত এনে আচৰণক "হতাশাগ্ৰস্থৰ অনন্যোপায় আত্মবিবোধ" বুলি অভিহিত কৰা হৈছে। গতিকেই অভিজ্ঞতাৰ গভীৰতা, চিন্তা-চৰ্চ্চাৰ ক্ষেত্ৰত দূৰদৰ্শিতা আৰু দৃষ্টি ভঙ্গীৰ নিৰপেক্ষতাহে সুস্থ সমালোচনাৰ মূল ভেটি হোৱা উচিত। যি কোনো বিষয়ৰ সম্যক জ্ঞান নথকাকৈ সেই বিষয়ে সমালোচনামূলক মন্তব্য কৰিবলৈ যোৱাটো উচিত নহয়। বিশিষ্ট সমালোচক বেন জন চনে সেই দেখিয়েই কৈছিল – To judge the poets is only faculty of the poets." অৰ্থাৎ কবিতাৰ সমালোচক হবলৈ হলে সমালোচকজন নিজে কবি হোৱা উচিত। অৱশ্যে কবিতাৰ সমালোচক গৰাকী স্বয়ং সম্পূৰ্ণ এজন কবি নহলেও কবিতা সম্পৰ্কে তেওঁৰ বিস্তৃত জ্ঞান থকাটো নিত্যান্ত আৱশ্যক। কিন্তু কবিতা লেখিবলৈ হলে কবিয়ে সমালোচনাৰ বিষয়ে জ্ঞান আহৰণ নকৰিলেও হয়। কিয়নো কবিতা হৈছে কবিৰ হৃদয় সংবাদ মাথোন।

ইমানতে শ্ৰীপুণ্য শইকীয়াৰ ভাষাত কবলৈ হলে— "ড° হীৰেণ গোঁহাইয়ে যেতিয়া ড. ভূপেন হাজৰিকাক কটু সমালোচনা কৰে

তেতিয়া আমি এই কাৰণেই সহ্য কৰোঁ যে ড° হীৰেণ গোঁহাই ড° হাজৰিকাৰ সমানেই এজন ব্যক্তিত্বশীল পুৰুষ। বাৰ্টাও ৰাছেলে যেতিয়া মাৰ্ক্সবাদক সমালোচনা কৰে তেতিয়া মাৰ্ক্সবাদী সকল নীৰৱে থাকে সেই একেটা কাৰণতে।" এই তুলনামূলক মন্তব্যৰ যথাৰ্থতা যিমানেই নেথাওক কিন্তু তথাপি এটা কথা কবই লাগিব যে সমালোচকজন সমালোচিত ব্যক্তিগৰাকীৰ সমানেই বিদগ্ধ পণ্ডিত আৰু ব্যক্তিত্ব সম্পন্ন প্ৰতিভাশালী লোক হলেও তেওঁৰ সমালোচনাত আবেগ নাইবা ঈৰ্ষাৰ গোন্ধ থাকিলে সেয়া কেতিয়াও গ্ৰহণযোগ্য হব নোৱাৰে। অৱশ্যে ড° ভূপেন হাজৰিকাৰ ক্ষেত্ৰত এটা কথা স্বীকাৰ কৰিব লাগিব যে— তেওঁ কেতিয়াও কোনো ধৰণৰ সমালোচনাৰ উৰ্দ্ধত নহয় সঁচা কিন্তু তেখেত নিজে এনেবোৰ আচৰণৰ পৰা বহু আঁতৰত। এইখিনিতে এটা কথা লক্ষ্য কৰিব লগীয়া যে কেৱল অসম নাইবা ভাৰতেই নহয় সমগ্ৰ বিশ্ব খনেই হৈছে ড° হাজৰিকাদেৱৰ বিচৰণ ভূমি আৰু সেই বাবেই তেখেতৰ উদাত্ত কণ্ঠেৰে গোৱা বিশ্ব-মানৱৰ গীতবোৰত বাঙময় হৈ উঠা মৰ্মবাণীয়ে বিশ্ববাসীৰ অন্তৰাত্মা চুই যায়। সেই হেতুকেই গায়ক-গীতিকাৰ ভূপেন হাজৰিকাৰ কলা-কুশলী জীৱনাদৰ্শ, চিন্তা-চৰ্চা আৰু তেওঁৰ সৃজনী প্ৰতিভাৰ অন্তৰালত নিহিত হৈ থকা সাধনাময় জীৱন দৰ্শনক কেন্দ্ৰ কৰি সমগ্ৰ বিশ্ববাসীৰ মাজত বিভিন্ন ধৰণৰ আলোচনা হব ধৰিছে— হোৱা দৰ্কাৰ। কিন্তু মন কৰিবলগীয়া যে সৰ্বতোমুখী প্ৰতিভাৰে সমুজ্জ্বল ড° ভূপেন হাজৰিকা প্ৰায়েই কটু সমালোচনাৰ বলি হব লগা হৈছে।

'অসম বাতৰি' নামৰ কাকতত প্ৰকাশিত এনে এলানি সমালোচনাৰ প্ৰসঙ্গতে অসম সাহিত্য সভাৰ ডিং অধিবেশনৰ সংগীত সন্ধিয়াৰ সভাপতিৰ অভিভাষণত নটসূৰ্য ফণী শৰ্মাদেৱে কৈছিল— "অভিনেতা বা নটৰ দেহশ্ৰীতকৈও প্ৰধান সম্পদ হ'ল তেওঁৰ কণ্ঠস্বৰ।

সেই কণ্ঠস্বৰ হব লাগিব গম্ভীৰ অথচ মধুৰ। .........মাত্ৰ অভি-নেতাই নহয় তেনে কণ্ঠস্বৰৰ অধিকাৰী হব লাগিব গায়কো।

অসমৰ যিজনা গায়কৰ কণ্ঠত ঈশ্বৰে সেইখিনি দিছে তেওঁ বৰ্তমান উন্নাসিক সমালোচনাৰ চক্ৰবেহুত পৰিছে। সাহিত্য কঠিন, সমালোচনা উজু, গঢ়া কঠিন, ভঙা উজু।"

সেয়ে, ১৯৮১ চনত যোৰহাট সাহিত্য সভাই ড° ভূপেন হাজ-ৰিকাক সম্বৰ্দ্ধনা জনাওঁতে তেখেতে ৰাইজৰ মাজত এনে আক্ৰ-মণাত্মক সমালোচনাৰ বিষয়ে উল্লেখ কৰি কৈছিল— "মোৰ অতি সংগ্ৰামী জীৱনত বৰ আমোদেৰে এটি কথা লক্ষ্য কৰিছোঁ- যেনেকৈ কুম্ভমেলা আৰু অসমীয়া–বঙালীৰ ভাষা-যুদ্ধ প্ৰতি ১২ বছৰে হয়— ঠিক তেনেকৈয়ে এই নিঃকিনক হেয় প্ৰতিপন্ন কৰিবলৈ এটি গোষ্ঠীয়ে প্ৰতি পাঁচ বছৰে আপ্ৰাণ চেষ্টা কৰে। সেই প্ৰচেষ্টা হয়তো এই নিঃকিনক মৰম কৰে বুলিয়েই কৰে।" অৱশ্যে ইও সঁচা যে— য'ত মৰমৰ মাত্ৰা যিমানেই অধিক তাত অভিমানৰ মাত্ৰাও সিমা-নেই অধিক। সেই অভিমানেই কেতিয়াবা চৰম পৰ্য্যায়ত উপনীত হৈ খঙলৈ পৰিবৰ্তন হোৱাও দেখা যায়। সেই বুলি ঈৰ্ষান্বিত হৈ কটু মন্তব্য কৰাটো হীনমন্যতাৰহে পৰিচায়ক। কিন্তু ড° হাজৰিকাৰ ভাষাত "সঁচা সাগৰে শামুকৰ খোলাবোৰ তাৰ জীৱন্ত বুকুৰ পৰা পাৰলৈ দলিয়াই পেলায়— গতিশীলতাত বাধা জন্মায় বুলি।" তাৰোপৰি Milton এও কৈছে— "Better to riegn in hell than to serve in the heaven. সেই ভাবিয়েই হয়তো ড° হাজৰিকাই তেখেতৰ সমালোচক সকলৰ প্ৰতি কোনো প্ৰত্যাহ্বান জনাই নাইবা আত্মপক্ষ সমৰ্থন কৰি কোনো প্ৰত্যুত্তৰ দিবলৈ নিবিচাৰি মাথোঁ এই কথাহে কয়— "প্ৰশ্নকৰ্তা সকলকেই মই সশ্ৰদ্ধ অনুৰোধ কৰিছো —তেওঁলোকে নিজেই সত্য সমূহক বা অসত্য সমূহৰ বিষয়ে গৱেষণা আৰম্ভ কৰক, উদ্‌ঘাটন কৰক। এই গৱেষণাই মোৰ

সংস্কৃতি সৃষ্টিৰ ক্ষেত্ৰত সহায় কৰিব। গতিকে এই সমস্যা গৱেষক সকলৰ হাতত এৰিলো।” অকল ইমানেই নহয়, যি কোনো ধৰণৰ সমালোচনাই নহওক লাগে তথাপি ড° হাজৰিকাদেৱে নিজৰ লক্ষ্য আৰু কক্ষপথৰ পৰা কেতিয়াও বিচলিত হোৱা নাই। অকল সেইটোৱেই নহয়, সমালোচক সকলৰ প্ৰতি সহৃদয়তাৰে তেখেতে আহ্বান জনাই কৈছে—

“ভুল যদি হয় / সৃষ্টিত মোৰ
তুমি হোৱা চিন্তিত
সমালোচনাৰ অগনিৰে পুৰি
সোণ কৰা উন্নত।”

সোণ পুৰিলে উজ্জ্বল হোৱাৰ দৰেই সমালোচনাৰ অগনিৰে সৃষ্টিশীল চিন্তা ধাৰাৰ উন্নতি হোৱা বুলিয়েই ড° হাজৰিকাদেৱে অনুভৱ কৰে। ইয়াৰ বাহিৰেও নেতিবাচক সমালোচনাৰে কৰা আক্ৰমণকো তেখেতে নিজৰ বাবে আশীৰ্বাদ স্বৰূপে গ্ৰহণ কৰিছে আৰু সেই বাবেই আন এঠাইত গীতৰ ভাষাৰে কৈছে—

“মোৰ প্ৰশান্ত পাৰৰে
মহা মহা জীৱনৰ
শান্তি আজি আক্ৰান্ত
নৱ নৱ সৃষ্টিত দৈত্য–দানৱে কৰে
নিষ্ঠুৰাঘাত অবিশ্ৰান্ত
সেয়েহে মনৰ মোৰ
প্ৰশান্ত সাগৰৰ ঊৰ্মিমালা অশান্ত
সংঘাতে আনে মোৰ প্ৰশান্ত সাগৰত
প্ৰগতিৰ নতুন দিগন্ত।”

শান্তি-সম্প্ৰীতি আৰু প্ৰগতিৰ মহামন্ত্ৰত উদ্বুদ্ধ ড° ভূপেন হাজৰিকাৰ ভাৱৰ বিশালতা এই গীতটোৰ জৰিয়তে প্ৰকাশ পাইছে। জ্ঞানৰ

মন্তব্যই তেখেতৰ মনত কোনো ধৰণৰ সঁচ নবহুৱায়। ভ্ৰূক্ষেপ বিহীন গতিৰে নিজৰ আত্মবিশ্বাসক সম্বল হিচাবে লৈ আজীৱন আগবাঢ়িবই লাগিছে— সংঘাতৰ পৰা নৃত্য নতুন প্ৰেৰণাও পাইছে।

প্ৰসঙ্গতঃ উল্লেখযোগ্য যে— শিল্পীয়ে সাংস্কৃতিক অনুষ্ঠানত যোগদান কৰিবলৈ যাওঁতে ব্যৱসায়িক ভিত্তিত ধন উপাৰ্জন কৰে বুলি উত্থাপন কৰা এটি অভিযোগৰ উত্তৰত ড° হাজৰিকাদেৱে এনেদৰে কৈছে— "সংস্কৃতিক মৃত্যুৰ আগমুহূৰ্তলৈকে সেৱা কৰাই যদি আপোনাৰ জীৱনৰ উদ্দেশ্য হয়, তেন্তে সংস্কৃতিৰ সাধনাতে একানপতীয়া হৈ লাগি যাওক। ভাত মুঠি পালে একানপতীয়া হ'ব পাৰিব। উকীলে পাৰিশ্ৰমিক লয়, ডাক্তৰে লয়, শ্ৰমিকে লয়— আপুনি শিল্পী, আপুনিও সাংস্কৃতিক শ্ৰমিক, বাইজৰ পৰা বৰঙণি তোলা সন্মিলনী সমূহৰ বাবে আপুনি শ্ৰম কৰে যেতিয়া আপুনি পাৰিশ্ৰমিক বিচাৰিলে কাৰ পানী খোৱা পুখুৰীত বিহ দিয়া হয় জানো ?"

ইয়াৰ উপৰিও ড° হাজৰিকাই আকৌ কয়— 'মোৰ খুব ইচ্ছা আছিল সাহিত্যিক হোৱাৰ ····. মোৰ কলমটো। মই ভৱা নাছিলোঁ মোৰ কণ্ঠটো— জীৱন আৰু জীৱিকা হব বুলি। যাৰ সাহিত্য-সংস্কৃতি জীৱন আৰু জীৱিকা, তেনেলোকে অকল জীৱিকাৰ বাবেও কেতিয়াবা যদি "বিজ্ঞাপন সাহিত্য" কৰে তেন্তে ই মহাভাৰত অশুদ্ধ কৰা পাপ নহয়। ······পেটৰ দায়ত বিশ্ববিখ্যাত শিল্পী টলুলটেকে পেৰিচৰ এখন ৰেঁস্তোৰাৰ অলংকৰণৰ কাৰণে আঁকা বিজ্ঞাপন পোষ্টাৰ (চিত্ৰ) সমূহ চিৰস্মৰণীয় হৈ আছে।" বিষয়-টোৰ প্ৰাসংগিকতালৈ লক্ষ্য ৰাখি পণ্ডিত জৱাহৰলাল নেহেৰুৰ ভাষাৰে কবলৈ হ'লে— "The value of a man— the quality of a person lies not in money he has but in the work he does, the training he gets, the way he

behaves with others." তাৰোপৰি সংস্কৃততো এযাৰি কথা আছে— "গুণা পূজাস্থানং গুণিষু
ন চ লিঙ্গং ন চ বয়ঃ ।" আকৌ আন এটা শ্লোকতো পোৱা যায় যে ৰজাৰ পূজা নিজৰ দেশতহে, কিন্তু গুণীৰ পূজা সকলো দেশতেই সমান— কেৱল গুণৰ বাবেহে ।

সংস্কৃতিৰ খনিকৰ ড' ভূপেন হাজৰিকাই ১৯৮২ চনৰ ১ আগষ্ট তাৰিখৰ পৰা তিনিমাহৰ বাবে আমেৰিকা, কানাডা আৰু লণ্ডনলৈ যাত্ৰা কৰিছিল । এই ভ্ৰমণৰ আগে আগে শ্ৰীঅজিত ভূঞাই গ্ৰহণ কৰা এক সাক্ষাৎকাৰৰ উত্তৰত ড' হাজৰিকাদেৱে কৈছিল— 'মোক সেইবোৰ দেশে মাতিছে । মই এই বিলাকলৈ Non Commercially ( অব্যৱসায়ী হিচাবে ) যাওঁ । এইবিলাক কথা কলিকতাৰ কাগজত ওলায় । আমাৰ মানুহে নেজানে । মোক ইয়াৰ কোনো সাংবাদিকে সোধাও নাই । এই বিলাক সম্পূৰ্ণ শিক্ষামূলক ভ্ৰমণ । আমি অধ্যাপক আদিৰ ঘৰত থাকোঁ । ৰেডিঅ', কাকত, টি, ভিত বৰ সন্মান দিয়ে । কাকতত ছবি দি কৈ দিয়ে ক'ত আছোঁ, কেতিয়া লগ কৰিব পাৰিব ইত্যাদি ।"

ড' হাজৰিকাদেৱে আক্ষেপ কৰি কোৱা এইবোৰ কথাতেই বুজিব পৰা যায় যে এইখন দেশৰ মানুহে প্ৰকৃত গুণীৰ গুণৰ মৰ্যাদা দিব নিবিচাৰে বা নিদিয়ে । সঁচাকৈয়ে যি কোনো গুণী মানুহে চকুৰে নেদেখা আৰু কাণেৰে নুশুনা অথৰ্ব বুঢ়া নোহোৱালৈকে আমাৰ দেশত তেওঁৰ গুণৰ স্বীকৃতিসূচক সম্বৰ্দ্ধনা আদি জনোৱা নহয় । কোনো কোনো ক্ষেত্ৰত মৃত্যুৰ পাচতহে স্মৃতি সভাৰ আয়োজন কৰি স্বীকৃতি দিয়াৰ ব্যৱস্থা কৰাও দেখা যায় । এয়া নিশ্চয় এটা জাতিৰ বাবে শুভ লক্ষণ নহয় । গুণীৰ গুণক স্বীকৃতি দিয়া মানেই গুণীজনক উন্নয়নমূলক কামত ব্ৰতী হবৰ বাবে প্ৰেৰণা দিয়াহে আৰু তাৰ ফল স্বৰূপে জাতীয় উন্নতিৰেই সম্ভাৱনা নুই

কৰিব নোৱাৰি।' যেনেকৈ যিদৰে মৰম বিচাৰে, গুণেও সেইদৰে স্বীকৃতি বিচাৰে ৰাইজৰ পৰা— এনে অভিপ্ৰায় দোষণীয় নহয়। ইয়াৰ বাহিৰেও সমগ্ৰ বিশ্বৰ জনপ্ৰিয় শিল্পী ডঃ হাজৰিকাদেৱে আকৌ কৈছে— "বিদেশৰ যি সকল সংগীত প্ৰেমীয়ে জনগণৰ কথা জানিব খোজে গানৰ মাজেদি তেওঁলোকে আমাক নিমন্ত্ৰণ কৰি নিয়ে। তেওঁলোকে জানিব খোজে কোন কোন ভাষাত জনগণৰ গান কোনে কোনে লেখিছে। আমাক বিশ্ববিদ্যালয় আৰু অব্যৱসায়ী সংগীত গোষ্ঠী বিলাকে মাতে। এঘাৰ মাহত মই দুবাৰ জাপানলৈ গৈছোঁ। ইমান মৰম দেখা নাই। তাত মই 'ভূপেন চান'। প'ষ্টাৰতো চকুকিটা সৰু কৰি মোক জাপানী কৰি দিছে। জাপানত আকৌ আমাৰ সংগীতৰ সুৰ শুনি তেওঁলোকৰ গান গোৱা বুলি ভাবে। ....দক্ষিণ পূৱ এছিয়াৰ সৈতে আমাৰ বৰ সাদৃশ্য আছে। ....এইবাৰ আমেৰিকাৰ গাঁৱে ভূঁইয়ে নিব। বিদেশত গীত পৰিবেশন কৰাৰ উপৰিও আলোচনা চক্ৰ অনুষ্ঠিত হয়। নানান প্ৰশ্ন। মই ভাৰতক প্ৰতিনিধিত্ব কৰিব লাগে বাবে সকলো প্ৰদেশৰ কথা কব লাগে। তেওঁলোকে আজিৰ দিনত গীত লেখিবলৈ গৈ কি কি অসুবিধাৰ সন্মুখীন হব লগীয়া হয় তাক বৰ আগ্ৰহেৰে সোধে। বুজাই কব লগা হয়। "

১৯৮৩ চন। এই "জুয়ে পোৰা তিৰাশীৰ নিৰ্বাচনী বছৰ" টোৰ কথা অসমৰ ইতিহাসত মচিব নোৱাৰা এক কলঙ্কিত অধ্যায়। অসমৰ মাটিত অসমৰ ৰাইজে জাতীয় অস্তিত্ব ৰক্ষাৰ বাবে অকৃতুৰ্ত্বশীল বিদেশী নাগৰিকক বহিষ্কৰণৰ দাবীত ১৯৭৯ চনৰ পৰাই ৰজাঘৰীয়াৰ ওচৰত অনুৰোধ জনাই বাৰে বাৰে ব্যৰ্থ হোৱাৰ পিচত গান্ধীবাদী অহিংস আন্দোলনৰ পথ বাছি লব লগা হৈছিল। তদানীন্তন শাসক গোষ্ঠীয়ে বিদেশী অনুপ্ৰবেশৰ ফলত দেখা দিয়া সমস্যাটো সমাধান কৰাৰ পৰিবৰ্তে সাংবিধানিক বাধ্য বাধকতাৰ

অজুহাত লৈ ৰাইজৰ ইচ্ছাৰ বিপৰীতে ১৯৮৩ চনৰ ফেব্ৰুৱাৰী মাহত কালিকা ৰূপা সেই সৰ্বনাশী নিৰ্বাচনটো জাপি দিছিল। কিন্তু অসমৰ স্বদেশপ্ৰেমী ৰাইজে সেই নিৰ্বাচন বৰ্জন কৰিছিল আৰু তাৰেই ফল স্বৰূপে সমগ্ৰ অসমত চৰকাৰীভাৱে আয়োজিত নিৰ্বা- চনী মৃত্যু-মহোৎসৱৰ তাণ্ডৱলীলা সংঘটিত হৈছিল। পুঞ্জীভূত ক্ষোভ আৰু সাম্প্ৰদায়িক বিভেদৰ বিষক্ৰিয়াজনিত জন সংঘৰ্ষৰ মহামাৰীত হেজাৰৰ হিচাপত নিৰীহ জন সাধাৰণৰ মৃত্যু হৈছিল, অসংখ্য মানুহ চিৰদিনৰ কাৰণে পঙ্গু হৈ গৈছিল, টকলা বাকৰিৰ চপৰা মাটিও মানুহৰ বুকুৰ তপত তেজেৰে লুতুৰি পুতুৰি হৈছিল। কোটি কোটি টকাৰ সম্পত্তি আৰু গাঁও-ভুঁইবোৰ দাউ দাউকৈ জ্বলি উঠা জুইকুৰাত ছাঁই হৈ গৈছিল, লাখ লাখ নৰ-নাৰী শিশুসহ অঘৰী হব লগীয়া হৈছিল আৰু অসমৰ মাটিতে অসমীয়া মানুহে শৰণাৰ্থী শিবিৰত আশ্ৰয় লৈ শিৰগুটি মিহলি পঁচা চাউলৰ আহাৰ খাই প্ৰাণ ৰক্ষা কৰিব লগীয়া হৈছিল। অসমবাসী জন সাধাৰণৰ মাজত সৃষ্টি হোৱা বিভাজনমুখী ভুল বুজা-বুজিৰ অন্তৰালত লুকাই থকা ৰাজনৈতিক ছল-চাতুৰী আৰু দমন মূলক অন্যায় অবিচাৰেই এনে অঘটনৰ মূল কাৰণ বুলি কব পৰা যায়। কিন্তু বোঁমা বোলাৰ ভাষাত "Where order is injustice, disorder is beginning of justice." ন্যায্য অধিকাৰ সাব্যস্ত কৰিবৰ বাবে অন্যায়ৰ প্ৰতিবাদত যুগে যুগে মানুহে সংগ্ৰাম কৰি আহিছে। কিন্তু তথাপি স্বীকাৰ্য যে ক্ষমতাৰ লোভত অন্ধ হৈ কৰিব নলগীয়া নানা কূট-কৌশলেৰে গণতন্ত্ৰক কবৰ দি হলেও নিজৰ অভীষ্ট সিদ্ধিৰ বাবে উন্মত্ত হোৱা ৰাজদণ্ডধাৰী সকলক ইতিহাসে কেতিয়াও ক্ষমা নকৰে। ৰাজপদত তেওঁলোকৰ স্থিতি ক্ষন্তেকৰ বাবেহে।

যি কি নহওক— উল্লেখিত সেই নিৰ্বাচনক কেন্দ্ৰ কৰি অসমৰ বুকুত বিৰাজমান সাতাম পুৰুষীয়া শান্তি-সম্প্ৰীতিক কুঠাৰাঘাত কৰাৰ

কথাটো কোনেও সহজভাৱে লব নোৱাৰিলে— হিংস্রতা সততে জান্তৱ প্ৰবৃত্তি। সমন্বয় আৰু সম্প্ৰীতিৰ মাজেৰে গঢ় লৈ উঠা শান্তিপ্ৰিয় অসমীয়া জাতিৰ উদাৰতাৰ উদাহৰণ বিশ্বত বিৰল। সেই বাবেই হিংসা বা-প্ৰতিহিংসাৰে এখনি সুন্দৰ সমাজ বৰ্তাই ৰখাটো সম্ভৱ নহয় বুলি ভাবি অসমৰ মঙ্গলকামী চিন্তাশীল লোক সকলে প্ৰেম আৰু পাৰস্পৰিক বুজাবুজিৰ মাজেদি হেৰাই যোৱা বিশ্বাস আৰু সম্প্ৰীতিক অসমত পুনঃ প্ৰতিষ্ঠাৰ বাবে প্ৰচেষ্টা হাতত হব লগা হ'ল। এই ক্ষেত্ৰত আগভাগ ললে সুন্দৰৰ পূজাৰী সমাজ সচেতন ড° ভূপেন হাজৰিকাদেৱে। সুন্দৰৰ সেনা-শিল্পী সকলে সমাজত দেখা দিয়া অসুন্দৰৰ বিপৰীতে সদায়েই সংগ্ৰাম কৰি আহিছে। প্ৰকৃততে অসুন্দৰক বিনাশ কৰি সুন্দৰক প্ৰতিষ্ঠা কৰিবৰ বাবে প্ৰয়োজনীয় কৰ্মপন্থা গ্ৰহণ কৰিবলৈ সাহসেৰে আগবাঢ়ি অহা জনহে সঁচা অৰ্থত সুন্দৰৰ পূজাৰী। উল্লেখযোগ্য যে ১৯৮৩ চনৰ ফেব্ৰুৱাৰীত অবাঞ্চিত ভাৱেই ঘটি যোৱা অঘটন সমূহৰ ফলত অসমত দেখা দিয়া ভুল বুজা বুজি জনিত সন্দেহ আৰু অবিশ্বাসক আতৰাই পৰস্পৰৰ মাজত সম্প্ৰীতিক ঘূৰাই আনি শান্তিৰ চল বোৱাই দিয়াৰ অভিপ্ৰায়েৰে 'সদৌ অসম জন-সাংস্কৃতিক পৰিষদ'ৰ সহযোগিতাত ১৯৮৫ চনৰ এপ্ৰিল মাহতেই এটি সমন্বয় বাহিনী লগত লৈ অসমৰ গাঁও-ভূঁই, চহৰ-নগৰ, পাহাৰ-ভৈয়ামৰ চুকে কোণে সোমাই গৈছিল আৰু একেৰাহে বহুদিন ভ্ৰমণ কৰি অসমৰ আঘাতপ্ৰাপ্ত ঠাই সমূহত সভা-সমিতি পাতি, সমন্বয়ৰ গীত গাই, বক্তৃতা দি সকলো শ্ৰেণীৰ মানুহৰ মাজত এক মধুময় পৰিবেশৰ সৃষ্টি কৰিছিল সমন্বয়ৰ ধ্বজাবাহী ড° ভূপেন হাজৰিকাই। "অসমৰ বিভিন্ন জন-গোষ্ঠী সমূহৰ মাজত সমন্বয়ৰ সংকট আৰু পৰম্পৰাগত আদৰ্শৰ ভিত্তিত ইয়াৰ সমাধান" শীৰ্ষক আলোচনা চক্ৰত অংশ গ্ৰহণ কৰি ভাষণ প্ৰসঙ্গত তেখেতে কৈছিল— "সমাজ পৰিবৰ্তনত

সংস্কৃতিয়ে, সংহতিয়ে যুগে যুগে সহায় কৰি আহিছে। আমি অনুভৱ কৰি আহিছোঁ যে এটি সামূহিক প্ৰচেষ্টাইহে অসমৰ সম-সাময়িক সংস্কৃতিৰ সমস্যা সমূহ বিশ্লেষণ কৰাত সহায় কৰিব। ই হ'ব লাগিব অৰাজনৈতিক; অৰ্থাৎ অৰাজনৈতিক মানে সমাজ সচেতনতা বিহীন নহয়। ·······একে উশাহতে মই কৈছোঁ, আৰ্থ-সামাজিক দিশ এৰি জন-সংস্কৃতি বাচি নেথাকে, ইও সত্য। জন-জাতীয় গোষ্ঠী সকলে কৰা তেওঁলোকৰ ভাষা-কৃষ্টিৰ স্বকীয়তা ৰক্ষাৰ সংগ্ৰামত বৰ লুইতৰ পাৰৰ শিল্পী-সাহিত্যিকে সন্মান কৰি সহায় কৰিব লাগিব। ··········আমি সদায় অহংকাৰ কৰি কৈ থাকোঁ 'বৰ লুইত'লৈ নৈ, নিজৰা উপনৈ আহিবই। নাহি কলৈ যাব? আহিবই। নাহিবওতো পাৰে। তেতিয়া ব্ৰহ্মপুত্ৰৰ কৰ্তব্য আছে নে নাই? ব্ৰহ্মপুত্ৰৰ কৰ্তব্য আছে। সেই জুৰি-জানৰ জেং-জাবৰখিনি আঁতৰাই পবিত্ৰ সোঁতটোক সেই স্বকীয়তাৰে বোৱাই আনিব লাগিব। সেই নিজৰাটিৰ বা সেই উপ-নৈৰ যিটো স্বকীয়তা আছে সেই স্বকীয়তা সুন্দৰকৈ ৰাখিলেহে সেই নিৰ্মল পানী আহি এই 'বৰ লুইত' খন আৰু নিৰ্মল কৰি তুলিব। আৰু তেতিয়াহে সোঁত বেছি হব বুলি মই সাধাৰণভাবে বুজিছোঁ। ·······আন্তৰি-কতাৰে জন-জাতীয় সাংস্কৃতিক যদি লুইতপৰীয়াই সন্মান কৰে; তেতিয়াহে সেই জন-জাতীয় সাংস্কৃতিক কৰ্মী সকলে লুইতপৰীয়া সংস্কৃতিক সন্মান কৰিব। নহলে ভুল বুজাবুজি হ'ব।" এই কথা অকল জনজাতীয় সকলৰ ক্ষেত্ৰতেই নহয় ভাষা-ধৰ্ম সম্প্ৰদায় নিৰ্বিশেষে সকলো ক্ষেত্ৰতে প্ৰযোজ্য।

ইমানতে উল্লেখযোগ্য যে অসমৰ জাতীয় অস্তিত্ব ৰক্ষা কৰি জীয়াই থাকিবৰ বাবে বিদেশী বহিষ্কৰণৰ দাবীত লুইতৰ পাৰৰ তুলনাবিহীন সংগ্ৰামী ৰাইজে মৃত্যু শপথ খাই চলাই যোৱা আন্দো-লনত প্ৰাণ আহুতি দি অমৰত্ব লাভ কৰা শ্বহীদ সকলক সন্মান

জনাই ড° হাজৰিকাদেৱে "শ্বহীদ প্ৰণামো তোমাক" বোলা গীতটো ৰচনা কৰিলে। ইয়াৰ উপৰিও ১৯৮৩ চনৰ নিৰ্বাচনৰ সময়ত অবাঞ্ছিতভাৱে ঘটি যোৱা জন-সংঘৰ্ষৰ সময়ত আৰু আন্দোলনৰ বিভিন্ন কাৰ্য সূচীত অংশ গ্ৰহণ কৰি মৃত্যু বৰণ কৰা সকলৰ লগতে নিৰুদ্দেশ হোৱা সকলৰ বাবে ঘৰত থকা পৰিয়াল বৰ্গই বাটলৈ চাই চাই হাঁহাকাৰ কৰি থকা শোকাবহ দৃশ্যৰ বৰ্ণনাৰে লেখিলে—

"জুয়ে পোৰা তিৰাশীৰ
নিৰ্বাচনী বছৰ
ভাইটি নোহোৱা হ'ল
তই জাননে খবৰ ?" বোলা বেদনা মধুৰ গীত।

যি সকলে আন্দোলনত পৰিয়ালৰ মানুহ চিৰদিনৰ বাবে হেৰুৱাইছে সেই সকলে গীতটো শুনিলে হেৰুওৱা জনলৈ মনত পেলাই হিয়া ঢাকুৰি কান্দি চকুৰ লোতকেৰে বাট নেদেখা হৈ পৰিব লগীয়া হয়। অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি পণ্ডিত প্ৰৱৰ শ্ৰীযজ্ঞেশ্বৰ শৰ্মাদেৱৰ "আজি দুপৰীয়া" নামৰ এটি কবিতাতো এই দৰে এখনি শোকাবহ চিত্ৰ অংকণ কৰি লেখিছে—

"আজি দুপৰীয়া কপিলী পাৰত
অসমী আইক সাক্ষাৎ দেখিলোঁ।
পদূলি-মুৰৰ নঙলাত ধৰি দূৰলৈ চাই আছে।
দিন-কাল বেয়া
ল'ৰাহঁত এতিয়াও উভতি অহা নাই।
... .... .... ....
হৈছে বা কি ?
.... .... .... ....
সিহঁত আহিবৰ পৰ হৈ গ'ল
ক'ত বা কি যুঁজ বাগৰ লাগিছে ?"

সঁচাকৈয়ে সমগ্ৰ অসমৰ প্ৰায় সকলোবোৰ পৰিয়ালতেই এনে ধৰণৰ মৰ্মান্তিক বেদনা আৰু কৰুণ ক্ৰন্দনৰ বিননি শুনিবলৈ পোৱা যায়। সন্তান শোকত বিহ্বল হৈ পৰা চিৰ-চেনেহী অসমী আইৰ এনে চৰম দুৰ্দিনৰ সময়ত শান্তনা দিবৰ বাবে ড° ভূপেন হাজ-ৰিকাদেৱে এটি গীতত লেখিছে—

"সোণৰে অসমী মাতৃ নাকান্দা, নাকান্দা
কেনে কান্দা অভাগীৰ দৰে
পুত্ৰ আছে, আছে কন্যা
ৰাত্ৰি দিনে চিন্তে সবে
থাপিব আনন্দ মেলা আজি তোৰ ঘৰে
.... .... ... .... ....
অতি ভয়ংকৰ ৰাক্ষসৰ কাৰণে ভয় নকৰিবা
আমাৰো হেংদান আছে
.... .... ⁝ — ....
অতি নিষ্ঠুৰ কাল সৰ্পৰ কাৰণে ভয় নকৰিবা
আমাৰো দুচকুতে অগনি বৰষিছে।"

ইয়াৰ বাহিৰেও সংগ্ৰামী সন্তান সবে হেৰুওৱাৰ বেদনাত ভাঙি নপৰিবৰ বাবেও আশাবাদী কৰ্মপ্ৰেৰণা যোগাই তেখেতে আন এটি গীতত লেখিছে যে কালৰাত্ৰিৰ ঘোৰ অন্ধকাৰ ভেদি শান্তিৰ সূৰ্য এদিন উদিত হবই। অৱশ্যে তাৰ বাবে ধৈৰ্য আৰু আত্ম-বিশ্লেষণৰ একান্ত প্ৰয়োজন। তাৰোপৰি পাৰস্পৰিক বিভেদজনিত মনৰ মলিনতাবোৰ দলিয়াই পেলাই মুকলি মনেৰে সকলোৱে এক-মুঠ হৈ সোণৰ অসম পুনৰ গঢ়ি তুলিবৰ বাবে নতুন উদ্যমেৰে আগুৱাই যাবৰ বাবে আহ্বান জনাই ড° ভূপেন হাজৰিকাদেৱে তেখেতৰ সম্পাদনাত প্ৰকাশিত তিনিমহীয়া আলোচনী "প্ৰতিধ্বনি"ৰ ১৯৮৪ চনৰ ৰঙালী বিহু সংখ্যাত সম্পাদকৰ কলমত লেখিছে—

"সাহিত্য-সংস্কৃতিৰ সহজ অৰ্থ যদি নৈকট্য অৰ্থাৎ সম্মিলন হয়, এই মিলন অসম বাৰে বাৰে ঘটিছে— আৰু এই মিলন সদায়েই সাধিত হৈয়েই থাকিব।

.................পাহৰি যাওক চমৰীয়া, গহপুৰ, নেলী। সেয়া আপোনালোকৰ দোষ নহয়, সেয়া এটি নিৰ্বাচন নামৰ ৰাক্ষসৰ কুঠাৰাঘাত – সংবিধানৰ বাধ্যবাধকতাৰ নামত।

অসমক সজাওক পুনৰ। এইবাৰ বিহুত পণ লওক—। সকলো ইয়াতে জীব লাগিব— ইয়াতে মৰিব লাগিব। শ্ৰমৰ ফল ভগাই খাব লাগিব। ডেকা সকল, নতুনকৈ চোলত চাপৰ মাৰা একতাৰ-সমন্বয়ৰ— একে-বিহুতলীতে।"

০০০০

## চতুৰ্দশ অধ্যায়

### ১৯৮৪ চনৰ পৰা ১৯৮৬ চনলৈ।

ৰবলুইতৰ পাৰৰ কৰ্মযোগী ড° ভূপেন হাজৰিকা সুন্দৰৰ পথত অনলস ভাবেই আগুৱাই থকা এক আশাবাদী শিল্পী— সেয়ে লক্ষ্যও তেখেতৰ সুদূৰ প্ৰসাৰী। ইফালে বিজ্ঞান সন্মত এই যান্ত্ৰিক সভ্যতাৰ যুগতো মানৱ প্ৰেমৰ ধ্বজাবাহী ড° ভূপেন হাজৰিকাৰ হৃদয়-মন্দিৰত স্থাপিত হৈ আছে মাতৃ পূজাৰ পবিত্ৰ বেদী—। আকৌ অন্য হাতে অন্যায়-অবিচাৰৰ প্ৰকাশ্য প্ৰতিবাদত তেখেতৰ সুধা কণ্ঠই বজ্ৰৰ গৰ্জনেৰে বিদ্ৰোহ ঘোষণা কৰে— কিন্তু সমাজ-সচেতন ড° ভূপেন হাজৰিকা নিঃসন্দেহে এগৰাকী সু-সিদ্ধান্তদৰ্শী চিন্তানায়কো। এনে বহুধা বিভক্ত কৃতিত্বৰ সমাবেশত কল্লাৰত্ন ড° ভূপেন হাজৰিকাৰ জীৱনটো আজি মহীয়ান হৈ উঠিছে। কিন্তু তথাপিতো তেখেত অক্লান্ত— গতিশীল জীৱনৰ অতৃপ্ত চাতকী তৃষ্ণাই যেন তেখেতক কোনো এক অলক্ষিত লক্ষ্যৰ ফালে আগুৱাই যোৱাত অহনিশে প্ৰেৰণা যোগাইছে। তাকেই তেখেতে এটি গীতত লেখিছে—

"প্ৰীতি দিগ্বলয়ত গতিশীল গীত গাঁও
বজ্ৰৰ গৰ্জনে হাৰ মানে
বৃষ্টিৰ তৃষ্ণাই মৌচুমী খেদি যায়
আমাৰ দৃষ্টিয়েও লক্ষ্য জানে।"

ড° ভূপেন হাজৰিকাৰ এই শিল্পী জীৱনৰ সংগীত সাধনাৰ ক্ষেত্ৰত অনুপ্ৰেৰণাৰ উৎস কি বুলি সোধা এক প্ৰশ্নৰ উত্তৰত তেখেতে "মোৰ অনুপ্ৰেৰণাৰ উৎস জনসাধাৰণৰ সুখ-দুখ-বেদনা আৰু আশা।"

বুলি মত প্ৰকাশ কৰিছে। সঁচাকৈয়ে তেখেতৰ প্ৰায়বোৰ গীতভেই সৰ্বসাধাৰণ খাটি খোৱা মানুহৰ ব্যথা–বেদনা-আৰু গ্ৰাম্য জীৱনৰ সুখ-দুখৰ প্ৰতিচ্ছবি অংকণ কৰিছে। স্বামী বিবেকানন্দই কৈছিল— "ভাওৰ মানুহ আৰু ধনী মানুহৰ ওচৰত মই ধৰ্ম্ম প্ৰচাৰ কৰিব নিবিচাৰোঁ। মই তত্বজিজ্ঞাসু নহওঁ, দাৰ্শনিক নহওঁ, নহয়, মই সাধুও নহওঁ। মই গৰিব–গৰিব মানুহক মই ভাল পাওঁ।" তাৰ পিচত আকৌ কৈছে— "তেওঁলোককেই মই মহাত্মা বুলি কওঁ, যি সকলৰ হৃদয়ৰ পৰা গৰিবৰ কাৰণে ৰক্তমোক্ষণ হয়— সেয়া নহলে তেওঁলোক দুৰাত্মাহে।" তাৰোপৰি স্বামী বিবেকানন্দৰ মতে ভাৰতৰ কোটি কোটি মানুহ দাৰিদ্ৰ্যৰ কবলত আৰু অজ্ঞানতাৰ অন্ধকাৰত ডুব গৈ ক্ষুধাৰ্ত পশুৰ দৰে জীয়াই আছে আৰু তেনে দুৰ্ভগীয়া সকলৰ উপৰতে ক্ষমতা খটুৱাই লাহ-বিলাহত জীৱন কটাই থকা সকলৰ ভিতৰত যি সকলে সেই গৰিব মানুহৰ প্ৰতি অকণ-মানো সহানুভূতিশীল নহয় এই শ্ৰেণীৰ প্ৰতিজন ব্যক্তিয়েই প্ৰকৃতাৰ্থত দেশদ্ৰোহীহে। শিক্ষা আৰু সভ্যতাই প্ৰসাৰ লাভ কৰাৰ লগে লগে সমগ্ৰ পৃথিবীৰ মানুহ বিভিন্ন ক্ষেত্ৰত সহখিনি আগুৱাই গৈছে সঁচা কিন্তু তাৰ বিপৰীতে মানুহবোৰ ক্ৰমানুয়ে আত্মকেন্দ্ৰীক হৈ আহি আহি প্ৰায় প্ৰতিটো মানুহেই একো একোটা দ্বীপত পৰিণত হোৱা যেন লাগে। ইয়াৰ বাহিৰেও সমগ্ৰ বিশ্বৰ প্ৰায় আটাইবোৰ দেশতেই ক্ষমতা থকুৱা ৰাজনীতিৰ খেলুৱৈ সকলৰ ছল-চাতুৰীৰ ফলত দেখা দিয়া অশান্ত পৰিস্থিতিয়ে সৰ্বসাধাৰণ মানুহৰ স্বাভাবিক জীৱন যাত্ৰা বিঘ্নিত কৰি তুলিছে— যাৰ ফলত শাসক আৰু শাসিত কোনোৱেই শান্তিৰে থাকিব পৰা নাই। অন্যান্য সকলোৰে সৈতে সুন্দৰৰ সাধনাত ব্ৰতী হৈ থকা শান্তিকামী শিল্পী–সাহিত্যিক সকলকো এনে অশান্ত পৰিস্থিতিয়ে মনত আঘাত দিয়ে —উদ্বিগ্ন কৰি তোলে। সেয়েহে কলাগুৰু ড° ভূপেন হাজৰিকাদেৱে তেখেতৰ

মনৰ ভাৱ প্ৰকাশ কৰি কৈছে— "আন সকলোতকৈ দেশৰ অশান্ত পৰিস্থিতিয়েহে মোক অধিক অশান্ত কৰি তুলিছে। গান গাবলৈ আৰু ভাল লগা হৈছে।" কিয়নো মানুহকেই কেন্দ্ৰ কৰি মানুহৰ বাবেই ৰচিত গান অশান্ত অৱস্থাত পৰি মানুহেই যদি শুনিবলৈ নেপায় তেন্তে শিল্পীৰ সাধনাও অৰ্থহীন, এনেকি অনুকূল পৰিবেশৰ অভাৱত সাধনগো সম্ভৱ নহয়।

১৯৮৪ চনৰ মাৰ্চ মাহৰ কথা। অসমৰ কলা-সংস্কৃতিপ্ৰেমী ৰাইজৰ মনৰ মাজত উদুলি-উদুলি— সুমতিসম্পন্ন ড° ভূপেন হাজৰিকা আৰু কুকিল কণ্ঠী (নতুন নাইটেংগল) লতা মাঙ্গেশকাৰ অসমলৈ আহিব— গীত গাবলৈ। "অসম সংগীত সন্মিলনী"ৰ জন্মদাতা, ন-অসমৰ খনিকৰ ৰাধা-গোবিন্দ বৰুৱাদেৱৰ সপোন আছিল— অসমত এখনি সংগীত মহাবিদ্যালয় প্ৰতিষ্ঠা কৰাৰ। কিন্তু জীৱদ্দশাত তেখেতৰ সেই সঃপান দিঠকলৈ ৰূপান্তৰিত কৰিবলৈ নেপাওঁতেই ইহলীলা সম্বৰণ কৰিছিল। ৰাধা গোবিন্দ বৰুৱাৰ সেই অপূৰ্ণ বাসনা পূৰণ কৰাৰ অভিপ্ৰায় লৈ তেখেতৰ উত্তৰাধিকাৰী পৰিয়ালবৰ্গই— স্বৰ্গীয় ৰাধা গোবিন্দ বৰুৱাৰ স্মৃতিত কলাক্ষেত্ৰ নামেৰে গুৱাহাটীত এখনি সঙ্গীত মহাবিদ্যালয় প্ৰতিষ্ঠা কৰিবৰ কাৰণে এডোখৰ মাটিও দান কৰিছিল। উল্লেখিত সেই কলাক্ষেত্ৰ নিৰ্মাণৰ বাবে অৰ্থ সংগ্ৰহৰ প্ৰথম পদক্ষেপ হিচাবেই 'হেঙুল' নামৰ এটি সাংস্কৃতিক গোষ্ঠীৰ সৌজন্যত লতা মাঙ্গেশকাৰক অসমলৈ আমন্ত্ৰণ কৰা হৈছিল। অৱশ্যে লতা মাঙ্গেশকাৰৰ হতুৱাই প্ৰস্তাৱিত কলাক্ষেত্ৰৰ আধাৰশিলা স্থাপন কৰাটোও আছিল হেঙুল গোষ্ঠীৰ অন্যতম উদ্দেশ্য। কুকিল কণ্ঠী লতাক অসমলৈ মাতি অনাৰ বিষয়ে ড° হাজৰিকাই নিজৰ মত প্ৰকাশ কৰি কৈছে— "লতাক অনুষ্ঠান কৰিবলৈ অসমলৈ আনি দিবৰ বাবে বহুদিনৰ পৰা বহুতে মোক কৈ আছে। মই কাৰো কথালৈ কাণ দিয়া নাই। ব্যৱসায়ৰ

কাৰণে গান গাবলৈ লতাক মই কিয় আনি দিম ? কিন্তু হেতুলে যেতিয়া লতাক আনি ৰাধা গোবিন্দ বৰুৱাৰ স্মৃতিত সংগীত মহাবিদ্যালয় কৰাৰ কথা কলে তেতিয়া মই ৰাজী হৈ গলোঁ। ১৯৮৪ চনৰ মাৰ্চ মাহৰ ২০ আৰু ২১ তাৰিখে অনুষ্ঠান কৰিবলৈ লতা আহিল— গীত গাই অসমৰ আকাশ-বতাহ কঁপাই থৈ গ'ল। আৰ, জি, বৰুৱা কলা ক্ষেত্ৰৰ বাবে ধন সংগ্ৰহ হ'ল। আৰ, জি, বৰুৱাৰ পৰিয়ালে দিয়া মাটিত লতাই কলা ক্ষেত্ৰৰ আধাৰশিলা স্থাপন কৰিলে— সেয়া এক মহাবিদ্যালয়, গৱেষণাগাৰ, সংগ্ৰহালয়— যাক সমগ্ৰ উত্তৰ-পূব ভাৰতৰ সংগীত প্ৰেমী সকলে আপোন কৰি লব।" উল্লেখযোগ্য যে, লতামাঙ্গেশকাৰে কলাক্ষেত্ৰৰ আধাৰশিলা স্থাপন কৰি কলে– "মই শংকৰদেৱৰ পবিত্ৰ ভূমি অসমলৈ আহি ধন্য মানিছোঁ। ........ভূপেনদাৰ পৰা জানিব পাৰিছোঁ— ৰাধা গোবিন্দ বৰুৱাদেৱে শাস্ত্ৰীয় সংগীত জনপ্ৰিয় কৰিবলৈ আৰু অস-মীয়া শাস্ত্ৰীয় সংগীতৰ গৱেষণা কৰিবলৈ পট্টবৰ্দ্ধনৰ দৰে বিখ্যাত মাৰাঠী সংগীতজ্ঞক মাতি আনি অসমত দুবছৰ ৰাখিছিলহি। এতিয়া আৰ, জি, বৰুৱাৰ অপূৰ্ণ বাসনা পূৰ্ণ হোৱাৰ পথত। ভূপেনদা আৰু পি, জি, বৰুৱাৰ পৰিকল্পনা মতে এই প্ৰস্তাৱিত কলাক্ষেত্ৰই যেন ভৱিষ্যতৰ অসমীয়া শিল্পী সকলক উদগনি দিয়ে।"

১৯৮৪ চনৰ ১১ আৰু ১২ এপ্ৰিল তাৰিখে ড° ভূপেন হাজৰিকা নগাঁও জিলাৰ কামপুৰলৈ গীত গাবৰ বাবে আহিছিল। ১২ এপ্ৰিলৰ দিনা আমাৰ লগত আলোচনা কৰি থাকোঁতে কোনো এক কথা প্ৰসঙ্গত ড° হাজৰিকাদেৱে কৈছিল— "ৰবি ঠাকুৰৰ পিচতো কবিতা ওলাই আছে।" কথাষাৰ বিশ্লেষণ কৰিলে বহুতো কথাই বিচাৰি পোৱা যাব সঁচা, কিন্তু এটা কথা স্বীকাৰ কৰিব লাগিব যে ৰবীন্দ্ৰ নাথ ঠাকুৰৰ পিচতো কবিতা ওলাই থাকিলেও দ্বিতীয় এজন বিশ্ব কবি এতিয়াও ওলোৱা নাই। কলাৰত্ন ড° ভূপেন হাজৰিকাদেৱৰ

ক্ষেত্ৰতো সেই একে কথাই খাটে। জগতত মৰণশীল মানুহো অমৰ হয় কৰ্মময় জীৱনাদৰ্শৰ মহত্বখিনিৰ বাবেহে। অৱশ্যে মহান জনৰ মহানতাখিনিক অমৰ কৰি ৰখাৰ দায়িত্ব সমসাময়িক সহৃদয় ৰাইজৰ পৰা আৰম্ভ কৰি ভৱিষ্যতৰ গুণমুগ্ধ উত্তৰ-পুৰুষ সকলৰ ওপৰতহে।

বিশ্বৰ মানৱ সংস্কৃতিৰ উপৱনত ডঃ ভূপেন হাজৰিকা ৰসন্ত কুমাৰ। তেখেতৰ বিচৰণ ভূমিৰ কোনো পৰিসীমা নাই। সঁচা অৰ্থত গুণী ব্যক্তিৰ জনপ্ৰিয়তাৰো কোনো পৰিধি নেথাকে। সেয়ে, দেশ-বিদেশৰ সকলো শ্ৰেণীৰ মানুহে ড° ভূপেন হাজৰিকাৰ (সকলোৱে মৰমৰ ভূপেনদাৰ) সান্নিধ্য লাভ কৰিবলৈ বিচাৰে আৰু সেই বাবেই তেখেতক বাৰে বাৰে আমন্ত্ৰণ জনাই, মাতি নি তেখেতৰ পৰা গীত শুনি তৃপ্তি লাভ কৰে। প্ৰসঙ্গক্ৰমে উল্লেখযোগ্য যে ১৯৮৪ চনৰ ২৮ মে' তাৰিখৰ পৰা ৩০ মে'লৈকে ৩ দিনীয়া কাৰ্য সূচীৰে 'বাংলাদেশ শিল্প কলা একাডেমী'য়ে বাংলাদেশত এখনি সংগীত সম্মিলনীৰ আয়োজন কৰিছিল। বিশ্বৰ ২০ খন দেশৰ বছা বছা শিল্পী সকলক সেই সন্মিলনলৈ আমন্ত্ৰণ কৰা হৈছিল। ভাৰতৰ পৰাও তিনি গৰাকী শিল্পীক আমন্ত্ৰণ জনাইছিল। তাৰ ভিতৰত ড° ভূপেন হাজৰিকা আৰু পাৰ্বীবন চুলতানা আছিল অসমৰ আৰু আন গৰাকী আছিল ৰবীন্দ্ৰ সংগীতৰ শিল্পী পশ্চিম বঙ্গৰ সুচিত্ৰা মিত্ৰ। মন কৰিব লগীয়া যে বাংলা দেশৰ আমন্ত্ৰণক্ৰমে ২৬ মে'ৰ দিনা ড° হাজৰিকাদেৱে বিমানেৰে গৈ বাংলাদেশৰ বিমান কোঠত অৱতৰণ কৰাৰ পাছৰে পৰা বাংলা দেশৰ পৰা ভাৰতলৈ উভতি অহা পৰলৈকে তেখেতৰ বাবে ৰাষ্ট্ৰীয় মৰ্যাদাৰে সৈতে বাংলাদেশৰ প্ৰেছিডেণ্টৰ লগত প্ৰায় সমপৰ্যায়ৰ কটকটীয়া নিৰপত্তাৰ ব্যৱস্থা কৰা হৈছিল। এনেকি ড° হাজৰিকাদেৱে তেখেতৰ এগৰাকী বন্ধুৰ ঘৰত থাকিবলৈ ইচ্ছা প্ৰকাশ কৰা সত্বেও উদ্যোক্তা সকলে নিৰপত্তাৰ

অভাৱ হব বুলি আশঙ্কা কৰিছিল। কিয়নো সেই সময়ত অসমত বিদেশী নাগৰিকক বহিষ্কৰণৰ দাবীত আন্দোলন চলি থকাৰ বাবে বাংলা দেশতো ইয়াৰ কিছু প্ৰতিক্ৰিয়াৰ সৃষ্টি হৈছিল। বাংলা দেশৰ পৰা ভাৰতলৈ অনুপ্ৰবেশ কৰা অকতৃত্বশীল নাগৰিকক উভতাই দিয়া আৰু বাংলাদেশে গ্ৰহণ কৰা—নকৰাৰ প্ৰশ্ন লৈ কিছু ৰাষ্ট্ৰীয় মতবিৰোধৰ সৃষ্টি হোৱাত অসমৰ পৰা যোৱা ভাৰতীয় শিল্পীৰ প্ৰতি বাংলাদেশৰ কোনোবা স্পৰ্শকাতৰ নাগৰিকে অশোভনীয় আচৰণ কৰিব পাৰে বুলি ভাবিয়েই এনে ধৰণৰ কটকটীয়া নিৰাপত্তাৰ ব্যৱস্থা কৰা হৈছিল। প্ৰকৃততে গুণী-জ্ঞানী সাধক-শিল্পী সকলৰ প্ৰতি সকলোৰেই মৰম আৰু শ্ৰদ্ধা থাচে— বৈৰীতাৰ তাত স্থান নাই।

সেই হেতুকেই ড° ভূপেন হাজৰিকাক বাংলাদেশৰ জন সাধাৰণৰ হৈ বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানে তেখেতৰ প্ৰতি বিশেষভাবে শ্ৰদ্ধা-জনাবৰ বাবে একো একোটি সম্বৰ্দ্ধনা সভা আৰু সংগীতানুষ্ঠানৰ আয়োজন কৰিছিল। এইবাৰলৈ সংস্কৃতিৰ খনিকৰ ড° ভূপেন হাজৰিকাদেৱক সম্বৰ্দ্ধনা জনোৱা বাংলাদেশৰ অনুষ্ঠান সমূহ হ'ল— বাংলাদেশৰ নেচনেল প্ৰেছ ক্লাব, বাংলাদেশ সাহিত্য একাডেমী, ঋষিজ শিল্পী গোষ্ঠী, বাংলাদেশ মহিলা সমিতি, ঢাকা ক্লাব, বাংলাদেশ শিল্পকলা একাডেমী, ইত্তেফাক কাকত গোষ্ঠী আৰু ঢাকা বিশ্ববিদ্যালয় ছাত্ৰ সন্থা। তাৰ বাহিৰেও তেখেতক ঢাকা টেলিৱিশ্যন কেন্দ্ৰলৈও মাতি নিয়া হৈছিল "এক্ষুনি" অনুষ্ঠানত অংশ গ্ৰহণ কৰিবলৈ। তাত প্ৰায় এহেজাৰ মানুহে ড° হাজৰিকাৰ বাবে অপেক্ষা কৰি আছিল। 'এক্ষুনি' অনুষ্ঠানত এঘণ্টা সময়ৰ ভিতৰত সংগীত কলাকাৰ ড° হাজৰিকাদেৱে ২৪ টা গীত পৰিবেশন কৰি সকলোকে মুগ্ধ কৰি পেলাইছিল। ৰাইজৰ অনুৰোধত তেখেতে বেঙ্গলী ভাষাতো গীত গাই বাংলাদেশৰ সংগীত প্ৰেমী ৰাইজৰ

হৃদয়ৰ মণিকোঠালৈকো প্ৰৱেশ কৰিছিল। বাংলা দেশৰ লালন ফকীৰৰ গীত আৰু অসমৰ আজান ফকীৰৰ জিকিৰ টেলিভিশনৰ সেই বিশেষ অনুষ্ঠানত ড° হাজৰিকাদেৱে গাই শুনাইছিল। বাংলা দেশৰ শিক্ষা মন্ত্ৰী মি: খান চাহাবে বাংলা দেশৰ যুৱ মানসত ড° ভূপেন হাজৰিকা যে এগৰাকী আদৰ্শ পুৰুষ সেই কথা মুকলি ভাৱেই প্ৰকাশ কৰিছিল। উল্লেখিত এই ভ্ৰমণ কালত বাংলা দেশৰ বিভিন্ন অনুষ্ঠানে ড° হাজৰিকাদেৱলৈ স-সন্মানেৰে আগবঢ়োৱা উপহাৰ সমূহৰ সৰ্বমুঠ ওজন প্ৰায় ৯০ কিলোগ্ৰাম (২$\frac{১}{৪}$ মোন) হৈছিলগৈ। কিন্তু তেখেতে সেই আটাইখিনি উপহাৰ লগত লৈ অহা নাছিল—তাৰে কিছুমান বিভিন্ন অনুষ্ঠান আৰু বিশেষ বিশেষ ব্যক্তিক মৰমতে দান দি আহিছিল। উল্লেখযোগ্য যে ঢাকা বিশ্ববিদ্যালয় ছাত্ৰ সন্থাই ড° ভূপেন হাজৰিকাদেৱলৈ দিয়া মানপত্ৰ খনৰ কথা খিনি বিশেষভাৱে মন কৰিব লগীয়া। সেই মানপত্ৰ খনত ড° হাজৰিকাদেৱক উদ্দেশ্য কৰি লেখিছে—

'তোমাকে যে দেখলাম
মনে হয় পৃথিৱীকে দেখলাম।"

ইয়াৰ দ্বাৰাই ড° ভূপেন হাজৰিকাদেৱক সমগ্ৰ পৃথিৱীৰ মানুহৰ এগৰাকী সুযোগ্য প্ৰতিনিধি বুলিহে গণ্য কৰা হৈছে। কথা ষাৰৰ যথাৰ্থতাও নথকা নহয়। সঁচাকৈয়ে বিশ্ব ব'ৰাগী ড° ভূপেন হাজৰিকা কপিলী-কাবেৰী, লুইত-গঙ্গা-পদ্মা আৰু ভল্গা-মিচিচিপিৰ এক বিশাল মোহনা স্বৰূপ।

১৯৮৪ চনৰ ৩১ অক্টোবৰ— ভাৰতৰ ৰাজনীতিৰ ইতিহাসত এটি কলঙ্কিত দিন। ভাৰতৰ তদানীন্তন প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধীয়ে আততায়ীৰ হাতত অভাৱনীয় ভাৱেই সেইদিনা গুলীবিদ্ধ হৈ নিজৰ বাস ভৱনৰ চৌহদতে প্ৰাণ বিসৰ্জন দিলে আৰু তাৰ লগে লগেই অগ্নিগৰ্ভা ভাৰতবৰ্ষৰ নেতৃত্বৰ উত্তৰ দায়িত্ব ভূতপূৰ্ব বিমান চালক

শ্ৰীৰাজীব গান্ধীৰ হাতলৈ আহিল। অৱশ্যে শ্ৰীৰাজীব গান্ধীয়ে প্ৰধান মন্ত্ৰীৰ দায়িত্বভাৰ গ্ৰহণ কৰাৰ পাছৰে পৰাই ভাৰতৰ সুবিধাবাদী সকলৰ দল বাগৰা ৰাজনীতিৰ পৰা আৰম্ভ কৰি বিভিন্ন ক্ষেত্ৰত চুক্তি সম্পাদনেৰে অস্থিৰতাৰ অৱসান ঘটাই শান্তি প্ৰতিষ্ঠাৰ বাবে প্ৰচেষ্টা চলাবলৈ আৰম্ভ কৰিলে। তাৰেই ফল স্বৰূপে অসমত চলি থকা বিদেশী বহিষ্কৰণ আন্দোলনৰ নেতৃবৰ্গৰ লগত আলোচনা মৰ্মে বিভিন্ন ধৰণৰ স্বৰ্ত সাপেক্ষ এটি মীমাংসাত উপনীত হৈ ১৯৮৫ চনৰ ১৪ আগষ্টৰ মাজনিশা এখনি ঐতিহাসিক চুক্তিত উভয় পক্ষই স্বাক্ষৰ দান কৰে আৰু সেই চুক্তিৰ কথা প্ৰধান মন্ত্ৰী ৰাজীব গান্ধীয়ে ১৫ আগষ্টৰ দিনা স্বাধীনতা দিৱস উপলক্ষে দিল্লীত আয়োজিত বিশেষ সভাত আনুষ্ঠানিকভাৱে ঘোষণা কৰে। চুক্তি সম্পাদানৰ লগে লগেই ছবছৰীয়া অসম আন্দোলনৰো সফল পৰিসমাপ্তি ঘটে। কিন্তু আন্দোলন সমাপ্ত হলেও অসমৰ সমস্যা সমূহৰ সমাধান হবলৈ এতিয়াও বহুতো বাকী। এই খিনিতে এটি প্ৰশ্ন হয় যে ১৫ আগষ্টত সম্পাদিত সেই চুক্তিয়ে অসম আন্দোলনৰ পৰিসমাপ্তি ঘটালে সঁচা কিন্তু স্বদেশৰ হকে শত শত স্বহীদে প্ৰাণ আহুতি দিয়া সেই সুদীৰ্ঘ আন্দোলনৰ বিনিময়ত অসমৰ সংগ্ৰামী ৰাইজে কি পালে? এই প্ৰশ্নৰ উত্তৰ ডঃ হাজৰিকাদেৱৰ এটি গীতত পোৱা যায় এইদৰে—

"কিমান পালা নেপালা কিমান
হিচাপ নকৰিলা কোনো ক্ষতি নাই
আহিছে সময় গণনাৰো দিন
কৰিবা প্ৰকাশ কোনো ত্ৰাস নাই।"

গতিকেই এই চুক্তিৰ পিচতহে সেই আন্দোলনৰ বিনিময়ত সংগ্ৰামী ৰাইজে পোৱা নোপোৱাৰ হিচাপ-নিকাচ কৰাৰ মুক্ত পৰিবেশ আৰু উপযুক্ত সময় আহিছে বুলি মানিবই লাগিব। কাৰণ

সমস্যাৰ সমাধানেহে আন্দোলনৰ সাৰ্থকতা কঢ়িয়াই আনিব। সেয়ে অসমৰ বাইজৰ এতিয়া দায়িত্ব আৰু কৰ্তব্য বাঢ়িছে বুলিয়েই কব লাগিব।

উল্লেখযোগ্য যে ১৫ আগষ্টৰ সেই চুক্তি সম্পাদিত হোৱাৰ কিছুদিনৰ পিছতেই "জুয়ে পোৰা '৮৩" ত গণতন্ত্ৰক কবৰ দি গাদী দখল কৰা অসমৰ (অবৈধ?) মন্ত্ৰী সভাখনি কেন্দ্ৰীয় চৰকাৰে ভঙ্গ কৰি দি ১৬ ডিচেম্বৰ তাৰিখে অসমত নিৰ্বাচন অনুষ্ঠিত কৰিবৰ বাবে ঘোষণা কৰে। এই নিৰ্বাচনত অসমত নতুনকৈ গঠিত 'অসম গণ পৰিষদ' নামৰ আঞ্চলিক দলে মন্ত্ৰী সভা গঠনৰ সুযোগ পায়। এই খিনিতে এটা কথা সকলোৱেই স্বীকাৰ কৰিব লাগিব যে, অন্যায়-অবিচাৰৰ অৱস্থিতি কেতিয়াও দীৰ্ঘম্যাদী হব নোৱাৰে। সেয়ে, Domastheus এ কৈছে— "It is not possible to find out a lasting power upon injustice, perjury and treachery." অসম গণ পৰিষদৰ জয়ে তাকেই প্ৰমাণ কৰিলে আৰু অন্যায়-অবিচাৰৰ মাজতে ডুব গৈ থকা পূৰ্ববৰ্তী কু-শাসক সকলৰ পৰাজয়ৰ মূল কাৰণ সম্পৰ্কেও ড° হাজৰিকাদেৱৰ গীতেৰে এইদৰে উল্লেখ কৰিব পাৰি—

"পৃথিৱীতো নহয় প্ৰলয়ৰ আকাংখী
গণ মানস নহয় ধ্বংসৰ প্ৰয়াসী
অমিত সংকল্প প্ৰতিৰোধৰ পদাঘাতে
পাশৱিকতাৰ মৃত্যু মাথে।"

প্ৰথম বাৰৰ বাবে আঞ্চলিক দলে অসমত মন্ত্ৰী সভা গঠনৰ ক্ষেত্ৰত নতুন পুৰুষৰ বলিষ্ঠ ভূমিকাৰ কথা উল্লেখ কৰি ড° ভূপেন হাজৰিকাদেৱে ১৯৮৬ চনৰ ১৭ জানুৱাৰীত এটি নতুন গীত ৰচনা কৰিলে। গীতটিত তেখেতে এইদৰে লেখিছে—

"জয় জয় অসমৰ নতুন পুৰুষ
জয় জয় শ্বহীদ বাহিনী
পঁচাশীত লিখিলা ত্যাগেৰে তোমাৰ
মুক্তিৰ কাহিনী
.... .... .... ....

মহিমান এই ব্ৰহ্মপুত্ৰৰ
নদী-উপনদী পাহাৰ ভৈয়ামৰ মচিলা চকুপানী
.... .... .... ....

আজি জনগণে একতাৰে পাতে পৰিষদ
ৰাজ্য সভাত বিৰাজিলে ছাত্ৰ সভাসদ
উচ্চাৰি উদাৰ বাণী ।"

তাৰ বাহিৰেও অসম গণ পৰিষদ চৰকাৰৰ প্ৰতি আহ্বান জনাই লেখিলে— "অসমী আইক মোৰ সজাই তোলা
কৰি শান্তি সমন্বয়া বাণী ।"

উল্লেখযোগ্য যে ১৯৮৬ চনৰ বছৰটোৱে লোকশিল্পী ড° ভূপেন হাজৰিকাৰ সুখ্যাতি অৰ্জনৰ ক্ষেত্ৰত আৰু এখোজ আগবাঢ়ি যোৱাত অৰিহণা যোগাইছে। কাৰণ ভাৰতৰ কেন্দ্ৰীয় তথ্য আৰু অনাতাঁৰ বিভাগে তেখেতক তিনি বছৰৰ বাবে "প্ৰডিউচাৰ এমেৰিটাচ" হিচাবে স্বীকৃতি দিছে। এই স্বীকৃতিৰ সৌজন্যত অহা তিনিবছৰৰ ভিতৰত তেখেতে নিজৰ ইচ্ছা অনুযায়ী ভাৰতৰ যি কোনো অনাতাঁৰ কেন্দ্ৰৰ পৰা বিশেষ বিশেষ অনুষ্ঠান পৰিবেশন কৰিব পাৰিব। তাৰ বাহিৰেও ১৯৮৬ চনৰ জানুৱাৰী মাহত হোৱা এটি চুক্তি অনুযায়ী ভাৰতৰ দূৰ-দৰ্শনৰ জৰিয়তে প্ৰদৰ্শন কৰিব পৰাকৈ কেইবাটাও অসমীয়া গল্পৰ আধাৰত অসমীয়া ভাষাতেই কেইবাখনো চুটি চিত্ৰ নিৰ্মাণ কৰাৰ দায়িত্বভাৰ বহন কৰিব বুলি মান্তি হৈছে। প্ৰথম-মতেই ড° লক্ষ্মীনন্দন বৰাৰ "স্বীকাৰোক্তি" নামৰ গল্পটোৰ আধাৰত

দূৰ-দৰ্শনৰ বাবে চিন্ন নিৰ্মাণ কৰিবলৈ হাতত লৈছে।

কিন্তু এনেতে ১৯৮৬ চনৰ মাৰ্চ মাহৰ এটা বাতৰিয়ে সমগ্ৰ দেশবাসীক বৰ চিন্তিত কৰি তুলিছিল। কাৰণ কৰ্ম্মচঞ্চল ড° ভূপেন হাজৰিকাই কলা-সংস্কৃতিৰ পথাৰত কঠোৰ পৰিশ্ৰম কৰি থাকিলেও তেখেতৰ শাৰিৰীক অসুস্থতাৰ বাতৰি সততে শুনিবলৈ পোৱা নেযায়। কিয়নো তেখেতৰ ৰঙীয়াল মনটো যি দৰে সদা-য়েই সতেজ, সেই দৰে বলীষ্ঠ বীৰৰ দৰে নিপোটল চেহেৰাৰে সৈতে তেখেত এগৰাকী নিৰোগী স্বাস্থ্যৰো অধিকাৰী। কিন্তু বয়সৰ অনুপাতে পৰিশ্ৰমৰ মাত্ৰা অধিক হোৱাৰ বাবেই হয়তো এইবাৰ ড° হাজ-ৰিকাদেৱে একথিথিচ্ লৰেণজাইটিছ আৰু ব্ৰঙ্কাইটিছ ৰোগত আক্ৰান্ত হৈ পৰে। কলিকতাৰ বেলিভিউ নাচিং হোমত তেখেতৰ চিকিৎসাৰ ব্যৱস্থা কৰা হয় যদিও কেইদিমানৰ ভিতৰতে কিছু আৰোগ্য হোৱাত টালিগঞ্জত থকা তেখেতৰ নিজা বাস ভৱনলৈ অনা হয়। কিন্তু চিকিৎসক সকলে বিশেষ ভাৱিব লগীয়া একো হোৱা নাই বুলি কলেও অন্ততঃ ছমাহলৈ গান গাবলৈ নিষেধ কৰি দিয়াৰ উপৰিও মানুহৰ লগত কথা পাতিবলৈকো নিষেধ কৰি সম্পূৰ্ণৰূপে জিৰণী লবৰ বাবেও নিৰ্দেশ দি চিকিৎসা চলাই যাবলৈ পৰামৰ্শ দিছিল। এই সংবাদ সমগ্ৰ দেশতে বিয়পি যোৱাৰ লগে লগে পশ্চিমবঙ্গ আৰু সমগ্ৰ দেশৰ গুণমুগ্ধ অসংখ্য মানুহে তেখে-তৰ খবৰ লবৰ বাবে গৈ ভীৰ সৃষ্টি কৰিছিল। আনকি দেশ খনৰ বিভিন্ন ঠাইৰ পৰা সঘনে টেলিফোন, তাঁৰবাৰ্তা আৰু চিঠি পত্ৰৰো অন্ত নাইকিয়া হৈ পৰিছিল। ঠায়ে ঠায়ে প্ৰাৰ্থনা সভা আৰু মন্দিৰত পূজা দি তেখেতৰ আৰোগ্য কামনা কৰাৰ সংখ্যাও অলেখ। এনেকি সম্ভৱ হোৱা হলে নিজৰ আয়ুস কিছু দি হলেও কলাৰত্ন ড° ভূপেন হাজৰিকাক দীৰ্ঘজীৱি কৰি ৰাখিবলৈ ইচ্ছা প্ৰকাশ কৰা লোককো এই লেখকে লগ নোপোৱা নহয়। যি কি নহওক

কৰ্মচঞ্চল ড° হাজৰিকাদেৱে চিকিৎসকৰ এনে কঠোৰ নিৰ্দেশ অনু-সৰি বন্ধ কোঠাৰ ভিতৰতে নীৰৱে শুই-বহি থকাটোহে ৰোগতকৈ অধিক কষ্টদায়ক বুলি অনুভৱ কৰিলে। কিন্তু তথাপিতো উপায় নাই। অৱশ্যে বৈ নেথাকিল- বন্ধ কোঠাৰ ভিতৰতে তেওঁ সেই সময়ত কাগজ-কলম লৈ একান্ত মনেৰে গীত ৰচনাৰ কামত নিজকে ডুবাই ৰাখি সময়বোৰৰ সদ্ব্যৱহাৰ কৰিছিল। দেখা কৰি-বলৈ অহা ৰাইজৰ মাজত উশাহ বন্ধ হোৱা পৰিস্থিতিৰ পৰা হাত সাৰিবলৈ আৰু জল বায়ু পৰিবৰ্তন কৰাৰ মানসেৰে কলিকতাত তেনেকৈয়ে বিছি দিন নেথাকি অসমলৈ তেখেত গুছি আহিছিল। অসমলৈ আহি জানো তেখেত বন্ধ কোঠাৰ ভিতৰত বোবা হৈ বহি থাকিল? নিশ্চয় নহয়। গীত নেগালেও সমগ্ৰ অসমৰ ইমূৰৰ পৰা সিমূৰলৈ ঘূৰা ফিৰা কৰি বিভিন্ন কামত ব্যস্ত হৈ পৰিছিল।

১৯৮৬ চনৰ ফেব্ৰুৱাৰী মাহৰ ৯ তাৰিখে যোৰহাটৰ ইলি চিত্ৰ গৃহত অনুষ্ঠিত 'অল ইণ্ডিয়া প্ৰীমিয়াৰ শ্বো'ৰ জৰিয়তে মুক্তি পায় 'একপল' নামৰ এখনি হিন্দী বোলছবিয়ে, সংগীত পৰিচালক হিচাবে ড° ভূপেন হাজৰিকাদেৱে এই অনুষ্ঠানত উপস্থিত আছিল। পশ্চিম বঙ্গৰ প্ৰখ্যাত গল্প আৰু উপন্যাস লেখিকা শ্ৰীমতী মৈত্ৰেয়ী দেৱীৰ "একটি ক্ষণ" নামৰ এটি গল্পৰ আধাৰত আৰু অসমীয়া সংস্কৃতিৰ পটভূমিত এই 'এক পল' নামৰ হিন্দী ছবিখন কল্পনা লাজ-মীৰ নিৰ্দেশনাত নিৰ্মাণ কৰা হয়। ছবি খনত অসম আৰু মেঘালয়ৰ দৃশ্যৰ সংখ্যাই অধিক আৰু এই ছবিখনৰ প্ৰযোজক আছিল যোৰ-হাটৰ হেমেন বৰুৱা। উল্লেখযোগ্য যে, অসমত প্ৰথম বাৰৰ বাবে হিন্দী ছবি আনুষ্ঠানিকভাৱে শুভ মুক্তি দিয়াৰ উদ্দেশ্যে আয়োজিত এই অল ইণ্ডিয়া প্ৰীমিয়াৰ শ্বো'ৰ উদ্বোধন কৰে অসম আৰু মেঘা-লয়ৰ ৰাজ্যপাল শ্ৰীভীষ্ম নাৰায়ণ সিং ডাঙৰীয়াই। এই অনুষ্ঠানত ছবিৰ শিল্পী, পৰিচালিকা, সংগীত পৰিচালক আদি সকলোৱে

লগতে অসম বিধান সভাৰ দুগৰাকী বিধায়ক ক্ৰমে অভিজিত শৰ্মা আৰু দেৱ কুমাৰ বৰাও উপস্থিত আছিল। বিধায়ক শ্ৰীদেৱ কুমাৰ বৰাই ছবিখনৰ সংগীত পৰিচালক ড° ভূপেন হাজৰিকাক প্ৰশংসা কৰি কৈছিল— "এই জনা শিল্পীয়ে অসমীয়া সংস্কৃতিক বিশ্বৰ দৰবাৰত স্থাপন কৰিবৰ বাবে ওৰেটো জীৱন কাম কৰি আছিছে। আজি অসমৰ সংস্কৃতিক ব্ৰহ্মপুত্ৰৰে বোৱাই তেঁৱেই নি গংগাত পেলাইছে।" সঁচাকৈয়ে 'এক পল' নামৰ এই হিন্দী কথাছবিখনত ব্যৱহাৰ কৰা আঠাই কেইটা গীতৰ সুৰত অসমৰ বিয়া নাম, বিহু গীত, লোকগীত, ঝুমুৰ আদি থলুৱা সুৰ সংযোজন কৰিছে। গীতৰ কথাখিনি হিন্দী কিন্তু সুৰ হ'ল অসমৰ থলুৱা লোক সংগীতৰ। 'এক পল' ছবিখনৰ জৰিয়তেই অসমীয়া সুৰৰ লগতে সমগ্ৰ ভাৰতবৰ্ষৰ জন-সাধাৰণক পৰিচয় কৰাই দিয়াত ড° হাজৰিকাদেৱ সফল হৈছে। কাৰণ ছবিখনৰ কাহিনী ভাগ দুৰ্বল হলেও অসমৰ থলুৱা সুৰেৰে সজোৱা 'এক পল'ৰ সংগীত সমূহ ভাৰতবৰ্ষত বছৰৰ সৰ্বশ্ৰেষ্ঠ সংগীতৰ শাৰীলৈ আগবাঢ়ি গৈছে বুলিয়েই কব পাৰি। সেই কথা গীত কেইটাই অৰ্জন কৰা জন-প্ৰিয়তাই প্ৰমাণ কৰিছে। ইয়াৰ উপৰিও আন এটা কথা উল্লেখ-যোগ্য যে উল্লেখিত সেই প্ৰীমিয়াৰ শ্বো'ৰ আগ দিনা 'এক পল' ছবিখনত ব্যৱহাৰ কৰা গীত সমূহ সন্নিবিষ্ট হৈ থকা ছয়খন ৰেকৰ্ড নীলামত বিক্ৰী কৰি পোৱা মুঠ ৪০,০০০'০০ টকা আৰু লগতে প্ৰীমিয়াৰ শ্বো'ত সংগৃহীত সমুদায় ধন খিনি একেলগে মিলাই ড° হাজৰিকাদেৱৰ উদ্যোগত অসমৰ মুখ্য মন্ত্ৰীৰ সাহাৰ্য্য পুঁজিলৈ আগবঢ়োৱা হৈছে। তাৰোপৰি ইলি চিত্ৰ গৃহৰ মালিক শ্ৰীঅজিত সিং আৰু যোৰহাটৰ আন এগৰাকী মহিলায়ো সেই অনুষ্ঠানতে ৫০০১'০০ টকাকৈ মুখ্য মন্ত্ৰীৰ সাহাৰ্য্য পুঁজিলৈ দান দিয়ে।

মন কৰিব লগীয়া যে 'এক পল' কথা ছবিখনত ব্যৱহাৰ কৰা

গীত সমূহৰ এটা গীতো কোনো চৰিত্ৰই নিজৰ মুখেৰে গোৱা নাই। এয়া এক নতুন পদ্ধতি। সংগীত পৰিচালক হিচাবে ড° ভূপেন হাজৰিকাদেৱৰ মতে গীত বিলাক যাতে ছবিৰ কাহিনীৰ অগ্ৰগতিত অন্তৰায় নহয়, তালৈ লক্ষ্য ৰাখিয়েই এনে কৰা হৈছে। অপ্ৰয়োজনীয়ভাবে গীত ব্যৱহাৰ কৰি দৰ্শকক আমনি দিয়াৰ পৰিবৰ্তে গীত সমূহ পৰিচালকৰ মন্তব্য হিচাবে তেখেতে ব্যৱহাৰ কৰিছে। ড° হাজৰিকাৰ ভাষাত— "As a music director my philosopohy of music director in film is do not to dominate but to help the speed of the story. সংগীত পৰিচালক হিচাবে সেইখিনি স্বাধীনতা আছে বুলি ভাবোঁ কাৰণেই সেইটো 'এক পল'ত কৰিছোঁ। মই সংগীত বিলাক পৰিচালকৰ মন্তব্য হিচাবে ব্যৱহাৰ কৰিছোঁ। মই গীতি-সাহিত্য বিলাক সূত্ৰধাৰৰ মন্তব্য হিচাবে ব্যৱহাৰ কৰিছোঁ। এইটো Realism in musical literature also. We wanted to bring musical literature — I mean reality." বাস্তৱ ধৰ্মী চিন্তাধাৰাৰে ছবিত সংগীত ব্যৱহাৰ কৰাৰ নতুন পদ্ধতিক সৰ্বসাধাৰণ ৰাইজে কি দৰে আদৰি লয় সেয়া সময়ে নিৰ্ণয় কৰিব। অৱশ্যে এই পদ্ধতিৰ সমৰ্থনত বহুল ব্যাখ্যা দিয়াৰ স্থল নিশ্চয় আছে আৰু থাকিবও— কিন্তু বিপক্ষেও থাকিব পাৰে। সেয়া বিজ্ঞ সকলৰহে বিচাৰ্য বিষয়।

ইয়াৰ বাহিৰেও এই বছৰতে 'ময়ূৰী' আৰু 'মা' নামৰ দুখন অসমীয়া কথা ছবিৰো সংগীত পৰিচালনাৰ দায়িত্ব ড° ভূপেন হাজৰিকাই গ্ৰহণ কৰিছে। 'মা' ছবি খনৰ গীত সমূহৰ ৰচনাও ড° হাজৰিকাৰ নিজস্ব। 'মা' ছবি খনৰ বাবে তেখেতে ৰচনা কৰা এটি গীতত মাতৃ হৃদয়ৰ মহানতা আৰু বিশালতাৰ কথা উল্লেখ কৰি লেখিছে—

"আকাশ বিশাল
সাগৰ বিশাল
তাতোকৈও বিশাল
মাতৃ হৃদয় ।"

গীতটিৰ শেষত আকৌ লেখিছে—

"যি মাতৃয়ে আপোন সন্তানৰ
কিছু স্বীকৃতিও নেপায়
তেনে সন্তানে জীৱন মৰুত
শান্তি-সিন্ধু হেৰুৱায় ।"

পৃথিবীৰ মানচিত্ৰত প্ৰকৃতিৰ লীলাভূমি অসম খনক এখনি জংঘলী দেশ বুলি গণ্য কৰা হয় । এসময়ত ইয়াক যাদুমন্ত্ৰৰ দেশ বুলিও মন্তব্য কৰিছিল । সমগ্ৰ পৃথিৱীত ভ্ৰমণ কৰি থাকোঁতে বিভিন্ন ঠাইত এনে ধৰণৰ মন্তব্য শুনি তাৰেই প্ৰতিবাদত ড. হাজৰিকাদেৱে ১৯৮৬ চনৰ প্ৰথম ভাগতে এটি গীত ৰচনা কৰিছে । তেখেতৰ ভাষাত— "অসমৰ মানুহক ভাৰতৰ বাকীবোৰ প্ৰদেশত চিনিয়েই নেপায় । আজি ছবছৰ মানৰ পৰাহে অলপ চিনি পাইছে । অসমৰ মানুহক বাহিৰৰ মানুহে কয় "জংলী" । সেই খণ্ডতে লেখিছোঁ— "মোক জংলী জংলী দুনিয়াই কয়

জংঘলেই মোৰ ঘৰ
মুক্ত হাৱা মোৰ বন্ধু
নকল জীৱন মোৰ পৰ ।"

গীতটিৰ জৰিয়তে তেখেতে অসমৰ গৌৰৱোজ্জ্বল ঐতিহ্য আৰু জাতীয় শৌৰ্য বীৰ্যৰ পৰিচয় দি বিশ্ববাসীৰ ভ্ৰান্ত ধাৰণাক সলনি কৰিবলৈ চেষ্টা কৰিছে । তাৰোপৰি গীতটিত তেখেতৰ নিজৰ কথাকেই কোৱা যেন লাগিলেও গীতত ব্যৱহাৰ কৰা 'মই' বা 'মোৰ' বোলা শব্দ কেইটাই সমগ্ৰ অসম আৰু অসম বাসীৰেই প্ৰতিনিধিত্ব কৰিছে ।

কলাৰত্ন ড° ভুপেন হাজৰিকা অকল এগৰাকী আশাবাদী শিল্পীয়েই নহয়— তেখেত এগৰাকী আদৰ্শবাদী কবি-সাহিত্যিকো। জ্ঞানপিপাসু ড° হাজৰিকা এগৰাকী গভীৰ অধ্যয়ণ বিলাসী ব্যক্তি। তাৰ বাহিৰেও এই বিশাল বিশ্বৰ মুকলি পুথিখনৰ পৰাও জ্ঞান আহৰণ কৰাৰ ক্ষেত্ৰত অনুসন্ধিৎসু ড° হাজৰিকাদেৱক সদাব্যস্ত এক চিৰ ছাত্ৰ বুলিয়েই কব পাৰি। কাৰণ সমগ্ৰ বিশ্বৰ সকলো শ্ৰেণীৰ মানুহৰ পৰাই তেখেতৰ গীত আৰু গদ্যৰ উপকৰণবোৰ বিচাৰি বুতলি আনি মানুহৰ বাবেই তেখেতে কলা-সংস্কৃতিৰ চিন্তা-চৰ্চা কৰিব লাগিছে। অৱশ্যে ড° হাজৰিকাদেৱে কেৱল গীত সৃষ্টি কৰি সুৰৰ মায়াতেই বন্দী হৈ থকা নাই— গদ্য-সাহিত্যৰো বহল পথাৰ খনত মুকলি মনেৰে বিচৰণ কৰিছে। ভাৱ আৰু ভাষাৰ সহভাৱ বা মিলনতেই সাহিত্য সৃষ্টি হোৱাৰ দৰেই সাহিত্যৰ সহায়ত সকলোৰে সৈতে ভাৱৰ আদান প্ৰদানৰ মাধ্যমতেই সহভাৱ স্থাপন কৰাটো সহজ সাধ্য হৈ পৰে। সেই হেতুকেই ড° হাজৰিকাদেৱে নিজেই কৈছে— "সুন্দৰৰ পথাৰত খোজকাঢ়ি, লৰৰি, কেতিয়াবা এন্ধাৰত ভয়াবহ বোকা গছকিছোঁ— কেতিয়াবা ৰাইজে যচা সঁচা পদুমৰ সুঘ্ৰাণো সাৱটি লৈছোঁ। এই লৰৰাৰ বাটত প্ৰতি মুহূৰ্তৰ সংঘাতে মোক কিঞ্চিৎ অভিজ্ঞতা দিছে। বিৰাট এই সুন্দৰৰ গতিৰে যাযাবৰী জীৱনত আগুৱাওঁতে মই নিজকে চিৰ ছাত্ৰ বুলি ভাবি লৈছোঁ; লৈ, কেতিয়াবা সামূহিক সমস্যাৰ তথ্য বা বাতৰি পাই ৰাইজৰ সৈতে একেলগে কথা পতাৰ লোভ সামৰিব পৰা নাই। মাজে মাজে অসহায়তাত চিঞৰি ৰাইজক গোচৰো দিছোঁ— কি জানি বা সহায় পাওঁ সংগ্ৰামত। সেই বাবেই কেতিয়াবা কাপ হাতত লৈ, বিভিন্ন কাৰণত বিভিন্ন সময়ত গদ্য লেখিছোঁ। ........মোৰ গদ্যৰ সাহিত্যিক মূল্য কিবা আছে নে নাই সেইটো ভবা-চিন্তা মই সপোনতো কৰা নাই। ই মোৰ মুখ্য উদ্দেশ্য নহয়।

প্ৰকাশহে মুখ্য । মোৰ গদ্যেৰে বোধকৰো মই পঢ়ুৱৈৰ সৈতে কথাহে পাতিব খোজোঁ । হয়তো মই বিষয়বস্তুৰ 'ইমেজ' পঢ়ুৱৈৰ দৰ্শনেন্দ্ৰিয়ৰ নিচেই ওচৰলৈ লৈ যাব খোজোঁ। হয়তো 'মই'ৰ 'মই'টো 'আপুনি' হৈ যাওক, তাকে বাঞ্চা কৰোঁ । কথা পাতোঁতে উশাহ-নিশাহ যিখিনিতে লওঁ বা এৰোঁ তাতে দাৰি, কমা, ডেচ আদি দিওঁ— কথোপকথনৰ সময়ত গতানুগতিক ব্যাকৰণ নীতি জানো মনা হয় ? সেয়ে বোধকৰোঁ মোৰো গদ্যৰ বাক্য ৰচনাত ব্যাকৰণৰ সাধাৰণ ৰীতিৰ ব্যতিক্ৰম ঘটে । সি ইচ্ছাকৃত নহয়, স্বতঃস্ফুৰ্ত । সৰল বাক্যেৰে, সৰু কথাৰে, জটিল বিষয়ৰ প্ৰকাশ থকা গদ্য মোৰ প্ৰিয় ।" এয়াই হৈছে সু-সাহিত্যিক ড° হাজৰিকাদেৱৰ গদ্য ৰীতি আৰু সাহিত্য চৰ্চাৰ মূল লক্ষ্য আৰু উদ্দেশ্য । কিয়নো ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যদেৱৰ ভাষাৰে কবলৈ হ'লে— "সাহিত্য কেৱল ভাষা নহয়, উচ্চ আদৰ্শ আৰু সৌন্দৰ্যৰো বাহন ।" লগতে এইটোও উল্লেখযোগ্য যে সাহিত্য হৈছে ভাব-বিনিময় আৰু গণ-সংযোগৰো এটি শক্তিশালী মাধ্যম । যি কি নহওক সাহিত্য চৰ্চাৰ ক্ষেত্ৰত থকা অদম্য ইচ্ছা আৰু তেখেতৰ অপূৰ্ণ বাসনাৰ কথা উল্লেখ কৰি আন এঠাইত কৈছে— "মোৰ খুব ইচ্ছা আছিল সাহিত্যিক হোৱাৰ...... । ...মই সাহিত্য কৰিমেই । মই ক্ৰিয়েটিভ ৰাইটিং কৰিব খোজোঁ । গল্প উপন্যাস লেখাৰ প্ৰবল ইচ্ছা আছিল । পিচে অপূৰ্ণ বাসনা ।" তেখেতৰ এনে অপূৰ্ণ বাসনাৰ অন্তৰালত কেইবাটাও কথা বিশেষভাৱে লক্ষ্যণীয় । কিয়নো গদ্যতকৈ গীতৰ লগতহে ড° হাজৰিকাদেৱৰ ঘনিষ্ঠতা অধিক । সেই বিষয়েও তেখেতে কৈছে— "গীত লিখাহে মোৰ ব্ৰতপথ । মই গানেই গাব লাগিব । মোৰ মাধ্যমটোৱেই হ'ল গান । মোৰ দৰ্শনৰো মাধ্যম হ'ল গান । মই কথা কলে নহব, মই গাই দিব লাগিব ।

.........অশান্ত মনটোৱে ভাগৰ নললগায় । নতুন সুৰ বিচাৰি

উচ-পিচাই থাকোঁ। লেখা মই বেচি কৰিব পৰা নাই। কিন্তু তেওঁতে খৰ মাৰি সুবিধা কৰিব পাৰিলেই লেখিব খোজোঁ— অনু-প্ৰেৰণা লবলৈ আৰু অনুপ্ৰেৰণা বিলাবলৈ। আৰ্টে মানুহ মিলায়। আৰ্টে অহংকাৰ শুকায়।" প্ৰসঙ্গতঃ গায়ক গীতিকাৰ ডঃ ভূপেন হাজৰিকাদেৱে গদ্য সাহিত্যৰ তুলনাত গীতি-সাহিত্যৰ ক্ষেত্ৰতহে অতি নিবিড় ভাবে চিন্তা চৰ্চা কৰাৰ মূলতে এটা কথা স্বীকাৰ কৰিব লাগিব যে জন সংযোগৰ বাবে গদ্য সাহিত্যতকৈ সংগীতেই উৎকৃষ্ট মাধ্যম বুলি ভাবি লৈছে। কিয়নো এখন কিতাপ এবাৰত মাত্ৰ এজন লোকেহে অধ্যয়ন কৰিব পাৰে; কিন্তু এটা গীত একে লগে হেজাৰ হেজাৰ মানুহে শুনিব পাৰে। তাৰোপৰি বিভিন্ন ধৰণৰ কলা-কৌশল আৰু বাদ্য যন্ত্ৰৰ সহায়ত মনোমোহা কৰি তোলা সুৰ আৰু সংগীতৰ মাধুৰ্যই গীতৰ যুক্তিপূৰ্ণ কথাখিনি শুনিবলৈ মানুহক আগ্ৰহী কৰি তোলে আৰু সেই গীতত থকা অৰ্থপূৰ্ণ বক্তব্যৰ পৰা শ্ৰোতা জনতাই নতুনকৈ চিন্তা কৰাৰ কিছু সমল বিচাৰি পায়। অৱশ্যে ভাবৰ আদান প্ৰদানৰ ক্ষেত্ৰত জন-সংযোগৰ মাধ্যম হিচাবে কথাছবি, থিয়েটাৰ বা যাত্ৰাভিনয়ৰ অৰিহণাও বৰ কম নহয়। মুঠতে গণ সংযোগৰ মাধ্যম হিচাবে দৃশ্য আৰু শ্ৰব্য কলাই উৎকৃষ্ট মাধ্যম। ডঃ হাজৰিকাদেৱে নিজেও কৈছে— "দেশে বিদেশে মই গীতেৰে ক'ব খোজা কথাখিনি আৰু তাৰ বাহন হিচাবে ব্যৱহাৰ কৰা সুৰটোক জন সংযোগৰ মাধ্যম হিচাবে মানুহে ভাবে। Mass Communicationৰ এটা ডিগ্ৰীয়ে মোক কিমান সহায় কৰিছে, মই নাজানো। কিন্তু I want to Communicate the masses বুলিয়েই মই গৱে-ষণা কৰিছিলোঁ। অৱশ্যে মই সৰুৰে পৰা Massৰ (জনতাৰ) মাজতেই গীত গাই আহিছো।.......কিয়নো যুগে যুগে অৰ্থপূৰ্ণ সংগীতে সমাজ পৰিবৰ্তনত সহায় কৰি আহিছে— ৰাইজক ভবাই

তুলি। তবাই তোলা কথাটোৰেই তাণ্ডৱ অবিহণা।"

গণতন্ত্ৰত বিশ্বাসী মানৱতাবাদী সাহিত্যিক ৱাল্ট হুইটমেনৰ মতেও মানুহৰ সকলোবোৰ কলা-শৈলীৰ ভিতৰত সংগীতেই সৰ্বাতোকৈ শ্ৰেষ্ঠ। তাৰোপৰি হুইটমেনে এই কথাও সুন্দৰকৈ অনুভৱ কৰিছে যে— সংগীতক প্ৰশংসা কৰিবলৈ হলে নিজৰ অন্তৰতো শিল্পী সুলভ সাংগীতিক অনুভূতি থাকিব লাগিব। তাকেই পণ্ডিত হুইটমেনে এইদৰে কৈছে— "Music is above all things, the art of the common man. If we have no musical soul of ours own how can we appreciate the manifestation of the musical souls of others ?"

সাধাৰণতে গীত আৰু কবিতাৰ মাজতো এক নিকটতম সম্বন্ধ সদায় বিৰাজমান। কাৰণ গীত আৰু কবিতাৰ ৰচনা পদ্ধতি প্ৰায় একেই। যিবোৰ কবিতাত সুৰ সঞ্চাৰ কৰি সংগীতলৈ ৰূপান্তৰিত কৰিব পৰা যায় সেইবোৰেই হৈছে গীতি-কবিতা। অৱশ্যে গীতিকাৰ সকলে গীত ৰচনা কৰাৰ সময়ত সুৰ সঞ্চাৰণৰ কথাটো মনত ৰাখিহে শব্দবোৰ বহুৱাই গীত ৰচনা কৰে। কিন্তু কবিয়ে সুৰৰ কথা নেভাবে ভাৱৰ অভিব্যঞ্জনালৈ লক্ষ্য ৰাখিহে শব্দবোৰ সুন্দৰকৈ সজায়। যিহেতু কবিতা হৈছে এবিধ বিশেষ ধৰণৰ শব্দ-কলা। কিন্তু এটা কথা কৈ থব পৰা যায় যে প্ৰত্যেকটো কবিতাই একোটা গীত নহয়; কিন্তু প্ৰত্যেকটো গীতেই একো একোটা কবিতা। সেই ফালৰ পৰা চাবলৈ গলে গীতি-সাহিত্যৰো কবিতাৰ সমানেই সাহিত্যিক মূল্য আছে। অৱশ্যে আধুনিক কবিতাৰ কথা অলপ সুকীয়া। কাৰণ আধুনিক কবিতাৰ নামত যি ধৰণৰ কলা-কৌশলেৰে শব্দৰ কচৰৎ কৰা হয় তাৰ অৰ্থ সৰ্বসাধাৰণ পাঠকৰ বাবে প্ৰায়েই দুৰ্বোধ্য হৈ পৰা যেন লাগে। অৱশ্যে দুৰ্বোধ্য হলেও আধুনিক কবিতাৰো সাহিত্যিক

মূল্য নথকা নহয়। এটা কথা এইখিনিতে উল্লেখযোগ্য যে সহজবোধ্যতাইহে সাহিত্যৰ বক্তব্যক পঢ়ুৱৈ সকলৰ হৃদয়ৰ নিচেই ওচৰ চপাই নিয়ে, উপলব্ধিত সহায় কৰে। উল্লেখযোগ্য যে পৃথিবীৰ বিভিন্ন স্তৰৰ কবি সকলৰ মতামত উল্লেখ কৰি ড° ভূপেন হাজৰিকাদেৱেও আধুনিক কবিতা সম্পৰ্কে কৈছে— "দুৰ্বোধ্যতা', আধুনিক কবিতা জগতৰ অগ্ৰগতি নহয় বুলি পৃথিবীৰ বহুতো আধুনিক কবিয়ে মত প্ৰকাশ কৰিছে।"

প্ৰকৃতাৰ্থত কবিতাৰ মূল উপাদান আৰু কবিতাৰ স্থায়ীত্বৰ বিষয়ে আলোচনা কৰি সু-সাহিত্যিক শ্ৰীযজ্ঞেশ্বৰ শৰ্মাদেৱে লেখিছে — 'কাব্যত ঘাইকৈ তিনিটা উপাদান থাকে— সংগীত, চিত্ৰ আৰু চিন্তা। সৰহভাগ কাব্যত এই তিনিটা উপাদান একেলগে পাবলৈ আশা কৰিব নোৱাৰি।" তেখেতে আকৌ কৈছে— "কাব্যৰ স্থায়ীত্ব নিৰ্ভৰ কৰে ভাবব্যঞ্জকতা, শ্ৰুতিমধুৰতা, বিশ্বজনীনতা আদি সমষ্টিগত অনেক গুণৰ ওপৰত।" প্ৰসঙ্গত: লক্ষ্যণীয় যে ড° হাজৰিকাদেৱৰ প্ৰায়বোৰ গীত আৰু কবিতাত উপৰত উল্লেখিত আটাইকেইটা উপাদান আৰু গুণাগুণৰ সমাবেশ ঘটিছে সফল ভাৱেই। তাৰ বাহিৰেও তেখেতৰ লেখা বা ৰচনা সমূহৰ মাজেদি বিশ্ব আৰু স্বদেশৰ প্ৰতি থকা শ্ৰদ্ধা আৰু পৃথিবীৰ মানুহৰ আশা-আদৰ্শ দুখ-বেদনা আদি সকলোখিনি স্পষ্টৰূপে প্ৰকাশ পাইছে। আধুনিক যুগৰ বিশ্ব-মানৱৰ হৃদয়ৰ সুৰ ঢালি সহস্ৰ শিল্পী কণ্ঠৰ লগতে অসমৰ আচহুৱা লোককণ্ঠ মিহলাই লৈ যতিবিহীন গতিৰে যিখিনি সৃষ্টি কৰি আহিছে সেই খিনিয়ে আজি বিশ্বৰ মহাসভাত অকল অসমীয়া জাতিৰেই নহয় সমগ্ৰ ভাৰতীয়ৰ প্ৰতিনিধিত্ব কৰিবলৈ সক্ষম হৈছে।

ইমানতে উল্লেখযোগ্য যে ড° হাজৰিকাদেৱৰ গীতৰ বক্তব্য আৰু সুৰৰ মাধুৰ্য্যই দেশ-বিদেশৰ সকলো মানুহকেই মুগ্ধ কৰিবলৈ

সক্ষম হৈছে। সেই বাবেই তেখেতৰ যিবোৰ গীতে সাৰ্বজনীন চিন্তাধাৰা বহন কৰি আছে তেনে বহুতো গীত ভাৰতৰ বিভিন্ন প্ৰান্তীয় ভাষালৈ ৰূপান্তৰিত কৰাৰ উপৰিও বিশ্বৰ বিভিন্ন দেশীয় ভাষালৈও অনুবাদ কৰা হৈছে। এনেকি অসমৰ বিভিন্ন জাতি-উপজাতিৰ গোষ্ঠীগত ভাষা— যেনে কাৰ্বি, বড়ো, মণিপুৰী আদি ভাষালৈও অনুদিত হৈছে। এই ক্ষেত্ৰত উল্লেখযোগ্য যে তেখেতৰ অধিকাংশ গীতেই বেঙ্গলী ভাষালৈ ৰূপান্তৰ কৰা হৈছে। কাৰণ প্ৰতিবছৰে শাৰদীয় দুৰ্গা পূজাৰ সময়ত কেইবাটাও তেখেতৰ অসমীয়া মূল ৰচনাৰ পৰা বেঙ্গলীলৈ ৰূপান্তৰ কৰা গীত সন্নিবিষ্ট কৰি এৰেকোখনকৈ ৰেকৰ্ড শ্ৰোতা সমাজলৈ উপহাৰ হিচাবে আগবঢ়াই আহিছে। সেই দৰেই ১৯৮৬ চনৰ শাৰদীয় দুৰ্গোৎসৱ উপলক্ষে ৯টা অসমীয়া গীত বেঙ্গলী ভাষালৈ ৰূপান্তৰ কৰি এখন ৰেকৰ্ড এইচ, এম, ভিৰ জৰিয়তে প্ৰকাশ কৰা হৈছে। গীত সমূহ অনুবাদ কৰিছে শ্ৰীহেমাঙ্গ বিশ্বাস আৰু শ্ৰীমিণ্টু মুখোপাধ্যায়ে। ইয়াৰ বাহিৰেও আফ্ৰিকাৰ বৰ্ণ-বিদ্বেষজনিত সাম্প্ৰতিক ঘটনাৱলীৰ ওপৰত শ্ৰীশিৱপ্ৰসাদ বন্দোপাধ্যায়ে ৰচনা কৰা "We shall over come" বোলা গীতটো শ্ৰীহেমাঙ্গ বিশ্বাসে অনুবাদ কৰি দিয়াত ডঃ হাজৰিকা-দেৱে সেই গীতটোত সুৰাৰূপ কৰি ৰেকৰ্ডখনৰ জৰিয়তে শ্ৰোতা জনতালৈ আগবঢ়াইছে।

সাধাৰণতে গীতৰ ভাৱাৰ্থ আৰু জনপ্ৰিয়তা যিমানেই নেথাওক কিয়— আমাৰ দেশত কিন্তু গীতি-সাহিত্যক লৈ এতিয়ালৈকে বিশেষ ধৰণৰ কোনো চিন্তা-চৰ্চ্চা ভালকৈ হোৱা নাই; হৈছে যদিও বৰ সামান্য ৰূপেহে। সেই বাবেই ডং ভূপেন হাজৰিকাদেৱে কৈছে— "আধুনিক অসমীয়া সাহিত্যিক বুৰঞ্জীবিদ সকলে সুস্থ আৰু অৰ্থপূৰ্ণ গীতি-স্যহিত্যৰো বহু সময়ত সাহিত্যিক মূল্যাঙ্কন কৰিবলৈ কুণ্ঠাবোধ কৰা আমাৰ চকুত পৰে। কিয় ই মান

হানিকৰ কাৰ্য নেকি ? কিয় ? গীতি-সাহিত্য "অশুদ্ধ" সাহিত্য আৰু বাকীখিনি "বিশুদ্ধ" সাহিত্য বুলি নেকি ? গীতৰ বেয়াও বেয়া, কবিতাৰ বেয়াও বেয়া, গদ্যৰ বেয়াও বেয়া। পিচে ভাল খিনি, শক্তিশালীখিনি, সুন্দৰখিনিয়ে কি দোষ কৰিলে ?" ইয়াৰ লগতে স্বাৰ্থক গীতিকাৰ যথাক্ৰমে শঙ্কৰদেৱ, বিদ্যাপতি, তুলসী দাস, ৰবীন্দ্ৰ নাথ, জ্যোতিপ্ৰসাদ, নজৰুল আৰু চাৰ্ল চেগুৱাৰ্গৰ কথা উল্লেখ কৰি ড° হাজৰিকাদেৱে কৈছে— "তেওঁলোকে 'অশুদ্ধ' বা 'অসুস্থ' মাধ্যম বুলি জানো গীত লেখা আৰম্ভ কৰিছিল ?" তাৰোপৰি, গীতি-সাহিত্যৰ কৃতী সাহিত্যিক ড° ভূপেন হাজৰিকা-দেৱে আকৌ কৈছে— "আধুনিক গদ্যত বা কবিতাত গীতিময়তা বা Lyricism যদি থাকিব পাৰে তেন্তে Lyric অত সাহিত্যিক মূল্য নেথাকিব কিয় ? কবিতাৰ উপলব্ধিও ৰূপময়, গীতি-সাহিত্যৰো সেয়ে। গীতৰ উপলব্ধি আবেগজড়িত ; কবিতাৰো। দুয়োৰে আবেদন প্ৰধানত: হৃদয়ৰ নিচেই কাষত। কবিতাৰ উপ-লব্ধি সকলো সময়তে ব্যক্তিগত অথচ সাৰ্বজনীনো। ......"আবেগ সঞ্চাৰৰ কাৰণে ঠিক কবিতাৰ দৰেই গীতি-সাহিত্যতো প্ৰয়োজন এটি বিশেষ ব্যক্তিৰ অতীত, বৰ্তমান বা ভৱিষ্যত মনোভঙ্গীৰ সংমিশ্ৰন আৰু সেই মনোভঙ্গীৰ সৈতে সহস্ৰ ব্যক্তিয়ে নিজক বিচাৰি পাব বুলি আশা কৰিয়েই সঁচা গীতিকাৰে গীত লেখে। সেয়ে হয় সাৰ্বজনীন সংগীত।"

ইমানতে এটা কথা স্বীকাৰ্য যে গায়ক-গীতিকাৰ ড° ভূপেন হাজৰিকাৰ কবিতা প্ৰেমৰ বিষয়ে বিশিষ্ট গল্পকাৰ নিৰোধ চৌধুৰীৰ কলমৰ পৰা জানিব পৰা মতে "চিক্‌মিক্ বিজুলী" কথাছবিখনৰ কাম সমাধা কৰি কলিকতাৰ পৰা গুৱাহাটীলৈ উভতি অহাৰ আগদিনা শ্ৰীচৌধুৰীদেৱে কিছু বজাৰ কৰিছিল। বজাৰৰ তালিকাত সদ্য প্ৰকাশিত দুখন কবিতাৰ কিতাপো আছিল— এখন ৰাষ্ট্ৰসংঘৰ

সচিব প্ৰধান হেমাৰশ্বিল্ডৰ আৰু আনখন ইভয়েটংকুৰ । সেইদিনা ৰাতি প্ৰায় এক বজালৈকে কথা পাতি দুয়ো বিচনালৈ গৈছিল । গল্পকাৰ শ্ৰীচৌধুৰীদেৱে অভ্যাস বশতঃ ৰাতি টোপনি গৈছিল । কিন্তু ড° ভূপেন হাজৰিকাই ? তেখেতে গোটেই ৰাতিটো হেমাৰশ্বিল্ডৰ কবিতাখিনি পঢ়ি শেষ কৰিছিল । অকল পঢ়ি শেষ কৰাই নহয়, ভাল লগা কবিতাবোৰ তেখেতে ৰাতিটোৰ ভিতৰতে অসমীয়ালৈ অনুবাদ কৰি পেলাইছিল । ৰাতিপুৱা সাৰ পাই শ্ৰীচৌধুৰীদেৱে দেখে যে কাগজ অলপমান হাতত লৈ ড° হাজৰিকা-দেৱে কোঠাটোৰ ভিতৰতে অহা যোৱা কৰি অধীৰ অপেক্ষাৰে সময় কটাই আছে । উদ্দেশ্য শ্ৰীচৌধুৰীদেৱে সাৰ পাই উঠাৰ লগে লগে „বিনীদ্ৰ ৰজনী কটাই অনুবাদ কৰা কবিতাখিনি পঢ়ি শুনাব আৰু ভবাৰ দৰেই অনুদিত কবিতা কেইটা তেখেতে শুনালেও । তাৰে কিছুমান কবিতা 'অসম বাণী' আৰু 'আমাৰ প্ৰতিধ্বনি' ত প্ৰকাশ কৰা হৈছিল । এই দৰেই গীতিকবি ড° ভূপেন হাজৰিকা-দেৱে বিদেশী সাহিত্যৰ পৰাও ভালৰ ভালখিনি বুতলি আনি অস-মীয়া সাঁচত গঢ় দি অসমীয়া ভাষা সাহিত্যৰ ভঁৰালটো টনকীয়াল কৰাৰ ক্ষেত্ৰত বহুতো বিনীদ্ৰ ৰজনী অতিবাহিত কৰি সদায়েই অৰিহণা যোগাই আহিছে । প্ৰকৃততে তেখেতৰ জীৱনটোৱেই হৈছে সুদীৰ্ঘ সংগ্ৰামেৰে ছন্দময় এটি গীতি—কবিতাহে যেনিবা.... ।

০০০০

# পঞ্চদশ অধ্যায়

বিশ্বৰ বিভিন্ন প্ৰান্তত সময়ে সময়ে এজো এজোজন কালজয়ী মনীষীৰ আবিৰ্ভাব হয়— যাৰ বিশাল ব্যক্তিত্বসম্পন্ন জীৱনাদৰ্শ আৰু মহত্বপূৰ্ণ অবদান খিনিয়ে সেই দেশৰ জাতীয় জীৱনক সমৃদ্ধিশালী আৰু গৌৰৱময় কৰি তোলে। প্ৰকৃততে পৃথিৱীৰ মান-চিত্ৰত কোনো এখন দেশৰ পৰিসীমাৰ বিস্তৃতি যিমানেই আহল-বহল নহওক কিয়— সেইটো কোনো গুৰুত্বপূৰ্ণ কথা নহয়। কিন্তু দেশ এখন সৰু হলেও তাৰ কিমানজন কৃতী ব্যক্তিৰ জীৱন-কীৰ্তিয়ে সেই সমাজখনক বা জাতিটোক কি দৰে আৰু কিমানখিনি মহীয়ান কৰি তুলিব পাৰিছে সেইটোহে বিশেষভাবে বিচাৰ্য আৰু তাৎপৰ্যপূৰ্ণ বিষয়। এই বিষয়ে পণ্ডিত জৱাহৰলাল নেহেৰুৰ ভাষাৰে কবলৈ গ'লে— "A country is big not because it is big in the map; but it has big people; big minds and hearts."

সেই ফালৰ পৰা অসম তথা সমগ্ৰ ভাৰতবাসীকেই ভাগ্যবান বুলিয়েই কব লাগিব। কাৰণ লুইতৰ পাৰৰ ক্ষণজন্মা কলাদিত্য ড° ভূপেন হাজৰিকাদেৱক লৈ আজি অকল অসমেই নহয় সমগ্ৰ ভাৰতবৰ্ষই গৌৰব অনুভৱ কৰিব লাগিছে। বিশেষকৈ অসমীয়া জাতিৰ কোনো এক পৰম সৌভাগ্যৰ ফলতহে এইগৰাকী আজন্ম শিল্পীয়ে অসমৰ বুকুত অসমীয়া হৈ জন্ম গ্ৰহণ কৰি 'ভাল ভাৰতীয়' হৈ আজি বিশ্ববৰেণ্য মহৎ শিল্পীৰ শাৰীত এখনি সুযোগ্য আসন

অধিকাৰ কৰিছে। সেই হেতুকেই ড° হাজৰিকাৰ গীতৰ ভাষাৰে—

"বহাগ মাথোঁ এটি ঋতু নহয়

নহয় বহাগ এটি মাহ" বুলি কোৱাৰ দৰেই ড° ভূপেন হাজৰিকাও কোনো এক নিৰ্দ্দিষ্ট পৰিসীমাৰ ভিতৰতে কেন্দ্ৰীভূত হৈ থকা এগৰাকী মাথোঁ সংগীত-শিল্পীয়েই নহয়— সাময়িক আৰু সামূহিক প্ৰসঙ্গক লৈ সকলো সময়তে ব্যস্ত হৈ থকা ড° হাজৰিকা-দেৱ সৰ্বতোমুখী কৃতিত্বৰে কীৰ্তিমান এগৰাকী কালজয়ী কলাকাৰ বুলিয়েই কব পৰা যায় আৰু সেই হেতুকেই বছৰৰ লেখেৰে আৱৰ্ত্ত-মান তেখেতৰ জীৱনটোও কিছুমান সময়ৰ সমষ্টি নহয়— বৈচিত্ৰ-তাৰে ছন্দময় তেখেতৰ কৰ্মচঞ্চল জীৱনটোৱেই যেন এটি সুৰময় গীতি-কবিতাহে।

প্ৰসঙ্গত আন এটা কথা মন কৰিবলগীয়া যে— সাধাৰণতে আমাৰ সমাজত যি কোনো প্ৰতিভাশালী মানুহে নিজৰ কৰ্মক্ষেত্ৰত অনিচ্ছাকৃতভাবেই হৈ যোৱা ভুল-ত্ৰুটীবোৰহে সমাজৰ দাপোনত জীৱিত কালতেই নিজ চকুৰে দেখিবলৈ পায়; কিন্তু তেওঁৰ জীৱনৰ মহান আদৰ্শ আৰু অৱদানৰ দ্বাৰা সেই সমাজখনে বা জাতিটোৱে কিমানখিনি সমৃদ্ধি লাভ কৰিলে তাৰ কোনো অবিকৃত প্ৰতিবিম্ব সমাজৰ দাপোনত প্ৰতিফলিত হোৱাটো জীৱদ্দশাত কোনেও দেখি-বলৈ নেপায়। এই ক্ষেত্ৰত ড° হাজৰিকাদেৱ কিছু ব্যতিক্ৰম। জন সমাজৰ দাপোনত তেখেতে নিজৰ কৰ্মময় জীৱনৰ প্ৰতিবিম্ব আজি নিজেই চাবলৈ পাইছে। সেই বাবেই তেখেত সৌভাগ্যবান আৰু সেয়াই তেখেতৰ সাফল্য। এই বিষয়ে ড° হাজৰিকাদেৱে নিজেই কৈছে- "মানুহে নিজক চিনিব পাৰে তেতিয়াহে, যেতিয়া তেওঁৰ কৰ্ম সমূহৰ মাজত তেওঁৰ প্ৰতিবিম্ব পৰে। মানুহৰ কৰ্মই হ'ল মানুহৰ আয়না। সেই আয়নাতহে নিজকে দেখে। মই নিজকে চিনিবৰ চেষ্টা কৰি আছোঁ, অলপহে সফল হৈছোঁ যেন লাগে।"

মন কৰিবলগীয়া যে সাম্প্ৰতিক কালৰ উদীয়মান সংগীত শিল্পী, নিষ্ঠাবান সাংস্কৃতিক কৰ্মী আৰু প্ৰগতিবাদী নতুন পুৰুষ সকলে তেওঁলোকৰ সাধনা আৰু সংগ্ৰামৰ ক্ষেত্ৰত কলাৰত্ন ড° ভূপেন হাজৰিকাদেৱকেই এগৰাকী অনুকৰণীয় আদৰ্শৰ প্ৰতীক আৰু সুযোগ্য পথিকৃৎ বুলিয়েই ভাবি লৈছে। সেয়ে, তেখেতৰ মহত্বপূৰ্ণ সৃষ্টিৰাজিৰ মাজত অন্তৰ্নিহিত হৈ থকা অভূতপূৰ্ব কলা-কৌশল সমূহৰ অৱলম্বনত তেওঁলোকেও নিজে নতুন নতুন পদ্ধতিৰে গীত ৰচনা আৰু সংগীত পৰিবেশনৰ ক্ষেত্ৰত সাধনা কৰিবৰ বাবে এক নতুন দিগন্তৰ সন্ধান পাইছে— প্ৰগতিৰ পথত সংগ্ৰাম কৰি কৰি আগুৱাই যাবৰ বাবে অনুপ্ৰাণিতও হৈছে। যিহেতু ড° হাজৰিকা-দেৱে প্ৰাচীনত্বৰ গণ্ডীভেদ কৰি নানা পৰীক্ষা-নিৰীক্ষাৰ সহায়ত সংগীতৰ আংগিক বিষয়বস্তুৰ মাজত অভিনৱত্ব সৃষ্টিৰ ক্ষেত্ৰত যথেষ্ট সাৰ্থকতা অৰ্জন কৰিব পাৰিছে— কিন্তু পুৰণি স্বকীয়তা অৰ্থাৎ ঐতিহ্যমণ্ডিত মৌলিকতাৰ অনিষ্ট সাধনেৰে নহয়— সময়ো-পযোগীকৈ ৰুচিসন্মতভাৱে পুৰণি খিনিকেই তেখেতে নতুনকৈ সজাইছে। শিল্পী হিচাবে ড° ভূপেন হাজৰিকাদেৱৰ জীৱনত এই-টোকেই এটি লেখত লবলগীয়া সংগ্ৰাম বা বিপ্লৱ বুলিয়েই কব পৰা যায়। সংগ্ৰাম বা বিপ্লৱ মানেই সংঘৰ্ষ নহয়— মানুহে ধৰা পুৰণিৰ ঠাইত যুগৰ উপযোগীকৈ সময়ৰ দাবী পূৰণ কৰিবৰ বাবে যি নতুন প্ৰচেষ্টা বা প্ৰক্ৰিয়া চলোৱা হয় সেয়াই বিপ্লৱ। উল্লেখ-যোগ্য যে— সমাজত প্ৰাচীন কালৰে পৰা গড্ডালিকা প্ৰবাহৰ দৰেই চলি থকা কু-সংস্কাৰ বা চলাই থকা অন্যায়-অবিচাৰৰ বিৰুদ্ধে 'নিয়ম ভঙাৰ নিয়মেৰেই' ডঃ হাজৰিকাদেৱে সদায় বলীষ্ঠ পদ-ক্ষেপেৰে আগুৱাই যাবলৈ চেষ্টা কৰি আহিছে। গীত আৰু গদ্যৰ মাজেদি যুক্তিবাদী স্পষ্ট ভাষাৰে প্ৰায়েই তেখেতে ইতিবাচক সমা-লোচনা কৰাৰ লগতে উত্তৰণৰ বাবেও যথাযোগ্য পথ প্ৰদৰ্শন

মকৰাকৈ থকা নাই।

উল্লেখযোগ্য যে, লোক-সংগীতৰ সুৰৰ সাধক ড° ভূপেন হাজৰিকাদেৱে তেখেতৰ গীত সমূহত সুৰ সঞ্চাৰ কৰাৰ সময়ত প্ৰায়েই থলুৱা লোক-সংগীতৰ পুৰণি সুৰৰ সৈতে নতুনত্বৰ সংযোজনেৰে অধিক জনপ্ৰিয়তা অৰ্জন কৰা দেখা যায়। এই সন্দৰ্ভত শ্ৰীকমল শৰ্মাই সোধা এক প্ৰশ্নৰ উত্তৰত ড° হাজৰিকাদেৱে সেই কথা স্বীকাৰ কৰি কৈছে— "......মই গোৰাৰ নহয়। যেনেকৈ এখন মেখেলা আজিৰ ছাৱালীয়ে পিন্ধোতে কিংখাপ নাথাকে, কিন্তু অসমীয়া ফুল এটা থাকে, অথচ কাপোৰটোত জাপানী ফেব্ৰিকো থাকে। এইটো একো মহাভাৰত অশুদ্ধ হোৱা কথা নহয়। এইটো এটা ৰূপান্তৰ। গতিকে আমাৰ গীত বিলাকৰ ক্ষেত্ৰতো আমি পৰীক্ষামূলক (experimental) গীতিকাৰহে, কিছুমানত সফলতা লভিছোঁ, কেতিয়াবা বিফলো হৈছোঁ।" এয়াই হৈছে তেখেতৰ সময়োপযোগী সচেতনতাৰে পৰিপুষ্ট কলাসন্মত নীতি আৰু স্বকীয় আদৰ্শ। প্ৰসঙ্গত: উল্লেখযোগ্য যে আমেৰিকাৰ এগৰাকী ভদ্ৰ মহিলাই লোকশিল্পী ড° হাজৰিকাৰ লোক সংগীত শুনি অভিভূত হৈ শিল্পী গৰাকীৰ ব্যক্তিগত পৰিচয়ৰ বিষয়ে জানিব বিচৰাত আমেৰিকাবাসী এগৰাকী অসমীয়াই উত্তৰ দি কৈছিল—

"Could you compare with another artist from any other part of India? I could not dare.

There may be a singer, or a composer elsewhere. But, I doubt, there will be another Bhupen Hazarika with all those talents in one person as writer, composer, singer, movie maker, director, politician, social worker, literary genuine, editor and cultural harbinger. His varsity is rare, might

be exception. He is almost every walks of life. It is to say where is not."

সঁচাকৈয়ে কলা-কৃষ্টি, সাহিত্য-সংস্কৃতি, ৰাজনীতি আদি কোনো ক্ষেত্ৰতেই কলাৰত্ন ড° ভুপেন হাজৰিকাদেৱে হাত নিদিয়াকৈ থকা নাই। এই সন্দৰ্ভত তেখেতে নিজৰ বিষয়ে এইদৰে কৈছে— "গোটেই পৃথিবীত হাবাথুৰি খাই যেন নকৰা কামকে কৰিছোঁ। নিজে উভতি চালে নিজৰ জীৱনটোলৈ শেষ নোহোৱা সপোন সপোন যেন লাগে। কিন্তু ঈশ্বৰক যেন কব পাৰোঁ —মই কি নকৰিলোঁ— কি কি কৰি-বলৈ আৰু বাকী ৰ'ল তাৰ বাবে যেন আক্ষেপ নেথাকে। কি কৰিলোঁ তাৰ বাবেও ভাবিবলৈ নাই। —কালিৰ ভুলে, সংকট বিলাকে 'অৰ্থাৎ "সংঘাতে আনে মোৰ প্ৰশান্ত সাগৰত প্ৰগতিৰ নতুন দিগন্ত।' সেয়াই মূল মন্ত্ৰ মোৰ জীৱনৰ।" কিন্তু পৃথিৱীত কোনো মানুহেই নিজে বহুতো কৰিলো বুলি কেতিয়াও আত্মসন্তুষ্টি লাভ কৰিব নোৱাৰে। কাৰণ মানুহৰ জীৱনত কৰা কামতকৈ নকৰা বা কৰিব নোৱাৰা কামৰ পৰিমাণেই অধিক। সেয়ে ড' হাজ-ৰিকাদেৱে তেখেতৰ কৰ্মময় জীৱনত এতিয়ালৈকে যিখিনি অৱদান আগবঢ়াইছে সেয়া অৱশ্যে যথেষ্ট হলেও সম্পূৰ্ণ নহয়। তাৰ তুলনাত অধিক কাম কৰিবলৈ বাকী আছে। কিন্তু এটা কথা নকৈ নোৱাৰি যে— এজন মানুহে কিছুমান বছৰৰ লেখেৰে সীমাবদ্ধ এটা জীৱনত ড° হাজৰিকাদেৱৰ দৰে ইমানবোৰ কাম কৰাটোও সম্ভৱ নহয়। তেখেত নিজে এগৰাকী জিৰণী বিহীন এক কৰ্মপ্ৰিয় ব্যক্তি হোৱা বাবেইহে ইমানবোৰ কাম কৰাটো সম্ভৱপৰ হৈ উঠিছে। এই ক্ষেত্ৰত আন এটা কথাও উল্লেখ কৰিব পৰা যায় যে কোনো নিৰ্দ্দিষ্ট গণ্ডীবদ্ধ পাৰিবাৰিক দায়-দায়িত্ব আৰু দাম্পত্য জীৱনৰ পৰা বন্ধনমুক্ত হৈ থকাৰ বাবেই হয়তো কলা-সংস্কৃতিৰ পৱিত্ৰ বেদীত ড° হাজৰিকাদেৱে নিজকে সম্পূৰ্ণৰূপে উচৰ্গা কৰিব পাৰিছে।

অৱশ্যে কবি-সাহিত্যিক, শিল্পী-দাৰ্শনিক সকলকে আদি কৰি দেশ আৰু দহৰ সেৱাত নিঃস্বাৰ্থভাৱে আত্মনিয়োগ কৰা লোক সাধাৰণতে ব্যক্তিগত সুখ-স্বাচ্ছন্দ্যৰ প্ৰতি উদাসীন হোৱাহে দেখা যায়। এই সন্দৰ্ভত মহাত্মাগান্ধীয়েও কৈছে— "Those who want to perform national service, or to have a gleam of the real religious life, must lead a celibate life." বিশ্ব-ব'ৰাগী ড° ভূপেন হাজৰিকাৰ ক্ষেত্ৰতো এই কথা খাটে। সেয়ে, তেখেতে নিজেই— "মই এক জিৰণী বিহীন

বেদুইন হলোঁ জীৱন চাহাৰাৰ

ঠিকনা মোৰ নাই।" বুলি গীতেৰে

কৈছে। কিন্তু এটা কথা স্বীকাৰ্য যে দাম্পত্য প্ৰেমৰ পৰা বঞ্চিত হলেও বাইজৰ মৰমৰ পৰা কেতিয়াও তেখেত বঞ্চিত হোৱা নাই। সেই বাবেই লোক শিল্পী ড° হাজৰিকাদেৱে কয়— "ৰাইজে মোক যি মৰম দিলে বা দিছে তাৰ তুলনাত ৰাইজক মই একোকে দিব নোৱাৰাটো মোৰ চৰম আক্ষেপ। জীৱনৰ বাকী ডোখৰ কাল অৱশ্যে সন্মুখত পৰি আছে। ট্ৰেজেডি হৱলৈ নিদিওঁ।" ইয়াতেই ভবিষ্যতলৈ আৰু অধিক কাম কৰাৰ এক প্ৰবল হাবিয়াসৰ কথাকেই প্ৰকাশ পাইছে। কিন্তু প্ৰকৃতাৰ্থত শেষ বয়সলৈকে আৰু কিমানখিনি কাম কিদৰে কৰিব পাৰে সেয়া সময়েহে নিৰ্ণয় কৰিব। ইংৰাজ কবি Browning এও এটি কবিতাত এই দৰে কৈছে—

Look at the end of work, contrast
The petty done, the undone vast.

সেই একেদৰে সু-সাহিত্যিক শ্ৰীযজ্ঞেশ্বৰ শৰ্মাদেৱেও তেখেতৰ জীৱনত কৰা কামখিনিকে লৈ আত্মতুষ্টি লাভ কৰাৰ পৰিবৰ্তে কৰিবলৈ বাকী থকা কামৰ কথা উল্লেখ কৰি কৈছে— "কি কৰিলোঁ সেয়া মোৰ চিন্তাৰ বিষয় নহয়, কি কি নকৰিলোঁ বা কৰিব লগীয়া

থাকিল সেইটোহে চিন্তাৰ বিষয়।” বিশ্বকবি ৰবীন্দ্র নাথ ঠাকুৰেও নিজে ভবামতে জীৱনত সকলোখিনি সম্পূৰ্ণ কৰি তুলিব নোৱাৰি তেখেতৰ “অকৃতকাৰ্য, অকথিত বাণী আৰু অগীত গান” ৰ কথা উল্লেখ কৰি আক্ষেপ কৰিছিল।

অসমৰ সংগীত জগতত প্ৰাক্ শংকৰী যুগৰ মালিতা বা আখ্যানমূলক গীত আৰু নৱ-বৈষ্ণৱ যুগৰ বৰগীতৰ পৰা আৰম্ভ কৰি বৰ্তমানলৈকে স্বকীয় বৈশিষ্ট্য সম্পন্ন এটি প্ৰণালীবদ্ধ সংগীতৰ ধাৰা প্ৰবাহিত হৈ আহিছে। অসমৰ থলুৱা লোক-সংগীতৰ প্ৰবাহমান এই ধাৰাটো প্ৰগতিৰ পথত আগুৱাই লৈ যোৱাৰ ক্ষেত্ৰত ইয়াৰ স্বকীয়তাখিনি যাতে হেৰাই নেযায় সেই ক্ষেত্ৰত সকলো ধৰণৰ সংগীতজ্ঞই মনোনিবেশ কৰা উচিত। নতুনত্ব সংযোজনৰ ক্ষেত্ৰতো বিজ্ঞানসম্মত ভাবে পৰীক্ষা-নিৰীক্ষা কৰিহে প্ৰবাহমান এই ধাৰাটোক অবিকৃতভাবে আগুৱাই নিয়াটোৱেই যথাৰ্থ কৰ্তব্য। এই বিষয়েও ডঃ হাজৰিকাদেৱৰ মত এনে ধৰণৰ— “আজীৱন চিঞৰি ফুৰিছোঁ— সেই মৌলিক ধাৰাবাহিকতা ৰক্ষা কৰিলেহে আধুনিক অসমৰ স্বকীয়তাখিনি থাকিব বুলি। আনন্দৰ কথা নতুন পুৰুষৰ সহস্ৰ সহস্ৰ জনে এই সত্যক উপলব্ধি কৰিছে। ………এতিয়া যি সকল ডেকা ওলাইছে, নতুন ৰূপান্তৰিত চিন্তাৰে আগবাঢ়িছে, তাৰ ফলত সমাজৰ ভাল হ’ব বুলি মই ভাবোঁ। ……সমগ্ৰ ভাৰতবৰ্ষ ঘূৰি যি দেখিছোঁ আন ৰাজ্যৰ তুলনাত আমাৰ পৰীক্ষা-নিৰীক্ষা বিলাক উন্নত হৈছে। মই গৌৰবেৰে অনুভৱ কৰিব পাৰোঁ যে এতিয়া পশ্চিমবঙ্গ, যাৰফালে সকলোৱে চাই আছে, পশ্চিমবঙ্গৰ নতুন পুৰুষৰ তুলনাত অসমৰ নতুন পুৰুষে বহুত বেছি উন্নত মানৰ পৰীক্ষা-নিৰীক্ষা কৰিছে সুৰত, কথাত।”

এইখিনিতে এটা কথা স্বীকাৰ কৰিব লাগিব যে অসমৰ সংস্কৃতিৰ পথাৰত আজি যি নতুন যোৱাৰ উঠিছে সেয়া একপ্ৰকাৰ

কলাৰত্ন ড° ভুপেন হাজৰিকাৰ বাবেই বুলি কব পৰা যায় আৰু এই জোৰাবে কড়িয়াই অনা সাৰুৱা পলস পৰি অসমৰ কলা-সংস্কৃতিৰ পথাৰখন উৰ্বৰা হৈ উঠিছে। এতিয়া অসমৰ মানুহ সংস্কৃতিৰ ক্ষেত্ৰত প্ৰায় স্বয়ং নিৰ্ভৰশীল হৈ আহিছে— লোকৰ পৰা আৰু ধাৰ কৰিব নেলাগে। অসমৰ আপুৰুগীয়া সম্পদ সমূহক অসমৰ মানুহে চিনি নোপোৱাৰ বাবেই হওক বা অৱহেলা কৰাৰ বাবেই হওঁক নাইবা প্ৰয়োজনীয় প্ৰচেষ্টাৰ অভাৱতেই হওক বহু-দিনলৈকে অসমীয়া সংস্কৃতিয়ে বিশ্ববাসীৰ সন্মুখত গা কৰি উঠিব পৰা নাছিল। বাহিৰৰ প্ৰভাৱেও অসমীয়া সংস্কৃতিক হেঁচা মাৰি ধৰি থকাৰ কথাটোও ইমানতে উল্লেখযোগ্য। অসমৰ সংস্কৃতিয়ে মহাপুৰুষ শংকৰদেৱৰ সময়ৰে পৰা স্বকীয় মহিমাৰে এটা গতি লাভ কৰিলেও প্ৰকৃততে ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ, বিষ্ণু ৰাভাৰ হাততেই এই সংস্কৃতিয়ে আধুনিক ৰূপত আত্মবিকাশ লাভ কৰিছে আৰু জ্যোতিপ্ৰসাদৰ পৰা ড° ভুপেন হাজৰিকালৈকে এক যতি বিহীন গতিৰে আগুৱাই আহি আজিৰ এই অৱস্থাত উপনীত হৈছেহি। সেয়ে, অসমৰ সাংস্কৃতিয়ে কলাৰত্ন ড° ভুপেন হাজৰিকাদেৱৰ আবি-ৰ্ভাৱ হোৱাৰে পৰা এতিয়ালৈকে যিখিনি অগ্ৰগতি লাভ কৰিছে সেয়া ইতিহাসৰ পাতত এটি যুগ হিচাবে চিহ্নিত হৈ থাকিব আৰু সেই সাংস্কৃতিক যুগটোৰ একপ্ৰকাৰ একচ্ছত্ৰী নায়ক— কলাৰত্ন ড° ভুপেন হাজৰিকা বুলি কলেও হয়তো দ্বিমত নেথাকিব। গতিকেই শতিকাৰ শিল্পী ড° হাজৰিকা নিজেই এটা যুগ অৰ্থাৎ সেই সাং-স্কৃতিক যুগৰ প্ৰতিনিধিত্ব কৰা এটা যুগৰ কণ্ঠস্বৰ বা যুগকণ্ঠ বুলি-য়েই কব পৰা যায়। অৱশ্যে তেখেতৰ সমসাময়িক অন্যান্য দুই চাৰি গৰাকী কৃতী শিল্পীৰ অৱদানেও এই ক্ষেত্ৰত যথেষ্ট অৰিহণা যোগাইছে। কিন্তু তথাপিতো সংস্কৃতিপ্ৰেমী অধিকাংশ লোকেই ড° ভুপেন হাজৰিকাদেৱকেই তেওঁলোকৰ মনোমন্দিৰৰ এগৰাকী

অবিসম্বাদী আদৰ্শ পুৰুষ হিচাবে গ্ৰহণ কৰি লৈছে। সেই বাবেই তেখেতৰ মানৱী জনম ধন্য হৈছে। কাৰণ বেজলী এটি কবিতাত এই দৰে পোৱা যায়—

"সেই ধন্য নৰকুলে
লোকে যাৰে নাহি ভুলে
মনেৰ মন্দিৰে নিত্য
সেবে সৰ্বজন।"

কিন্তু কোনো মহৎপুৰুষৰ প্ৰতি অকল শ্ৰদ্ধা নিবেদন কৰিলেই কৰ্তব্যৰ শেষ নহয় নাইবা অমৰ কৰিও ৰাখিব নোৱাৰি। সেয়ে ড° হাজৰিকাদেৱৰ দৰে এগৰাকী অনন্য ব্যক্তিক আৰু তেখেতৰ সৃষ্টিধৰ্মিনিক জগতত অমৰ কৰি ৰখাৰ ক্ষেত্ৰত ৰাইজৰো দায়িত্ব অনেক আছে। ইংৰাজীত এষাৰ কথা আছে— "It is difficult to be famouse, but it is much more difficult to maintain the fame." এইষাৰ কথা ড° হাজৰিকাদেৱৰ লগতে তেখেতৰ গুণমুগ্ধ তথা দেশ আৰু জাতিৰ বাবে শুভানুধ্যায়ী সকলো স্তৰৰ মানুহেই মনত ৰখাটো একান্ত আৱশ্যক। পৃথিবীত মানুহ অমৰ হয়— স্বকীয় মহিমাৰে মহিমামণ্ডিত জীৱনাদৰ্শ আৰু কৰ্ম-ৰাজিৰ জৰিয়তে আৰু সেইদৰে গুণীজনৰ প্ৰভাৱ আৰু প্ৰাধান্য বিস্তাৰিত হয় গুণমুগ্ধ সকলৰ দ্বাৰাহে।

সাধাৰণতে ড° ভূপেন হাজৰিকা বৰ আশাবাদী আৰু তেখেতৰ জীৱন লালসাও বৰ প্ৰবল। শাৰীৰিকভাবে সুস্থ হৈ থাকিলে বৃদ্ধ বয়সলৈকে গীতৰ সভাত হিয়া উজাৰি সুৰৰ প্লাৱন বোৱাই থকাৰ প্ৰয়াস তেখেতৰ প্ৰবল হৈ আছে। এই বিষয়ে তেখেতে নিজেই কৈছে— "গীত গাই গাই এতিয়া মোৰ নিশ্বাসটো বেছি দীৰ্ঘ হৈছে যেন পাওঁ। মোৰ কিছুমান বেয়া অভ্যাস আছিল— এতিয়া নাই। শৰীৰৰ উপৰত অত্যাচাৰ কৰিছিলোঁ— এতিয়া এৰিছোঁ। মই বিশ্বাস

নকৰোঁ যে মই মৰিম………। মই যিমানে স্বীকৃতি পাই আছিছোঁ সিমানে মোৰ শৰীৰটো ভাল হৈ আহিছে। শচীনদেৱ বৰ্মণে ৭২ বছৰ বয়সলৈকে গান গাইছিল। মই গাম চাগৈ ৮০ বছৰলৈকে। থাকিলে ৮০ লৈকে গামেই। মোৰ জীৱন লালসা শেষ হোৱা নাই, গতিকে মই বহুদিন গান গাব পাৰিম যেন পাইছোঁ। কিন্তু মোৰ শৰীৰটোৰ যত্ন লব লাগিব, জিৰণীও লব লাগিব। মোৰ জিৰণী একেবাৰে নোহোৱা হ'ল। সেইটো লাগে, সেইটো দিব লাগিব ৰাইজে মোক; মোক ৰাইজে বচাই'ও ৰাখিব লাগিব। বেছি ভালবাসাৰ অত্যাচাৰ কৰিলে মই মৰি যাম। গতিকে, মই বৰ আশাবাদী। মই জীৱনটোক বৰ ভাল পাওঁ। শিল্পী হবলৈ জীৱন লালসা থকাটো পাপ নহয়। গতিকে মই বহুদিন………।" অৰ্থাৎ তেখেতে বহুদিনলৈকে জীয়াই থাকি গান গাই থাকিবলৈ প্ৰয়াস কৰিছে।

আশাবাদী ড° ভূপেন হাজৰিকাৰ পৰা সমগ্ৰ পৃথিৱীয়ে আৰু অধিক কিছু অৱদান পাবলৈ আশা কৰি আছে। কিন্তু ৰাইজে কেৱল পাবলৈ বিচাৰিলেই নহয়, তেখেতৰ সুস্থ শৰীৰটোৰে সৈতে দীৰ্ঘকাল জীয়াই থাকিবৰ কাৰণে ৰাইজেই তেখেতক জিৰণী দিব লাগিব, অধিক সৃষ্টিৰ বাবে সুস্থ পৰিবেশ সৃষ্টি কৰি দিব লাগিব আৰু ৰাইজেই তেখেতক কৰ্মপ্ৰেৰণাও দিব লাগিব। আমাৰ মানুহে কেৱল লবলৈ বিচাৰে, দিবলৈ নিবিচাৰে। প্ৰকৃততে দিলেহে পায়। কিন্তু এটা কথা— ৰাইজৰ মৰমে ড° হাজৰিকাদেৱক আমনি নলগায়, কিন্তু অধিক মৰমৰ তাড়নাত তেখেতে আজিকালি একেবাৰে আজৰিও নেপায়। আজৰিতো নায়েই, অকণমান জিৰণীও লবলৈ নেপায়। প্ৰতিটো মুহূৰ্ততে ৰাইজে তেখেতৰ পৰা কেৱল গান শুনি থাকিবলৈ বিচাৰে। কোনোবাই তেখেতক ভাত খাবলৈ মাতিলেও হাৰমণিয়মটো আগবঢ়াই দিয়ে— গীত গাবলৈ। সেয়ে তেখেতে নিজেই

কৈছে— "দেউতাৰ মৃত্যু হোৱা কথাটো শুনিও তাৰ পিচ দিনা মাতি কৈছে— 'ইচ গান এটা শুনিব পৰা হ'লে ভাল আছিল ; পিছে আজি নকওঁ আৰু আপোনাক।" এই দৰেই ৰাইজে ড° ভূপেন হাজৰিকাক অত্যধিক মৰমেৰে অত্যাচাৰ কৰে প্ৰায়েই। ইফালে তেখেতেও যি কোনো মানুহক বৰ মৰম কৰে। প্ৰাণ খোলা মধুৰ ব্যৱহাৰেৰে অতি কম সময়ৰ ভিতৰতে তেখেতৰ ওচৰলৈ যোৱা যি কোনো মানুহক অতি সহজে আপোন কৰি লোৱাটোৱেই তেখে-তৰ স্বভাৱসুলভ এটা বৈশিষ্ট্য। সকলোৰে সৈতে হাঁহি মুখেৰে সৰু সৰু কথা পাতি এক ঘৰুৱা পৰিবেশ সৃষ্টি কৰি লয়। কিন্তু হলেও মহৎ সৃষ্টিৰ বাবে আজৰি সময়ৰ প্ৰয়োজন, সু-স্বাস্থ্যৰ বাবে জিৰণীৰো প্ৰয়োজন। ড° সৰ্বপল্লী ৰাধাকৃষ্ণনৰ ভাষাত— "Laisure is the mother of all arts, philosophy and Literature." তাৰোপৰি ডঃ হাজৰিকাদেৱেও নীৰৱতা ভাল পোৱাৰ কথা উল্লেখ কৰি কৈছে— "মই মাজে সময়ে অকলশৰীয়াকৈ নীৰৱে থাকিবলৈ ভাল পাওঁ। মই কিবা এটাত Concentrate কৰিব বিচাৰোঁ।" সেয়ে, ৰাইজে সেইখিনি সুযোগ দিব লাগিব। 'শেষ ভালেই সকলো ভাল' বোলা কথাষাৰ মনত ৰাখি তেখেতৰ জীৱন কালৰ বাকী থকা সুদীৰ্ঘ ভৱিষ্যতটোও অধিক মহত্বপূৰ্ণ কৰি তোলাত ৰাইজে অৰিহণা যোগাব লাগিব।

অৱশ্যে কলাৰত্ন ড' ভূপেন হাজৰিকাক অমৰত্ব দান কৰিব তেখেতৰ অনৱদ্য অৱদানখিনিয়েহে। কিন্তু তথাপি তেখেতৰ সেই মহত্বপূৰ্ণ অৱদানখিনিক লৈ আমি কেৱল গৌৰৱ কৰি থাকিলেই কৰ্তব্যৰ শেষ হৈ নেযায় ; সেই খিনিক চিৰ যুগমীয়া কৰি ৰখাৰ উপৰিও অধিক উজ্জ্বল কৰি তোলাৰ ক্ষেত্ৰত সমসাময়িক গুণমুগ্ধ ৰাইজৰ লগতে উত্তৰ পুৰুষৰো যথেষ্ট কৰণীয় কৰ্তব্য আছে। সুখৰ কথা যে দেশৰ সংস্কৃতিপ্ৰেমী ৰাইজে ইতিমধ্যে কলাৰত্ন ড' ভূপেন

হাজৰিকাৰ ৰচিত গীত আৰু সুৰ সমূহক চিৰ যুগমীয়া আৰু জনপ্ৰিয় কৰিবৰ বাবে নানান ধৰণৰ আঁচনি গ্ৰহণ কৰিছে। বিশেষকৈ ড° হাজৰিকাদেৱৰ সংগীতাৱলীয়ে স্বকীয় মহিমাৰে যি এক সুকীয়া বৈশিষ্ট্য সম্পন্ন পৰিমণ্ডল সৃষ্টি কৰিছে তাৰ গুৰুত্ব আৰু তাৎপৰ্যলৈ লক্ষ্য ৰাখি সংস্কৃতিপ্ৰেমী এচাম লোকে 'ভূপেন্দ্ৰ সংগীত' নামকৰণ কৰিছে আৰু সদৌ অসম ভিত্তিত 'ভূপেন্দ্ৰ সংগীত'ৰ প্ৰতিযোগিতাও অনুষ্ঠিত কৰিবলৈ লৈছে। প্ৰতিযোগিতা বোলোতেই পুৰস্কাৰৰ প্ৰতি প্ৰতিযোগী সকলৰ মোহ থকাটো স্বাভাৱিক; কিন্তু এটা কথা স্বীকাৰ কৰিব লাগিব যে সংগীত কলাৰ চিন্তা-চৰ্চ্চা কৰাৰ ক্ষেত্ৰত এনেবোৰ প্ৰতিযোগিতাই যথেষ্ট পৰিমাণে উৎসাহ যোগায়— সংগীতৰ বিভিন্ন দিশত অভিজ্ঞতা অৰ্জন কৰাত সহায় কৰে— সংগীত সমূহৰ প্ৰচাৰ-প্ৰসাৰ আৰু প্ৰভাৱ বিস্তাৰৰ ক্ষেত্ৰত সহায় কৰে। কিয়নো শ্ৰোতা মণ্ডলীৰ শ্ৰৱনেন্দ্ৰিয়ত সংগীত সমূহে সঘনে আঘাত কৰি থকাৰ বাবে গীতৰ ভাৱাৰ্থখিনি উপলব্ধি কৰাৰ লগে লগে জনপ্ৰিয়তাৰ পৰিসৰো বৃদ্ধি পাই আহে আৰু গীতৰ বক্তব্যখিনিৰ পৰা সমাজে জন জীৱনৰ পৰা জাতীয় জীৱনলৈকে সকলো ক্ষেত্ৰতেই নতুনকৈ কিছু চিন্তা-ভাৱনা কৰাৰ উপাদান বিচাৰি পায়। মুঠতে এয়া হৈছে এটা জীয়া জাতিৰ বাবে এক শুভ লক্ষণ।

মন কৰিব লগীয়া যে, কলাৰত্ন ড° ভূপেন হাজৰিকাই গান গাই থাকোঁতে তেখেতে কথা কৈ থকা যেনহে লাগে আৰু কথা কৈ থাকোঁতেও তেখেতে গীত গাই থকা যেনহে লাগে। সেয়ে তেখেতৰ এনে যাদুকৰী গীতৰ কথা আৰু সুৰে বিশেষকৈ নতুন পুৰুষকেই অধিক পৰিমাণে আকৃষ্ট কৰিছে— ভৰাই তুলিছে। সেয়ে, কলা জগতত ড° ভূপেন হাজৰিকাৰ সংগীত সমূহে অকল এটি সুকীয়া পৰিমণ্ডল সৃষ্টি কৰাই নহয় 'ভূপেন্দ্ৰ সংগীত' নামৰ

এই অৱশ্যম্ভাৱী ধাৰাটোৰ মাজত নতুন পুৰুষৰ আশা-ভাষা আৰু অনুপ্ৰেৰণা আদিও কেন্দ্ৰীভূত হৈ আছে। কাৰণ তেখেতৰ গীতত আৰ্ত আৰু দৰিদ্ৰ, কৃষক আৰু শ্ৰমিক, বনুৱা আৰু সৰ্বহাৰাৰ বুকুৰ বেদনা, কৰুণ ক্ৰন্দনৰ সুৰ, সংগ্ৰামী আৰু নিপীড়িত লোকৰ ক্ৰুদ্ধ প্ৰত্যাহ্বানৰ শক্তিশালী ভাষা, সামান্যতেই আত্মতুষ্টি লাভ কৰি থকা উদাৰ চিতীয়া অসমীয়া মানুহৰ অকৰ্মণ্যতা আৰু দোষ দুৰ্বলতাক নিন্দা কৰাৰ লগতে ভৱিষ্যতৰ বাবে আশাবাদী দিগ্দৰ্শনৰ কথা আৰু ব্যক্তিগত জীৱনৰ পোৱা-নোপোৱাৰ দ্বন্দাত্মক জীৱন জিজ্ঞাসাকে আদি কৰি সৰ্বাত্মক আদৰ্শ আৰু বিচিত্ৰ ধৰণৰ চিন্তা ধাৰাৰ এক মধুৰ সংমিশ্ৰন ঘটিছে। মন কৰিব লগীয়া যে তেখেত সদায়েই নতুন পুৰুষৰ প্ৰতি গভীৰভাৱে আস্থাশীল আৰু সেই বাবেই হয়তো নতুন পুৰুষেও ড° ভূপেন হাজৰিকাক "অৱদমিত সংস্কৃতিৰ এক সূৰ্যোদয়ৰ পথিকৃৎ" বুলিয়েই ভাবি লৈছে।

উল্লেখযোগ্য যে, অসমত এই 'ভূপেন্দ্ৰ সংগীত"ৰ আৰম্ভণিৰ ক্ষেত্ৰত সামান্য ইতিহাস আছে। কলাৰত্ন ড° ভূপেন হাজৰিকাদেৱে তেখেতৰ সংগ্ৰামী শিল্পী জীৱনত ৰচনা কৰা গীতৰ কথা আৰু সংগীতৰ সুৰ সৃষ্টিৰ ক্ষেত্ৰত গতানুগতিকতাৰ সৈতে গৱেষণামূলক ভাবেই নতুন নতুন কলা-কৌশল প্ৰয়োগ কৰি অৰ্থব্যঞ্জক এক সুকীয়া পৰিমণ্ডল সৃষ্টি কৰিছে। স্বকীয় বৈশিষ্ট্যসম্পন্ন সেই নতুন ধাৰাটোৱে সমসাময়িক প্ৰায় সকলোৰেই মাজত নিঃসন্দেহে এটি প্ৰভাৱ আৰু প্ৰাধান্য বিস্তাৰ কৰিবলৈ সক্ষম হৈছে। সেইয়ে, নতুন ধাৰাটোৰ প্ৰতি যথাযোগ্য সন্মান আৰু স্বীকৃতি জনাই সংগঠিত ৰূপত তাকেই আলোকিত কৰাৰ এক শুভ অভিপ্ৰায় সন্মুখত ৰাখি কলা-সংস্কৃতিপ্ৰেমী গুণমুগ্ধ সকলে পলমকৈ হলেও ১৯৮০ চনৰ পৰা পৰিকল্পিতভাবেই অসমত এটি সুদূৰ প্ৰসাৰী আঁচনি গ্ৰহণ কৰিছে। এই ক্ষেত্ৰত প্ৰথমতেই যোৰহাটৰ 'বিষ্ণু-জ্যোতি সংগীত মহাবিদ্যালয়'ৰ

নাম উল্লেখ কৰিব লাগিব। কাৰণ ১৯৮০ চনৰ ২০ জুন তাৰিখে কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা স্মৃতি দিৱস উদযাপন কৰিবৰ বাবে আয়োজিত এখনি সভাত যোৰহাটৰ "বিষ্ণু-জ্যোতি সংগীত মহা-বিদ্যালয়'ৰ কৰ্মী বৃন্দই কলাৰত্ন ড° ভূপেন হাজৰিকাৰ গীত আৰু সুৰক "ভূপেন্দ্ৰ সংগীত" নামেৰে আখ্যায়িত কৰিবৰ বাবে এটি প্ৰস্তাৱ গ্ৰহণ কৰে আৰু তেওঁলোকৰ সেই সভাত গৃহীত প্ৰস্তাৱৰ সিদ্ধান্তৰ বিষয়ে নগাঁৱৰ "কিশলয় সাংস্কৃতিক গোষ্ঠী"ক জানিবলৈ দিয়ে। নগাঁও চহৰত থকা "কিশলয় সাংস্কৃতিক গোষ্ঠী"— নগাঁও তথা সমগ্ৰ অসমতে এটি পৰিচিত নাম। কিশলয় সাংস্কৃতিক গোষ্ঠীয়েও ১৯৮১ চনৰ ২০ জুন তাৰিখে অনুষ্ঠিত এখনি সভাত ড° হাজৰিকাদেৱৰ দ্বাৰা ৰচিত আৰু সুৰাৰোপিত সংগীত সমূহক সামগ্ৰিকভাৱে "ভূপেন্দ্ৰ সংগীত" নামেৰে চিহ্নিত কৰিবৰ বাবে এটি প্ৰস্তাৱ গ্ৰহণ কৰে। উল্লেখ থাকে যে 'কিশলয় সাংস্কৃতিক গোষ্ঠী'ৰ তদানীন্তন সভাপতি আছিল শ্ৰীপৰাণ কুমাৰ বৰুৱা আৰু সম্পাদক আছিল শ্ৰীসমীৰ কুমাৰ মহন্ত। কিশলয়ে গ্ৰহণ কৰা সেই প্ৰস্তাৱৰ পৰিপ্ৰেক্ষিতত নগাঁৱৰ কেইবাটাও সাংস্কৃতিক গোষ্ঠীৰ কৰ্মকৰ্তা আৰু বিভিন্ন স্তৰৰ সংস্কৃতিপ্ৰেমী সকলক লৈ ১৯৮১ চনৰ ২৭ জুনত এখনি সভা অনুষ্ঠিত কৰা হয় আৰু সেই সভা-তেই শ্ৰীনিৰোদ ভাৰালীক সভাপতি আৰু শ্ৰীবিশ্বজিত বৰকাকতীক সম্পাদক হিচাবে লৈ সৰ্বসন্মতিক্ৰমে "নগাঁও জিলা ভূপেন্দ্ৰ সংগীত সমিতি" গঠন কৰা হয়।

উল্লেখযোগ্য যে, উল্লেখিত নগাঁও জিলা ভূপেন্দ্ৰ সংগীত সমিতিৰ উদ্যোগতেই নগাঁও জিলা পুথিভঁৰাল প্ৰেক্ষাগৃহত ১৯৮২ চনৰ ১২ আগষ্ট তাৰিখে অসমত প্ৰথম বাৰৰ বাবে সদৌ অসম ভিত্তিত ভূপেন্দ্ৰ সংগীত প্ৰতিযোগিতা অনুষ্ঠিত কৰা হয়। প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰিবলৈ অসমৰ বিভিন্ন ঠাইৰ পৰা অহা সাংস্কৃতিক

কৰ্মী সকলে প্ৰতিযোগিতাৰ শুভ উদ্বোধনৰ পবিত্ৰ মুহূৰ্তত কিশলয় সাংস্কৃতিক গোষ্ঠীৰ পতাকাৰ তলত থিয় হৈ "ভূপেন্দ্ৰ সংগীত"ৰ জৰিয়তে অ'ৰু কলাৰত্ন ড° ভূপেন হাজৰিকাৰ শিল্পী জীৱনৰ সংগ্ৰামী আদৰ্শেৰে অসমত এটি সাংস্কৃতিক আন্দোলন গঢ়ি তুলিবৰ বাবে সকলোৱে একবাক্যে সংকল্প গ্ৰহণ কৰে। অৱশ্যে মন কৰিবলগীয়া যে তাৰ পিচৰে পৰাই সমগ্ৰ অসমৰ চুকে কোণে বিভিন্ন ধৰণৰ সাংস্কৃতিক গোষ্ঠীৰ উদ্যোগত 'ভূপেন্দ্ৰ সংগীত'ৰ চৰ্চা আৰু প্ৰতি-যোগিতাকে আদি কৰি অন্যান্য বিভিন্ন ধৰণৰ ফলপ্ৰসূ কৰ্মপন্থাও গ্ৰহণ কৰা দেখা গৈছে। সদুদ্দেশ্যপ্ৰণোদিত এনে প্ৰচেষ্টা সমগ্ৰ জাতিটোৰ বাবেই এক শুভলক্ষণ বুলিয়েই কব লাগিব। কিয়নো ভূপেন্দ্ৰ সংগীত প্ৰকৃততে ড° ভূপেন হাজৰিকাৰ ব্যক্তিগত জীৱনৰ লাভ লোকচানৰ খতিয়ান নহয়। নতুবা অসমৰ কলা-সংস্কৃতিৰ ক্ষেত্ৰত বহুতো কিবা কৰিছে কাৰণেই তাৰ বিনিময়ত ড° ভূপেন হাজৰিকাৰ মনত আনন্দ আৰু অনুপ্ৰেৰণা দিবৰ বাবেও 'ভূপেন্দ্ৰ সংগীত' নামৰ এই অনুষ্ঠানটিৰ জন্ম হোৱা নাই— জন্ম হৈছে তেখেতৰ সংগীতত থকা মৌলিকত্ব খিনিৰ বাবে— স্বকীয় বৈশিষ্ট্য সম্পন্ন অৰ্থব্যঞ্জক অনৱদ্য অৱদান খিনিৰ বাবে আৰু তাৰ উপযুক্ত বিচাৰ বিশ্লেষণেৰে প্ৰয়োজনীয় বুলি ভৰা খিনিক কলা-সংস্কৃতিৰ জগতত অমৰ কৰি ৰাখিবৰ বাবেহে। শ্ৰীহেমাঙ্গ বিশ্বাসে এঠাইত উল্লেখ কৰিছে যে, জ্যোতিপ্ৰসাদে হেনো তেখেতক এবাৰ কৈছিল— "ৰবীন্দ্ৰ সংগীতৰ দৰে মোৰ গীতবিলাক জানো জ্যোতি-সংগীত হ'ব ?" অৱশ্যে হ'ল– জ্যোতিপ্ৰসাদে জীৱদ্দশাত দেখা পাই নগলেও তেখেতে আশা কৰা ধৰণে তেখেতৰ গীত সমূহে "জ্যোতি সংগীত" ৰূপে ইতিমধ্যেই চিহ্নিত হৈছে। কিন্তু ৰূপকোঁৱৰৰ সুযোগ্য শিষ্য কলাৰত্ন ড° ভূপেন হাজৰিকাই তেখেতৰ গীত বিলাক "ভূপেন্দ্ৰ সংগীত" হ'ব নে নহয়— সেই বিষয়ে কেতিয়াও চিন্তা কৰা নাই—

আপোন মনেৰে কৰিবলগা খিনি ইচ্ছা অনুযায়ী কেৱল কৰিহে গৈছে— স্বতঃস্ফুৰ্তভাৱে। ব্যক্তিগত স্বাৰ্থশূণ্য উদাৰতাই কৰ্ম আৰু কৰ্মী উভয়কে মহত্ব দান কৰে। ড' হাজৰিকাদেৱেও সেই বাবে হয়তো এইদৰে লেখিছে—

"যিমানে বিলাই দিবা
সিমানে মহান হবা
তাৰে নাম সঁচা উদাৰতা"

কিন্তু এই খিনিতে আন এটা লক্ষ্যণীয় বিষয় হৈছে যে, এচাম লোকে ড' হাজৰিকাদেৱৰ সংগীতৰ এই ধাৰাটোক "ভূপেন্দ্ৰ সংগীত" নামকৰণ কৰাৰ ক্ষেত্ৰত আপত্তিসূচক যুক্তিৰে বিভিন্ন ধৰণৰ মন্তব্য কৰা দেখা যায়। শ্ৰীবাদল দাস নামৰ জনৈক ব্যক্তিৰ ভাষাৰে কবলৈ হ'লে— 'ভূপেন্দ্ৰ সংগীত' নামেৰে অভিহিত কৰিবলৈ যোৱাটো নিত্যান্ত ভ্ৰান্তিমূলক ধৃষ্টতাৰ নামান্তৰ মাথোন।" শ্ৰীদাস ডাঙৰীয়াৰ মতে এই ভ্ৰান্তিমূলক প্ৰৱণতা পোন প্ৰথমে আৰম্ভ হয় জ্যোতি-প্ৰসাদৰ গীত সমূহক লৈ। তেওঁৰ মতে সংগীতৰ অৰ্থ ব্যাপক— বহু গীতৰ সমষ্টিকে সংগীত বুলিব নোৱাৰি। সংস্কৃত শ্লোক এটাৰ উদ্ধৃতি দি শ্ৰীদাসে আকৌ কৈছে - 'গীতম বাদ্যম, নৃত্যম্ এয়ম সংগীত মুচ্যতে।' ........মুঠতে ইয়াকেই চমুকৈ কব পাৰি যে তিনিও কলাৰ কেন্দ্ৰীভূত হোৱাৰ যোগ্যতা অৰ্জন কৰিলেহে সংগীত আখ্যা লাভ কৰিব পাৰে।" শ্ৰীদাসে ৰবীন্দ্ৰ নাথৰ গীত সমূহক বিনা দ্বিধাই সংগীত বুলি মানি লৈছে যদিও বিদ্ৰোহী কবি কাজী নজৰুল ইচলামৰ গীত সমূহক নজৰুল-গীতি বুলিহে কৈছে। আনহাতে জ্যোতিপ্ৰসাদ আৰু ড' ভূপেন হাজৰিকাৰ অৱদানৰ প্ৰতি কৃতজ্ঞতা প্ৰকাশ কৰিবলৈ গৈ মৰম বশতঃ তেওঁলোকৰ গীত সমূহক ভুলকৈ মূল্যায়ণ আৰু নামকৰণ যাতে কৰা নহয় সেই বিষয়েও এই প্ৰবন্ধত সোঁৱৰাই দিছে। কিন্তু অলপ ভালদৰে অনুসন্ধান

কৰি যদি যোৱা যায় তেন্তে ড' ভূপেন হাজৰিকাৰ গীত সমূহৰ আটাইবোৰ নহলেও প্ৰায় সৰহ সংখ্যক গীতেই সংগীত আখ্যা পোৱাৰ যোগ্যতা আছে। অৱশ্যে সেই কথা সংগীতজ্ঞ সকলৰহে বিচাৰ্য বিষয়।

কিন্তু তথাপিতো 'ভূপেন্দ্ৰ সংগীত'ৰ সম্পৰ্কত শ্ৰীকমল শৰ্মাই গ্ৰহণ কৰা এক সাক্ষাৎকাৰৰ প্ৰশ্নোত্তৰত ড' হাজৰিকাদেৱে তেখেতৰ গীত সমূহৰ নামকৰণৰ ক্ষেত্ৰত এই দৰে কৈছে— "মই নাম কৰণৰ কথা একো ভবা নাই। সকলোৰে সৃষ্টিক সকলোৱে মৰম কৰে। ময়ো নিজৰ সৃষ্টিখিনিক মৰম কৰোঁ। মোৰ সৃষ্টিখিনিক যদি কোনোবাই মৰম কৰে, কাৰোবাক যদি কিবা সহায় কৰে তেতিয়া মই আনন্দিত হ'ম, কিন্তু নামকৰণৰ ক্ষেত্ৰত মই একো কব নোৱাৰিম।" উল্লেখযোগ্য যে যোৱা ১৯৮২ চনৰ ৩ জুলাই তাৰিখে নগাঁৱৰ জুৰিণী খেল পথাৰত আয়োজিত এক বিশেষ সংগীতানুষ্ঠানলৈ ড' ভূপেন হাজৰিকাদেৱক আমন্ত্ৰণ কৰি অনা হৈছিল। সেই দিনা সংগীতানুষ্ঠানৰ মুকলি মঞ্চতেই তেখেতৰ গীত সমূহৰ নামকৰণৰ বিষয়ে মুকলিমূৰীয়া ভাৱেই এটি মতামত জানিব বিচৰাত তেখেতেও নিজৰ মনৰ কথাখিনি মুকলিকৈ প্ৰকাশ কৰি কৈছিল- "ৰাইজৰ অভিপ্ৰায়ক মই সদায়েই সন্মান জনাই আহিছোঁ আৰু সেয়ে মোৰ গীতবোৰক ৰাইজে বিচাৰ-বিশ্লেষণ কৰি যিটোকে ভাল বুলি ভাবে সেই ধৰণেই নাম এটা দি ললেই হ'ল— মোৰ তাত কৰনগীয়া একো নাই— এই দায়িত্ব ৰাইজৰহে— মোৰ নহয়" ইয়াৰ উপৰিও ১৯৮২ চনত নগাঁৱৰ 'কিশলয় সাংস্কৃতিক গোষ্ঠী'য়ে প্ৰথমবাৰৰ বাবে আয়োজন কৰা সদৌ অসম ভূপেন্দ্ৰ সংগীত প্ৰতিযোগিতা উপলক্ষে কলাৰত্ন ড' ভূপেন হাজৰিকাৰ পৰা এটি শুভেচ্ছা বাণী বিচৰাত তেখেতে শুভেচ্ছা জনাই এই দৰে কৈছে— "তোমালোকে মোৰ গীতৰ বিষয়ে বিচাৰ-

বিশ্লেষণ কৰিব খুজিছা। মোৰ বেয়া গানবোৰ দলিয়াই পেলাবা, ভালবোৰ মৰম কৰিবা।" লক্ষ্য কৰিবলগীয়া যে যদিও তেখেতে নিজৰ সৃষ্টিখিনিক মৰম কৰে বুলি কৈছে তথাপিতো তেখেতৰ আটাইবোৰ গীতকেই ভাল বা নির্ভুল বুলি কোৱা নাই। এটা কথা স্বীকাৰ নকৰি নোৱাৰি যে তেখেতৰ আটাইবোৰ গীত ভাল নহবও পাৰে, কিন্তু গীতৰ কথাত কোনো ভুল মন্তব্য প্রকাশ পোৱাও দেখা নেযায়। অৱশ্যে তেখেতৰ সমগ্র জীৱন আৰু কর্মপদ্ধতিৰ কোনোবাখিনিত হয়তো কিবা ভুল থাকিব পাৰে— থকাটোহে স্বাভাৱিক, কাৰণ তেখেত মানুহহে। কিন্তু প্রকৃততে প্রতিটো ভুলৰো একোটা বহল ব্যাখ্যা থাকে। সেয়া ভালেই হওক বা ভুলেই হওক তেখেতে অৱশ্যে নিজৰ সৃষ্টিক এইদৰে নিৰপেক্ষ দৃষ্টিভঙ্গীৰে চাব পৰাটোৱেই তেখেতৰ ক্ষেত্ৰত এক মহত্বপূর্ণ বিশাল ব্যক্তিত্বৰ কথা-কেই প্ৰমাণিত কৰিছে।

ইয়াৰ বাহিৰেও ড' হাজৰিকাদেৱে তেখেতৰ সংগীত সমূহক এক সুনির্দিষ্ট নীতিৰে বিভিন্ন ৰূপত শ্রেণীবদ্ধ কৰাৰ ক্ষেত্ৰত এটা বহল ব্যাখ্যা দি কৈছে—"মই নিজে (গীত) গাওঁ আৰু গাবলৈ সামান্য বাহন হিচাবে যি সুৰ এটা দি লৈ গাব খোজোঁ— তেতিয়া তাত মোৰ লেখাত বা সুৰত কিবা স্বকীয়তা আছে নেকি মইতো নিজে কব নোৱাৰিম। মই কাম কৰি যাওঁতে মই ভৱা নাই যে মোৰ বিশেষ নাম হ'ব, কিবা নাম দিব কোনোবাই। কিন্তু মই বৰ নম্ৰভাৱে কওঁ যে মোৰ সৃষ্টিখিনিত যদি কিবা স্বকীয়তা আছে তেন্তে সেইটো বোধহয় বিষয় বস্তুৰ কাৰণে হ'ব পাৰে। যেনে অতুল প্ৰসাদৰ গীত আছে, দ্বীজেন্দ্রগীতি আছে, নজৰুল গীত আছে ""কিন্তু নজৰুল সংগীত যে কৈছে, সেইটো তেওঁৰ কথাখিনিৰ কাৰণেহে কৈছে মোৰ ধাৰণা। ৰবীন্দ্ৰ সংগীতক ৰবীন্দ্র সংগীত কৈছে— কথাখিনিৰ কাৰণেহে কৈছে বুলি মই ভাবোঁ। গতিকে

মোৰ ক্ষেত্ৰত— ইয়াক 'ভূপেন্দ্ৰ সংগীত' বা 'হাজৰিকা সংগীত' নাম নিদিলেও মই মোৰ ধাৰাটো যিটো আছে— আৰু ময়োতো সলনি হৈছোঁ— প্ৰতি দশকে দশকে মোৰোতো সলনি হ'ব, ময়োতো ৰূপান্তৰৰ এটা অংগ হৈছোঁ, গতিকে মই লেখি গৈ আছোঁ, এইটোত মোৰ বোধেৰে বিষয়বস্তু আৰু সমাজ সচেতনতা লৈ যদি গোষ্ঠীগত কৰিব পাৰে— কৰি অকল প্ৰচাৰৰ কাৰণে নহয়,– কিন্তু কোনোৱে শ্ৰেণীবদ্ধ কৰিলে মোৰ বিষয়বস্তু আৰু সুৰৰ সফলতাৰ কাৰণে কৰিব। কাৰণ মই লোকসংগীত, শাস্ত্ৰীয় সংগীত আৰু আজিৰ সময়ৰ যি গতি আহিছে, তাৰ সমন্বয়ত মই যদি কিবা দিব পাৰিছোঁ সুৰৰ ক্ষেত্ৰত, কাৰণ সুৰক মই প্ৰাধান্য দিওঁ – কিন্তু মই তাতোকৈ বেছি প্ৰাধান্য দিওঁ বিষয় বস্তুত। ....সুৰটো গৌন, মুখ্য হ'ল কথা। কিন্তু তথাপিও সুৰত যদি কিবা ধাৰা হৈছে সেইটো মই কেনেকৈ কওঁ— যি সকলে বিশ্লেষণ কৰিব— সেইটো তেখেত সকলৰ কথা।"

সঁচাকৈয়ে লোক-কলাৰ প্ৰখ্যাত শিল্পী ড° ভূপেন হাজৰিকাৰ সংগীতৰ সুৰৰ মাধুৰ্যৰ তুলনাত তেখেতৰ গীতৰ কথাখিনিৰ তাৎপৰ্যহে অধিক গুৰুত্বপূৰ্ণ। প্ৰকৃততে ড° ভূপেন হাজৰিকাৰ সংগীত সমূহ হৈছে তেখেতৰ চিন্তাৰ বাহনহে। কিয়নো গীতৰ ভাষাৰে প্ৰকাশ কৰা তেখেতৰ সুগভীৰ চিন্তাধাৰাক বিচিত্ৰ ৰূপত সজাই-পৰাই তোলা সংগীতৰ সুৰ সমূহে সমগ্ৰ বিশ্ব-মানৱৰ মাজত কঢ়িয়াই লৈ ফুৰিছে। গীতৰ উদ্দেশ্য আৰু ভাবাৰ্থ অনুযায়ী তেখেতৰ সুৰ কেতিয়াবা শ্ৰুতিমধুৰ, আকৌ কেতিয়াবা বজ্ৰ-গৰ্জনৰ দৰে ৰূঢ় নাইবা কৰ্কশ হোৱাও দেখা যায়। তাৰোপৰি তেখেতৰ গীতত গদ্যময়তাও লক্ষ্যণীয়। কিন্তু তথাপিও তেখেতৰ গীতৰ কথাই শ্ৰোতাৰ মনত ভাবৰ প্লাৱন সৃষ্টি কৰে— সুৰ-প্ৰপাতৰ লহৰে লহৰে শ্ৰোতা জনতাই অৱগাহণ কৰি আনন্দও পায়।

লক্ষ্মীনাথ বেজবৰুৱাদেৱৰ এটি কবিতাত আছে—

"ভাঁগি গ'ল বীণখনি ছিগি গ'ল তাঁৰ
ৰৈ গ'ল অৱশেষ অমিয় জোকাৰ।"

ঠিক সেই দৰেই জাহাজ এখন বহু দূৰলৈ আঁতৰি যোৱাৰ পিচতো এৰি থৈ যোৱা ঠাইত পানীৰ ঢৌ বহু পৰলৈকে মাৰ নেযায়। গায়ক-গীতিকাৰ ড° ভূপেন হাজৰিকাদেৱৰ গীতৰ ক্ষেত্ৰতো সেই একেই কথা বিৰাজমান। কাৰণ গীত গাই শেষ কৰাৰ পিচতো তেখেতৰ গীতৰ কথাখিনিয়ে বাৰে বাৰে শ্ৰোতাৰ মনৰ মাজত ঢৌ খেলি থাকে— চিন্তাশীল শ্ৰোতা জনতাক ভবাই তোলে।

উল্লেখযোগ্য যে, ভৱিষ্যতৰ ইতিহাসত ড° ভূপেন হাজৰিকাক অমৰ শিল্পী হিচাবে আৰু তেখেতৰ সৃষ্টিখিনিক চিৰ যুগমীয়া কৰি ৰাখিবলৈ হ'লে তেখেতৰ সমগ্ৰ ৰচনা ৰাজি— অৰ্থাৎ গীত আৰু কবিতা সমূহৰ বাহিৰেও বিভিন্ন সময়ত লেখা প্ৰবন্ধ, সম্পাদকীয়, সহস্ৰজনৰ প্ৰশ্নোত্তৰ আৰু জনসভা সমূহত দিয়া ভাষণবোৰৰ পূৰ্ণপাঠ উদ্ধাৰ কৰি সেই সকলোবোৰৰ যথাযোগ্য বিচাৰ-বিশ্লেষণৰ জৰিয়তে যথাৰ্থ ৰূপত তাৰ সাহিত্যিক আৰু সাংস্কৃতিক মূল্য নিৰূপণ কৰাটো একান্ত আৱশ্যক। তাৰোপৰি গীতৰ কথা আৰু সংগীতৰ সুৰ, লেখা সমূহৰ ভাষা আৰু তথ্য সমূহৰ বিষয়ে গৱেষণা কৰাৰ যথেষ্ট সমল ৰাইজৰ সন্মুখত পৰি আছে। লগতে তেখেতৰ কৰ্মময় ব্যক্তিগত জীৱনৰ আদৰ্শ, তেখেতৰ সম্পূণ শিল্পী সত্বাটোৰ মাজত অন্তৰ্নিহিত হৈ থকা মানৱতাবাদী সমাজ দৰ্শন আৰু সমন্বয়াত্মক স্বদেশানুৰাগ তথা সংগ্ৰামী দৃষ্টিভঙ্গী সমূহক কেন্দ্ৰ কৰি পুঙ্খানুপুঙ্খভাৱে বিচাৰ-বিশ্লেষণ কৰি তাৰ মাজত লুকাই থকা অনুকৰণীয় আদৰ্শ সমূহৰ যথাৰ্থ মূল্যাঙ্কণ কৰাটোও একান্ত প্ৰয়োজন। তাকে কৰিবলৈ যাওঁতে তুলনামূলক ভাৱে নিৰপেক্ষ দৃষ্টিভঙ্গীৰে আলোচনা-বিলোচনাৰ প্ৰয়োজন।

তাৰোপৰি তেখেতৰ গীতি–সাহিত্য বা গদ্য সাহিত্যৰ ভিতৰত ছাত্ৰ-ছাত্ৰীৰ বাবে যিখিনি অত্যন্ত উপকাৰী জ্ঞানৰ আহিলা স্বৰূপে বিবেচনা কৰিব পাৰি সেইবোৰ অসমৰ বিভিন্ন স্তৰৰ শিক্ষানুষ্ঠান সমূহৰ পাঠ্য তালিকাত অন্তৰ্ভুক্ত কৰাও দৰ্কাৰ।

ইমানতে বিদেশৰ এটা আদৰ্শও এই ক্ষেত্ৰত অনুকৰণীয়। অৱশ্যে আমাৰ দেশতো সেই আদৰ্শ কিছু পৰিমাণে নথকা নহয়। স্কটলেণ্ডৰ জাতীয় কবি আৰু বিখ্যাত গায়ক–গীতিকাৰ ৰবাৰ্ট বাৰ্ণচৰ প্ৰতি সন্মান জনাই স্কটলেণ্ডবাসীয়ে প্ৰত্যেক বছৰেই জানুৱাৰী মাহটোক 'বাৰ্ণচৰ মাহ' হিচাবে উদযাপন কৰে। কিয়নো ৰবাৰ্ট বাৰ্ণচে স্কটলেণ্ডৰ মাটিত হেৰাই যাব খোজা জাতীয় ঐতিহ্যপূৰ্ণ পুৰণি গীত মাত সমূহৰ পুনৰুদ্ধাৰ কৰি সেইবোৰত আধুনিকতাৰ মাৰ্জিত প্ৰলেপ সানি সময়োপযোগীকৈ সকলোৰে মাজত তেওঁ জনপ্ৰিয় কৰি তুলিছিল। ৰবাৰ্ট বাৰ্ণচৰ মানৱতাবাদৰ আদৰ্শও প্ৰশংসনীয়। সেই গৰাকী মহান ব্যক্তিৰ জন্ম হৈছিল ১৭৫৯ চনৰ ২৫ জানুৱাৰীত। সেই হেতুকেই জানুৱাৰী মাহৰ প্ৰথম দিনাই পুৱা স্কটবাসীয়ে বিভিন্ন ঠাইত সমবেত হৈ বাৰ্ণচৰ বিখ্যাত আৰু জনপ্ৰিয় সেই Auld Lang Syne নামৰ গীতটি সমস্বৰে গায় আৰু মাহটোৰ বাকী দিনবোৰত বাৰ্ণচৰ স্মৃতিত বিভিন্ন ধৰণৰ সভা–সমিতি, আলোচনা চক্ৰ আৰু সংগীতানুষ্ঠানকে আদি কৰি নানান কাৰ্যসূচীৰ আয়োজন কৰে। অসমতো লক্ষ্মীনাথ বেজবৰুৱাৰ "অসম সংগীত"ৰ দৰে ড° ভূপেন হাজৰিকাৰো জাতীয় ঐতিহ্য আৰু বৈশিষ্ট্যপূৰ্ণ কিছুমান প্ৰেৰণা–দায়ক গীত আছে। ৰবাৰ্ট বাৰ্ণচৰ লগত কলাৰত্ন ড° ভূপেন হাজৰিকাৰো তুলনামূলকভাৱে বহুতো ক্ষেত্ৰত মিল আছে। সেই বাবেই স্কটলেণ্ডৰ দৰেই অন্তত: অসমতো ড° ভূপেন হাজৰিকাই জন্ম গ্ৰহণ কৰা চেপ্তেম্বৰ (ভাদ) মাহটোক 'ভূপেন হাজৰিকা মাহ'

হিচাবে উদ্‌যাপন কৰিবৰ বাবে সুচিন্তিতভাৱে এটি আঁচনি গ্ৰহণ কৰিব পৰা যায়। অৱশ্যে এটা কথা কিছুদিনৰ পৰা পৰিলক্ষিত হৈছে যে— যি কোনো কাৰণতেই নহওক কিয় সমগ্ৰ অসমৰ বিভিন্ন ঠাইত 'ভূপেন্দ্ৰ সংগীত'ৰ প্ৰতিযোগিতা সমূহ চেপ্তেম্বৰ মাহতেই অনুষ্ঠিত হৈ আহিছে। উল্লেখযোগ্য যে— এই প্ৰথা নতুন বিদেশতেই নহয়। ভাৰতবৰ্ষৰ বিভিন্ন প্ৰদেশত বিশ্বকবি ৰবীন্দ্ৰ নাথ ঠাকুৰৰ প্ৰতি শ্ৰদ্ধা জনাই তেখেতৰ জন্মদিন উপলক্ষে ২৫ বহাগৰ দিনা 'ৰবীন্দ্ৰ জয়ন্তী' উৎসৱ উদ্‌যাপন কৰাৰ বাহিৰেও প্ৰায় এমাহ মানলৈকে বিভিন্ন কাৰ্যসূচীৰ অৱলম্বনত ৰবীন্দ্ৰ নাথৰ স্মৃতিত উৎসৱ উদ্‌যাপিত হৈ থকা দেখা যায়। সেইদৰে, অসমতো ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদৰ প্ৰতি সন্মান জনাই শিল্পীদিৱস, বিষ্ণু ৰাভাৰ স্মৃতিত ৰাভা দিৱস আৰু অন্যান্য গুণী-জ্ঞানী সকলৰ প্ৰতি সন্মান সূচক বিভিন্ন অনুষ্ঠান উদ্‌যাপিত হৈ আছে। কিন্তু ডঃ ভূপেন হাজৰিকা এতিয়াও আমাৰ মাজতেই আছে – সেয়ে তেখেতৰ প্ৰতি সন্মান জনোৱাৰ পদ্ধতিও কিছু যে সুকীয়া হ'ব– তাত সন্দেহ নাই। যি কি নহওক সমগ্ৰ দেশবাসীয়ে সুচিন্তিত ভাবে নীতি নিৰ্দ্ধাৰণ কৰি কৰ্মক্ষেত্ৰত আগবাঢ়িলে বিশ্ববৰেণ্য শিল্পী গৰাকীয়েও অধিক কৰ্মপ্ৰেৰণা লাভ কৰাৰ লগতে উদীয়মান সাংস্কৃতিক কৰ্মীসকলেও অনুপ্ৰেৰণা লাভ কৰাত সহায় হ'ব বুলিয়েই কব পৰা যায়।

অসমী আইৰ সুযোগ্য সন্তান ডঃ ভূপেন হাজৰিকাদেৱে অসমৰ পৰা উৰা মাৰি গৈ পশ্চিমবঙ্গৰ কলিকতাতেই উৰণীয়া মৌৰ দৰেই জিৰণী লৈছিল ক্ষন্তেকৰ বাবে বুলি ভাবি। কিন্তু কালক্ৰমত তেখেতে তাতেই এদিন বাহৰো বান্ধিলে স্থায়ীভাবেই আৰু কলিকতাৰ টালিগঞ্জৰ পৰাই বাহিৰে বাহিৰে সমগ্ৰ বিশ্বৰ বুকুত যাযাবৰী শিল্পী জীৱন আৰম্ভ কৰিলে। মন কৰিবলগীয়া যে

অসমৰ বাহিৰত থাকিলেও লক্ষ্মীনাথ বেজবৰুৱাৰ দৰেই ড° ভূপেন হাজৰিকাও প্ৰকৃততে অসমী আইৰ মায়াত বন্দী আৰু মাতৃ পূজাৰ বেদী হৃদয় মন্দিৰত স্থাপন কৰি লৈ অঘৰী বেদুইনৰ দৰে সমগ্ৰ বিশ্বৰ বুকুত লৰবি ফুৰিছে। এই লৰৰাৰ যেন অন্ত নাই- যতিবিহীন এই জ্যোতি সন্ধানী গতিত দেহ-মনৰো কোনো অৱসাদ নাই। কিন্তু প্ৰশ্ন জাগে যে, তেখেতৰ এই অবিৰত যাত্ৰাৰ বিৰতি ক'ত ? সেয়ে, জীৱনৰ শেষ বয়সলৈকে তেখেত অসমৰ বাহিৰতে থাকিব নেকি বুলি এই লেখকেই এদিন প্ৰশ্ন কৰোঁতে ড° হাজৰিকা-দেৱে উত্তৰত কৈছিল— "নহয়। মই অসমলৈকে আহিম— ইয়াতেই থাকিমহি। নগাঁৱৰ কুঠৰীত মই ঘৰ সজি থৈছোঁৱেই নহয়— তাতেই থাকিমহি।" কিন্তু কেতিয়া ? আশাবাদী কৰ্মময় জীৱনত বাৰ্দ্ধক্যই আতিথ্য গ্ৰহণ কৰা বয়সত ? কিন্তু নহয়— তেখেতে আকৌ কৈছে— "অথৰ্ব হোৱা বুঢ়া বয়সলৈকে হয়তো জীয়াই নেথাকোঁ— বুঢ়া হৈ জীয়াই থাকিবলৈ দেখোন ভালেই নেলাগিব। কাম কৰিব নোৱাৰিলে জীয়াই থাকি কি লাভ ? কাম কৰিব লাগে— কামেইহে মানুহৰ জীৱন। কাম কৰিবৰ কাৰণেই মই অসমৰ বাহিৰত ঘূৰি ফুৰিছোঁ। অৱশ্যে অসমতো এতিয়া কাম ওলাই'ছ। 'হেঙুল' গোষ্ঠীয়ে লতাক আনি 'কলাক্ষেত্ৰ'ৰ কাম আৰম্ভ কৰিছে। এই অনুষ্ঠানটোৰ প্ৰতি মোৰ আন্তৰিকতা আছে। স্বৰ্গীয় ৰাধা গোবিন্দ বৰুৱাৰ অপূৰ্ণ বাসনা পূৰণ কৰিবলৈ মোৰো হাবিয়াস আছে। অসমলৈ আহি 'কলাক্ষেত্ৰ'ৰ কাম কৰিব লাগিব। আহিম আৰু লাহে লাহে।" কৰ্মযোগী ড° ভূপেন হাজৰিকাৰ এয়াই হৈছে শেষ বয়সতো কাম কৰাৰ হাবিয়াস আৰু আঁচনি। লগতে আছে— কুঠৰীত থকা শেষ বয়সৰ জিৰণী চ'ৰাত লোক সংগীতৰ এটি সংগ্ৰহালয় প্ৰতিষ্ঠা কৰাৰ সুদূৰ প্ৰসাৰী এক অদম্য প্ৰয়াস। কিন্তু অসমৰ গুণমুগ্ধ সৰ্বসাধাৰণ ৰাইজে

কলাৰত্ন ড০ ভূপেন হাজৰিকাক (সকলোৰে মৰমৰ ভূপেনদাক) অসমৰ জাতীয় জীৱনৰ সুখে-দুখে সকলো সময়তে নিজৰ কাষতে পাবলৈ বিচাৰে। আজীৱন ধৰি কৰি অহা সাধনা আৰু সংগ্ৰামৰ মাজেদি সমগ্ৰ বিশ্বৰ বুকুত অঘৰীৰ দৰে হাবাথুৰি খাই সঞ্চয় কৰা অভিজ্ঞতাৰে পৰিপুষ্ট ড০ ভূপেন হাজৰিকাক মাজত লৈ অসমৰ ৰাইজে অসমখনক নতুনকৈ সজাই তুলিব বিচাৰে— অসমৰ কলা-সংস্কৃতিক ড০ হাজৰিকাদেৱৰ আদৰ্শতেই নতুন দিগন্তলৈ আগুৱাই নিব বিচাৰে। ইপিনে আকৌ সমগ্ৰ ভাৰতবৰ্ষই তেখেতক বুকুৰ কুটুম বুলি সাৱটি লৈছে— পশ্চিম বঙ্গৰ ৰাইজে 'আমাদেৰ ভূপেনদা' বুলিয়েই এৰি দিব নোখোজে। কিন্তু তথাপিতো অসমলৈ উভতি অহাৰ সংকল্প গ্ৰহণ কৰি গীতৰ ভাষাৰে তেখেতে কৈছে—

"লৌহিত্যৰ বহল পাৰক প্ৰণিপাত কৰোঁ
জন্ম ললোঁ ইয়াতেই ইয়াতে যেন মৰোঁ।"

অসমৰ প্ৰখ্যাত মহিলা কবি স্বৰ্গীয়া নলিনী বালা দেৱীয়েও নিজৰ অকপট স্বদেশ প্ৰেমৰ বিষয়ে প্ৰকাশ কৰি কবিতাৰ ভাষাৰে লেখিছিল—

"মেলিলোঁ প্ৰথম চকু
তোমাৰ কোলাতে আই
জনমৰ আদিম পুৱাত

মুদিম আকৌ চকু
তোমাৰ কোলাতে শুই
জীৱনৰ শেষ সন্ধিয়াত।"

অকল ইমানেই নহয় কবিয়ে নিজৰ জন্মভূমিক ইমানেই ভাল পায় যে—

"মৰাৰ পিছতো মোৰ
ভাগৰুৱা আত্মাই
জিৰাবহি তোমাৰ ছায়াত" বুলিয়েই নিজৰ মনৰ বাসনা প্ৰকাশ কৰিছে। ড° ভূপেন হাজৰিকাদেৱৰো গীত-মাত, কথা-কাম আদি সকলো ক্ষেত্ৰতেই তেখেতৰ স্বদেশ প্ৰেমৰ পৰিচয় উজ্জলতৰ হৈ আছে।

সেয়ে, আজিৰ নতুন চাম সংস্কৃতিপ্ৰেমী আৰু উদীয়মান শিল্পী সকলে ড° ভূপেন হাজৰিকাদেৱক অনুকৰণ কৰি আগুৱাই গলে কলা-সংস্কৃতিৰ ক্ষেত্ৰত নিশ্চয় এটি নতুন দিগন্তৰ সন্ধান পোৱা যাব। অৱশ্যে তেখেতৰ ভাষাৰে কবলৈ হ'লে— "অকল অনুকৰণ নকৰি, নিজৰ স্বকীয় ৰূপেৰে আগুৱাই গলেহে অধিক মঙ্গল। কাৰোবাৰ দ্বাৰা অনুপ্ৰাণিত হোৱাত দোষ নাই।" কিয়নো, J. G. Holland এও কৈছে— "God gives every bird its food, but He does not through in to the nest" নিজে বিচাৰি লব লাগিব। অৱশ্যে মহৎ লোকৰ জীৱন চৰ্যাৰ চানে-কিয়ে শুদ্ধ পথ নিৰ্ণয় কৰাত সহায় কৰে। সেই দৰেই কলাৰত্ন ড° ভূপেন হাজৰিকাৰ জীৱনাদৰ্শৰ পৰা বাণী গ্ৰহণ কৰাৰ উদ্দেশ্যে 'শিল্পীৰ পৃথিৱী' নামৰ আলোচনীয়ে নতুন পুৰুষৰ বাবে এটি বাণী বিচৰাত তেখেতে কৈছে— "এটা নওঠা কথা কৈ দিওঁ-মই উপদেশ দিবলৈ একো ভালকৈ নেজানো।"

"জীৱনটো যদি মোৰ বাণী হয়— মোৰ গানৰ- জীৱনটোৱেই যদি মোৰ বাণী হয় অৰ্থাৎ কেনেকৈ লেখোঁ, কি লেখোঁ, ক'ত মই সফল, ক'ত মই বিফল, গীত কেনেকৈ গাওঁ, কেনেকৈ সুৰ দিওঁ, কেনেকৈ পৰিবেশন কৰোঁ আৰু ক'ত মোৰ আন্তৰিকতা কিমান আছে— সেইখিনি যদি কোনোবাই উপলব্ধি কৰিব পাৰে— কৰি ভাল পায় আৰু ভাল লগা বিষয়খিনি যদি কোনোবাই গ্ৰহণ কৰে—

তেন্তে মইতো ধন্য মানিমেই আৰু নিজকে ধন্যবাদ দিম এইবুলি যে, মই কৰি অহা দীঘলীয়া সংগ্ৰামৰ পৰা যিখিনি শিকিছোঁ— তাৰে ভুলকে শিকাখিনি বাদ দি ভালকৈ শিকাখিনি নতুন চাম শিল্পীয়ে যদি লয়— তেতিয়া তেওঁলোকৰ সুবিধা হ'ব। ...সকলো ধৰণৰ গায়ক-গায়িকাৰ শ্ৰম কৰাৰ, সাধনা কৰাৰ আৰু ৰুচি-বোধৰ উন্নতি কৰাৰ প্ৰেৰণাটো যেন চিৰসুন্দৰে তেওঁলোকক দিয়ে। তাৰ পাচত বাণী হিচাবে কবলৈ যদি যাওঁ— মোৰ গানেই মোৰ বাণী; মোৰ পৰিবেশনাই মোৰ বাণী, মোৰ গানৰ কথাই মোৰ বাণী। গানেৰে যথেষ্ট কৈছোঁ— বাণীৰে আৰু কি কম ?" মুঠতে, সাহিত্য আৰু কলা-সংস্কৃতিৰ জগতত স্বকীয় বৈশিষ্ট্য সম্পন্ন অনন্য প্ৰতিভাৰে প্ৰতিভাত হৈ উঠা উজ্বল ৰত্ন স্বৰূপ ড' হাজৰিকাদেৱৰ জীৱনটোৱেই এক 'অন্য জীৱন' আৰু সেয়ে সম-ভাৱাপন্ন নতুন পুৰুষৰ বাবেও তেখেতৰ এই 'অন্য জীৱন, হৈছে আদৰ্শৰ প্ৰতীক আৰু 'অনন্য প্ৰতিভা' হৈছে অনুপ্ৰেৰণাৰ উৎস।

যি কি নহওক— ইমানতে এটা কথা মন কৰিবলগীয়া যে চিৰ-প্ৰবাহমান সময়ৰ সোঁতত উটি তাহি অহা ভৱিষ্যতবোৰ সদায় বৰ্তমান হব লাগিছে আৰু বৰ্তমানবোৰ সদায় অতীত হৈ যাব লাগিছে। সেইদৰে ভৱিষ্যতৰ মধুৰ কল্পনাবোৰ সময়ৰ সোঁতত উটিয়াই আহি বৰ্তমানৰ নিষ্ঠুৰ বাস্তৱত পৰিণত হয় আৰু বৰ্তমানৰ বাস্তৱখিনিয়েই এদিন অতীতৰ বুকুত স্মৃতি হৈ পৰে। সেই বাবেই হয়তো ড' ভূপেন হাজৰিকাই গীতৰ ভাষাৰে কৈছে—

"সোঁৱৰণি কুঁৱলীয়ে চিঞৰি চিঞৰি কয়
অতীতৰ সীমা ৰেখা নাই
সন্মুখত দেখোঁ আজি পুৰণিক আকুল কৰে
নতুনে মাথোঁ ৰিঙিয়াই।"

গতিশীল মানৱজাতি কেতিয়াও একেটা স্তৰতে বৈ থকা নাই—

নেথাকে। সীমাহীন অতীতৰ স্মৃতি বিজড়িত অভিজ্ঞতা আৰু বৰ্ত-মানৰ বাস্তৱখিনিৰ ভেটিত ভৰ কৰি গতিশীল মানৱ জাতিয়ে অনন্ত ভৱিষ্যতৰ পিনে প্ৰগতিৰ পথত অবিৰতভাৱে আগুৱাবই লাগিছে। কিয়নো অতীতৰ ভেটিত বৰ্তমান আৰু অতীত-বৰ্তমান দুয়োৰে ভেটিত গঢ় লৈ উঠে অনাগত দিনৰ নৱীন ভৱিষ্যত। সেয়ে, অতীতে দি থৈ যোৱা আজিৰ এই নতুনখিনিও কাইলৈ পুৰণি হৈ যাব। অৱশ্যে তাত চিৰন্তনতা কিবা থাকিলে সেয়া কেতিয়াও পুৰণি হৈ নেযায়— সদায় নতুন হৈ থাকে। বিশেষকৈ গীত, কবিতা আৰু গদ্য সাহিত্যত উদ্ধৃতিযোগ্য ( Quotability ) আৰু স্মৰণযোগ্য (Rememberability )— এই দুয়োধৰণৰ মৌলিক গুনসম্পন্ন চিন্তাধাৰা তথা সাৰ্বজনীন আবেদন থাকিলেহে —সেয়া আদৰ্শ সাহিত্য ৰূপে চিৰ যুগমীয়া হৈ পৰে। সেই হেতুকেই, এগৰাকী প্ৰখ্যাত চিন্তাবিদৰ ভাষাৰে— "The most ancient is also the most modern." বুলিয়েই কব পৰা যায়।

কিন্তু তথাপিতো উজ্বল ভৱিষ্যতৰ ৰঙীন সপোন লৈ সময়ৰ সোঁতত উটি ভাঁহি নতুন দিগন্তলৈ বিৰাম – বিহীনভাবে আগুৱাই থকা ড° হাজৰিকাদেৱে তেখেতৰ নিজৰ মনৰ মাজত ঢৌ খেলি থকা প্ৰবল আশাৰ কথা প্ৰকাশ কৰি গীতৰ ভাষাৰে লেখিছে—

"আজিৰ সোঁতত ভাঁহি
কালিৰ সপোন দেখি
আশা মোৰ নিতে আগবাঢ়ি যায়।"

উল্লেখযোগ্য যে, তেখেতৰ এই 'আশা' নিশ্চয় ব্যক্তিগত কোনো স্বাৰ্থজড়িত আশা নহয়— সমূহক সাৰটি লৈহে এই আশা নিতৌ আগবাঢ়িব লাগিছে। কাৰণ "সমূহৰ বাবে গীত গাই গাই" সাংস্কৃতিক জীৱন অতিবাহিত কৰি থকাৰ কথা তেখেতৰ গীত

আৰু গদ্য, কথা আৰু কামৰ মাজেদি সদায় স্পষ্টকৈ প্ৰকাশ পাই আহিছে ।

অৱশ্যে মন কৰিবলগীয়া যে, সমাজ সচেতন ড° ভূপেন হাজৰিকাদেৱে তেখেতৰ এনে সপোন বাস্তৱত পৰিণত কৰিবৰ বাবে কেতিয়াও একক প্ৰচেষ্টা চলোৱা নাই— "অনাগত দিনৰ জাগ্ৰত প্ৰহৰী" স্বৰূপ তেজাল যৌৱনৰ নতুন পুৰুষ সকলৰ প্ৰতিহে তেখেতে গভীৰ আস্থাৰে সৈতে আহ্বান জনাই সদায়েই সমূহীয়া ভাৱে আগুৱাই যাবলৈ সকীয়াই থকাহে দেখা যায় । কিয়নো এই ক্ষেত্ৰত নতুন পুৰুষৰ ওপৰত তেখেত ইমানেই আস্থাশীল যে মানৱ সমাজৰ বাবে সুন্দৰৰ পৰা সুন্দৰতম এটি ভৱিষ্যত গঢ় দিয়াৰ ক্ষেত্ৰত "নতুন গীতি-কবিতা" স্বৰূপ "প্ৰভাত সূৰ্য সম তৰুণ-তৰুণী" সকলেহে যথাযথ ভাৱে সেই গুৰুদায়িত্ব বহন কৰি নিব পাৰিব বুলি সদায়েই তেখেতে আশা প্ৰকাশ কৰি আহিছে । উল্লেখযোগ্য যে– অসমত গণ পৰিষদৰ মন্ত্ৰী সভা গঠন হোৱা দেখি ড' হাজৰিকাদেৱে তেখেতৰ সেই সুদূৰ প্ৰসাৰী সপোন নিঃসন্দেহেই বাস্তৱত পৰিণত হব বুলি আশা প্ৰকাশ কৰি এখন মাহেকীয়া আলোচনীত লেখিছে— "১৯৪৭ চনৰ পৰাই মই এখন এনেকুৱা ভাৰতৰ সপোন দেখিছিলো য'ত প্ৰত্যেক জাতি,–উপজাতি গোষ্ঠীৰ এ'থনিক আৰ্ট ( জাতীয় কলা ) বিলাক পুনৰ উদ্ধাৰ কৰি, তাক নিকা কৰি সংগ্ৰহ কৰা আৰু ভৱিষ্যতে সৃষ্টি যি সকলে কৰিব তেওঁলোকে যাতে এই পৰম্পৰাৰ দ্বাৰা অনুপ্ৰাণিত হয় ।

স্ৰষ্টা আৰু দ্ৰষ্টা হৈ গৈলাই শাসন কৰা লোক সকলে সংস্কৃতিকো সমাজৰ এক বিৰাট অংগ হিচাবে লব– সেই বুলি ভাবি থাকি বহুতো আন্দোলনতো নামিছিলো আৰু দিনে-নিশাই হাজাৰ হাজাৰ গীতো লেখি আহিলো । ৰাজ সভালৈ আজি ছাত্ৰ সভাসদ আহিছে । তেওঁলোক সকলো জ্যোতি প্ৰসাদৰ পূজাৰী । গতিকে

মই বৰ আশাবাদী হৈছোঁ যে বৈজ্ঞানিক ধৰণে আমাৰ গোটেই অসমৰ, অসমবাসীৰ কৃষ্টিখিনিৰ পুনৰ উদ্ধাৰ কৰিব, তাৰ ব্যৱস্থা লব আৰু সংৰক্ষণৰ ব্যৱস্থা কৰিব……। এতিয়া মই জানো যদি চৰকাৰৰ দৃষ্টিভঙ্গীটো ভাল পায় তেতিয়াহ'লে শিল্পীয়েও স্বাধীনতা পাব। আৰু পালে শংকৰ দেৱৰ সপোন, আজান ফকীৰৰ সপোন, জ্যোতি প্ৰসাদৰ সপোন দিঠকত পৰিণত হ'ব। ……যদি নকৰে— পলম হৈ যাব আৰু অসম চুক্তিৰ এটা Clause ( দফা ) হ'ল যে অসমৰ সংস্কৃতিক পূৰ্ণ স্বাধীনতা দিব, প্ৰস্ফুটিত কৰাত সহায় কৰিব। গতিকে এয়েই সময়। নতুন প্ৰভাত আহিছে অসমৰ, সংস্কৃতিতো নতুন প্ৰভাত আহিছে।" অৱশ্যে অকল অসমতেই নহয় সমগ্ৰ বিশ্বৰ যুৱ-মানসত এক নতুন ভাবৰ জোৱাৰ উঠিছে— ৰূপান্তৰৰ জোৱাৰ। লক্ষ্য কৰিবলগীয়া যে— ড° হাজৰিকাদেৱৰ সামাজিক বিষয়ৰ গীতত সাধাৰণতে লুইত, বহাগ আৰু নতুন পুৰুষ – এই তিনিটা কথাই বিশেষভাৱে প্ৰাধান্য লাভ কৰা দেখা যায়। সেই বাবেই তেখেতে গীতৰ ভাষাৰেই পুনৰ কৈছে—

"আজিৰ যুৱকৰ তেজাল যৌৱনে
এতিয়াই আঁচনি কৰিব,
অনাগত একৈশ শতিকাৰ
সিয়ে গৈ নতুনৰ বাস্তৱ হব।"

কিন্তু অকল তেজাল যৌৱনৰ নতুন পুৰুষেই নহয়, বৰ্তমানৰ সংস্কৃতিসম্পন্ন কলামোদী সভ্য মানৱ সমাজেও ভৱিষ্যতৰ উত্তৰ-পুৰুষৰ বাবে একবিংশ শতিকাৰ এই উষা লগ্নতেই নিশ্চয় কৰিব লগীয়া যথেষ্ট কৰ্তব্য আছে। কিয়নো পিৰামিড এটাৰ ভেটিটো যিমানেই বহল হয় তাৰ শিখৰটোও সিমানেই ওখ হয়। সেই হেতুকেই কাইলৈৰ নতুন খিনিৰ বাবে আজিৰ ভেটিটো শকত কৰি লব লাগিব। এই সন্দৰ্ভতো ড° ভূপেন হাজৰিকাদেৱে মত প্ৰকাশ

কৰি কৈছে— "....অতীতৰ বেয়াখিনি বাদ দি, ভালখিনি লৈ নতুন সৃষ্টি কৰাৰ লাগিব, কৰিব লাগিব........ইয়াত বাইজৰ কৰ্তব্য আছে, শিল্পী সকলৰো আছে।" আৰু তেতিয়াহে বিংশ শতাব্দীৰ এই বিয়লি বেলাত থিয় হৈ আশাবাদী শিল্পী ড° হাজৰিকাদেৱৰ গীতৰ ভাষাৰেই—

"একবিংশ শতিকাই
অলপতে জ্বলাব
নতুন কৃষ্টিৰ চাকি" বুলি আশা কৰিব পৰা যায়। যিহেতু, বৰ্তমানৰ এই সময়খিনিয়েই হৈছে দুটা শতাব্দীৰ এক সন্ধিক্ষণ। কাৰণ একবিংশ শতিকালৈ আৰু বেছি দিন নাই। বিংশ শতাব্দীয়ে একবিংশ শতাব্দীক স্বাগতম জনাই বিদায় লবৰ বাবে সাজু হ'বৰ হ'ল। অৱশ্যে বিদায় বেলাত বিংশ শতাব্দীয়ে একবিংশ শতাব্দীৰ হাতত পৃথিৱীখন কেনে ৰূপত তুলি দি স্বাগতম জনাব— সেয়া সময়েহে নিৰ্ণয় কৰিব। কিন্তু তথাপিতো অনন্ত ভৱিষ্যতে আদৰি লব পৰাকৈ কালজয়ী সৃষ্টিৰে কৃষ্টিৰ কৰণি ভৰাই-জাতীয় সংস্কৃতিক স্বকীয় মহিমাৰে বিশ্বজনীন কৰি তুলিবৰ বাবে কলাৰত্ন ড° ভূপেন হাজৰিকাদেৱৰ সুৰতে মিলাই সুৰ সমস্বৰে গাওঁ আহক— "আমি একেখন নাৱৰে যাত্ৰী— লক্ষ্য আমাৰ শান্তি আৰু প্ৰগতি"— আৰু সেয়ে, সময়ৰ স'তে খোজ মিলাই —কলা আৰু সংস্কৃতিৰ সৰু বৰ আলিয়েদি— আগুৱাই যাওঁ আহক— সুন্দৰ সূৰ্য ধিয়াই .... .... .... ।

* * *

# গ্ৰন্থপঞ্জী


১। সুন্দৰৰ ন-দিগন্ত— ড° ভূপেন হাজৰিকা।
২। সুন্দৰৰ সক বৰ আলিয়েদি— ড° ভূপেন হাজৰিকা।
৩। সহস্ৰ জনে মোক প্ৰশ্ন কৰে— ড° ভূপেন হাজৰিকা।
( সংগ্ৰাহক ও সম্পাদক- শেখৰজ্যোতি ভূঞা )
৪। বহ্নিমান ব্ৰহ্মপুত্ৰ— ( গীতৰ সংকলন ) ড° ভূপেন হাজৰিকা।
৫। ভূপেন হাজৰিকাৰ গীত আৰু জীৱন ৰথ- ড° দিলীপ কুমাৰ দত্ত।
৬। সাহিত্য সংস্কৃতিৰ প্ৰবাহ- (১ ম আৰু ২ য় খণ্ড) শ্ৰীযজ্ঞেশ্বৰ শৰ্মা।
৭। চিন্তা-বিচিন্তা— অধ্যাপক মহিম বৰা।
৮। অভিনেতা জীৱনৰ কাহিনী— শ্ৰীলক্ষ্যধৰ চৌধুৰী।
৯। যজ্ঞেশ্বৰ শৰ্মা ঃ জীৱন আৰু প্ৰতিভা— নগাঁও সাহিত্য সভা।
১০। সুন্দৰৰ মজিয়াত— শেখৰজ্যোতি ভূঞা।
১১। মানৱ কোঁৱৰ ভূপেন হাজৰিকা— শ্ৰীলক্ষেশ্বৰ শৰ্মা।

আলোচনী আৰু বাতৰি কাকত—
১। প্ৰকাশ জ্যোতিপ্ৰসাদ বিশেষ সংখ্যা।
২। শিল্পীৰ পৃথিৱী— ভূপেন হাজৰিকা বিশেষ সংখ্যা।
৩। ৰংঘৰ— ভূপেন হাজৰিকা বিশেষ সংখ্যা।
৪। আমাৰ প্ৰতিনিধি— সম্পাদক- ড° ভূপেন হাজৰিকা।
৫। প্ৰতিধ্বনি— সম্পাদক- ড° ভূপেন হাজৰিকা।
৬। সংগীতা— "হেঙুল গোষ্ঠী" গুৱাহাটী।
৭। ভূপেন্দ্ৰ সঙ্গীত— স্মৃতিগ্ৰন্থ- নগাঁও জিলা ভূপেন্দ্ৰ সংগীত সমিতি।
৮। ভূপেন্দ্ৰ জ্যোতি— পলাশবাৰী ভূপেন্দ্ৰ সংগীত প্ৰচাৰ সমিতি।
৯। মাহেকীয়া— 'আজিৰ সময়', 'ৰূপকাৰ', 'অৱকাশ', 'প্ৰাসঙ্গিক', সাপ্তাহিক অসমবাণী আৰু ভিনিদিনীয়া অগ্ৰদূত ইত্যাদি।


---

লেখকৰ অন্যান্য কিতাপ—

১। বিশ্বৰ মানৱ ইতিহাসত অসমীয়া জাতিৰ ভৱিষ্যত— প্ৰকাশিত।
২। চিন্তা-চয়নিকা - ( প্ৰবন্ধ ) প্ৰকাশোন্মুখী।
৩। অসমীয়া সংস্কৃতিৰ পটভূমি— ( অনূদিত ) "
৪। ৰংঘৰে বিভিয়াই— ( কবিতা ) "

---

বিঃ দ্ৰঃ- আবৰণিৰ শেষ পৃষ্ঠাত আছে—
লেখকৰ পূৰ্ব প্ৰকাশিত কিতাপখনৰ বিষয়ে ড° ভূপেন হাজৰিকাৰ এটি অভিমত।

